# ডাক-প্ৰবচন

[ডাক-ভণিতা]

সংকলন আৰু সম্পাদন

ড° নবীন চন্দ্ৰ শৰ্মা

লোক-সংস্কৃতি গৱেষণা বিভাগ

গুৱাহাটী বিশ্ববিদ্যালয়

॥❁॥ বাণী প্ৰকাশ ॥❁॥

পাঠশালা ● গুৱাহাটী ● কলিকতা



প্ৰকাশক :
শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ
পাঠশালা ৭৮১৩২৫

শাখা :
পাণবজাৰ
গুৱাহাটী ৭৮১০০১

১০ কৈলাস বোস ষ্ট্ৰীট
কলিকতা ৭০০০০৬

বেটুপাত আৰু ৰেখাচিত্ৰ
শ্ৰীপংকজপদ চৌধুৰী
তুলি-কলম
প্ৰকাশিকা
গুৱাহাটী-৭৮১০০১

প্ৰথম প্ৰকাশ
১৫ আগষ্ট ১৯৮৭

বেচ : পয়ত্ৰিশ টকা মাথোন

ছপা :
অৰুণোদয় প্ৰেছ
শিলপুখুৰী
গুৱাহাটী-৭৮১০০৩

ḌĀK PRAVACAN or ḌĀK-BHANITĀ compiled and critically edited by Dr. N. C. Sarma, Dept. of Folklore Research, Gauhati University, Guwahati-14 and published by A. P. Chaudhury Bani Prokash, Panbazar, Gawahati 781001, 1987.

**Price Rs. 35·00 only**

# উছৰ্গা

যি গৰাকী অনুষ্ঠান সদৃশ ব্যক্তিৰ আশিস-নিৰ্মালি আৰু অন্তহীন অনুপ্ৰেৰণাই সততে জাগ্ৰত আৰু উদ্দীপ্ত কৰিছিল, সেই গৰাকী নমস্য সাহিত্যাচাৰ্য্য স্বৰ্গীয় অতুলচন্দ্ৰ হাজৰিকাদেৱৰ পূতপবিত্ৰ স্মৃতিত।

শ্ৰীনবীনচন্দ্ৰ শৰ্মা

# অৱতৰণিকা

১৯৮১ চনৰ মার্চ মাহতেই গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্রাক্তন কলা-গুৰু আৰু এই বিশ্ববিদ্যালয়ৰে লোকসংস্কৃতি গৱেষণা বিভাগৰ অৱসৰ প্রাপ্ত মূখ্য প্ৰফেছৰ, উত্তৰ পূৰ্ব ভাৰতৰ লোকবিদ্যাৰ ডয়েন (Doyen) স্বৰূপ পৰম শ্রদ্ধেয় গুৰু ড° প্রফুল্লদত্ত গোস্বামীদেৱে মোক 'ডাকৰ বচন'ৰ এটি বিশ্বাসযোগ্য পাঠ নির্ণয় কৰি বিষয়টোৰ ওপৰত প্রণালীবদ্ধ চিন্তা-চর্চা আৰু অনুশীলন কৰিবলৈ নির্দেশ দিছিল। ইতিপূৰ্বে তেখেতে শ্রীযুত জগদীশ শর্মাৰ (অভিলেখক) হতুৱাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুৰণি পুথি সংৰক্ষণ বিভাগত ৰক্ষিত 'ডাকৰ বচন' পুথি এখনৰ প্রতিলিপি এটিও প্রস্তুত কৰাইছিল। শ্রদ্ধেয় ছাৰে উক্ত প্রতিলিপিটোৰ লগতে প্রয়োজনীয় প্রাসঙ্গিক পুথি-পাঁজি আদি আমাক প্রদান কৰি ডাকৰ বচনৰ ওপৰত প্রণালীবদ্ধ আৰু বিশ্বাসযোগ্য অধ্যয়নৰ বাবে প্রয়োজনীয় পথ নিদর্শনত অনুকূল পৰিৱেশ ৰচনা কৰি দিছিল। পৰম পূজ্য ছাৰৰ নির্দেশ আৰু অভিভাৱন শিৰে ধৰি কামত ব্রতী হলোঁ, যদিও কামটো সম্পূর্ণ কৰোতে অপ্রত্যাশিতভাৱে যথেষ্ট পলম হৈ গ'ল। দ্বিতীয়তে, শ্রদ্ধেয় ছাৰৰ অভিলষিত পদ্ধতিৰে (desired manner) কামটো সম্পাদন কৰিব পাৰিলোঁ নে নাই তাৰ বিচাৰ কৰিব শ্রদ্ধেয় সহৃদয় পাঠক-পাঠিকাই।

'ডাকৰ বচন'ৰ কেইবাখনিও ছপা পুথি পোৱা যায়; কিন্তু এই ছপা 'ডাকৰ বচন' পুথিৰ পাঠবোৰ কোনো এখন বিশেষ পুথিৰ ওপৰত প্রতিষ্ঠিত নহয় যেন লাগে। দ্বিতীয়তে, ছপা পুথিবোৰত বানান-পদ্ধতি সম্পূর্ণ ভাৱে আধুনিকীকৰণ কৰাৰ প্রৱণতা সুস্পষ্ট। তৃতীয়তে, দুই এখন ছপা পুথিত সংযোজিত অধিসমীক্ষাক যথার্থত সমীক্ষা বুলিব নোৱাৰি। অধিসমীক্ষাৰ প্রসংগত প্রথম আৰু অন্যতম সমস্যা হ'ল: ডাক ঐতিহাসিক ব্যক্তি নে এক পৰম্পৰা। অসমৰ বাহিৰে আন আন প্রদেশৰ পণ্ডিত সকলেও এই বিষয়ত ঐক্যমতত উপনীত হ'ব পৰা নাই। 'ডাক-প্রবচন'ৰ অধিসমীক্ষাত ডাক যে ঐতিহাসিক ব্যক্তি নহয়, পৰম্পৰাহে সেই বিষয়ে প্রণালীবদ্ধ আলোচনা উপস্থাপন কৰিবলৈ প্রয়াস কৰা হৈছে।

ডাকৰ নামত চলা প্ৰবচনৰ নিৰ্দিষ্ট সংখ্যা বা সীমা নিৰ্ধাৰণ কৰা একপ্ৰকাৰে অসম্ভৱেই, কাৰণ সময়ৰ লগে লগে ডাকৰ নামত চলা প্ৰবচনৰ সংখ্যা বাঢ়িয়েই আছে। ডাকৰ বচনবোৰৰ ভাষা-ৰীতিৰ পৰা অতি সহজে অনুমান কৰিব পাৰি যে, এইবোৰ উচ্চ প্ৰতিভা সম্পন্ন ৰচকৰ ৰচনা নহয়; সাধাৰণ ভাৱে লিখিব পঢ়িব জনা জনৰহে ৰচনা। ডাকৰ বচনবোৰ বিশেষ ভাৱে লোক সমাজত প্ৰচলিত। তেওঁলোকৰ মাজৰেই কোনোবাই সেইবোৰ লিপিবদ্ধ কৰোঁতে লগতে অকণ কিছুমান প্ৰবচন সংযোগ কৰি দিয়ে। আকৌ এটা ডাক-বচনৰ আলমত আন কেইটামান প্ৰবচন সৃষ্টি কৰাৰ প্ৰৱণতাও নোহোৱা নহয়। উদাহৰণ স্বৰূপে কোনো কোনো 'ডাক-বচন' পুথিত উল্লেখ আছে: "লাজুকা বামুণ, কাহুৱা চোৰ।", ওজাপালি বিশেষকৈ বিয়াহগোৱা ওজাপালিৰ (দৰং) মাজত আকৌ এই প্ৰবচনটো এনেদৰেহে প্ৰচলিত: 'লাজুকা ওজা, কাহুৱা চোৰ।' ওজাপালিৰ প্ৰসঙ্গত ডাকৰ নামত চলা প্ৰবচন এটি কিছু পৰিমাণে পৰিবৰ্তিত হ'ল। তেনেদৰে আই-বাইৰ মাজত সদাসৰ্বদাই প্ৰচলিত 'যম নিলেও নিয়া, জোৱাঁই নিলেও নিয়া' লোকোক্তিটোও কোনো কোনো অঞ্চলত ডাকৰ বচন ৰূপে পৰিচিত। সেইদৰে 'গাছত কঠাল ওঁঠত তেল নাপাওঁতে চোবেল', 'আছেই-গৰু নাবাবেই হাল থাকোঁতকে বোলে নাথাকাই ভাল' আদি প্ৰবচন ডাকৰ নামত প্ৰচলিত।

কৃষি-জ্যোতিষ আদি বিষয়ক প্ৰাচীন বচন মানুহৰ মুখ পৰম্পৰা দূৰ অতীতৰ পৰা চলি আহি এশ-ডেৰশ বছৰৰ পূৰ্ব এগৰাকী কাল্পনিক পুৰুষৰ লগত অৰ্থাৎ ডাকৰ লগত সংযোজিত হৈছে। খ্ৰীঃ ৬ষ্ঠ শতিকতে ডাক নামৰ ঐতিহাসিক পণ্ডিত-কবি জনৰ উদ্ভৱ হোৱাহেঁতেন পুৰণি অসমীয়া কবি সকলৰ বিশেষকৈ মাধৱ কন্দলী, হৰিহৰ বিপ্ৰ, কবিৰাজ বিপ্ৰ, শংকৰদেৱ, মাধৱদেৱ, ৰাম সৰস্বতী, অনন্ত কন্দলী আদি প্ৰতিভাশালী কবি সকলৰ ৰচনাত পূৰ্ব কবি ডাকৰ নাম বা তেওঁৰ প্ৰবচন বাক্যৰ উল্লেখ থাকিব লাগিছিল; কিন্তু কাৰ্যতঃ তেনে হোৱা নাই। গতিকে ডাক, লোক মানসৰ সৃষ্টি। এদিন এনিশাতে জন্ম লাভ কৰা এজন লোকৰ নামত লোক সমাজে শতিকা জোৰা অভিজ্ঞতা জাপি দিছে। খেতি-বাতি, খোৱা-লোৱা, আচাৰ-ব্যৱহাৰ, মাটি-বাৰী, বেমাৰ-আজাৰ, ঔষধ-পাতি, বতৰ-প্ৰকৃতি আদি এনে এটা সমস্যাই পৃথিৱীৰ সৰ্বদেশৰ, সৰ্বকালৰ, সৰ্ব স্তৰৰ নৰ-নাৰীৰ অন্তৰ স্পৰ্শ কৰা স্বাভাৱিক। বহুস্তৰা এই সমস্যাৰাজিৰেই আকৌ বিচিত্ৰ অভিজ্ঞতাৰ জন্মনীড়। অভিজ্ঞতাই জন্ম দিবে সুৰদী কবিতাৰ,

অন্তর্নিহিত অৰ্থ বিশিষ্ট প্ৰবচনৰ, যোজোনাৰ, সাঁথৰৰ। ডাকৰ নামত প্ৰচলিত প্ৰবচনবোৰেও এনেদৰেই জন্ম লাভ কৰিছে। বিভিন্ন অঞ্চলৰ লোক মানসে নিজ নিজ ধাৰণা আৰু কল্পনাৰ অনুকূলে এজোন কাল্পনিক ব্যক্তিৰ লগত সেই প্ৰবচনবোৰ সাঙুৰি দিছে আৰু তাৰ ফলশ্ৰুতিত ডাক, খনা, ঘাঘ, ভাড়, ভড্ডৰ, ভড্ডৰী, ভড্ডলী, ডংক আদি অনৈতিহাসিক ব্যক্তিসকলৰ বিকাশ সম্ভৱ হৈছে। লোক মানসে ইমানতেই ক্ষান্ত নাথাকি এই কাল্পনিক ব্যক্তি-সকলক কেন্দ্ৰ কৰি বিভিন্ন অলৌকিক কথাবৃত্তৰ সৃষ্টি কৰিছে।

'ডাক-বচন' অথবা 'ডাক-প্ৰবচন'ৰ পাঠ নিৰ্ণয় কৰা টান কাম। লিখিত পৰম্পৰাৰ পৰিসীমাত সীমিত কবি-সাহিত্যিকৰ কোনো এখন পুথিৰ বিভিন্ন পাঠৰ মাজত ন্যূনতম সমৰূপতা ৰক্ষিত নোহোৱাকৈ নাথাকে। গতিকে সেই পাঠবোৰৰ ওপৰত নিৰ্ভৰ কৰি বা সাহিত্যিক গৰাকীৰ কালৰ অনুমান সাপেক্ষ ভাষাতাত্ত্বিক দিশৰ প্ৰতি সচেতন হৈ সেই গৰাকী কবি বা সাহি-ত্যিকৰ কোনো এখন পুথিৰ সমীক্ষামূলক পাঠ নিৰ্ণয় কৰিব পাৰি; কিন্তু ডাক যিহেতু ঐতিহাসিক ব্যক্তি নহয়, গতিকে তেওঁৰ কাল নিৰ্ণয় কৰা দুৰূহ, তাতে ডাকে ৰচনা কৰা মূল পুথি নথকাহেতু আৰু 'ডাকৰ বচন' সন্নিবিষ্ট পুথিবোৰৰ বিষয়বস্তু, বিষয়বস্তুৰ বিভাজন প্ৰণালী, ভাষা, শব্দৰূপ আদিৰ মাজত প্ৰায়ে মিল নথকা হেতু ডাক-প্ৰবচনৰ সমীক্ষামূলক পাঠ নিৰ্ণয় কৰা টানেই নহয় অসম্ভৱো।

সাম্প্ৰতিকলৈ পোৱা ডাকৰ বচন সন্নিবিষ্ট হোৱা পুথি সমূহৰ মাজত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুৰণি-পুথি সংৰক্ষণ বিভাগত সংৰক্ষিত ক্ৰমাঙ্ক ২৩৭২ বিশিষ্ট (ক) পুথিখন তুলনামূলক ভাৱে পুৰণি আৰু নিৰ্ভৰযোগ্য হোৱা হেতু এই পাঠটোকে আদৰ্শ পাঠ (exemplar) স্বৰূপে গ্ৰহণ কৰি বাকী কেইখন মান পুথিৰ পৰা প্ৰবচনবোৰৰ পাঠান্তৰ দিয়া হৈছে। এই পুথিখনত (ক) চন-তাৰিখ আদিৰ উল্লেখ নাই। জন্ম-প্ৰকৰণেৰে আৰম্ভ হৈ যাত্ৰা-প্ৰকৰণত পুথিখনৰ সমাপ্তি ঘটিছে। পুথিখন সম্পূৰ্ণ যেন লাগে। ইয়াত মুঠতে ১৭টা ফলক (folio) আৰু প্ৰতিটো ফলকৰ দুটাকৈ পৃষ্ঠা আছে। প্ৰতিটো ফলকৰ পৰিমাণ ৪০ ছেঃ মিঃ × ১০ ছেঃ মিঃ। সাঁচিপাতত লিখা এই পুথিখনৰ প্ৰতিটো পৃষ্ঠাত ৯ টাকৈ শাৰী আছে। দ্বাদশ পৃষ্ঠাত এটি চিত্ৰও অংকন কৰা দেখা যায়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুৰণি পুথি সংৰক্ষণ বিভাগত 'ডাকৰ বচন'ৰ আন এটি অসম্পূৰ্ণ প্ৰতিলিপি আছে। এই বিভাগতে ডাক-

চৰিত্ৰ-পুস্তক' শীৰ্ষক আৰু ২৮৮৭ ক্ৰমাংক বিশিষ্ট ( ঙ পুথি ) আন এটি প্ৰতিলিপি সংৰক্ষিত হৈছে। ১৭৮৬ শকৰ পুহ মাহৰ ১২ তাৰিখে কৃষ্ণাদ্বাদশী তিথিৰ দিবা তিনি প্ৰহৰ যাওতে দৰঙৰ চপাই নিবাসী শ্ৰীবিষ্ণোৰাম ডেকা বড়ুৱাই পুথিখনৰ লিখা কাম শেষ কৰে। আৰম্ভণি আৰু পৰিসমাপ্তিৰ প্ৰতি দৃষ্টিপাত কৰি পুথিখন সম্পূৰ্ণ বুলি কব পাৰিলেও বিষয়বস্তুৰ ফালৰ পৰা পুথিখন সম্পূৰ্ণ বুলিব নোৱাৰি; যিহেতু ইয়াত মাত্ৰ সুপুৰুষৰ লক্ষণ, কুপুৰুষৰ লক্ষণ, নাৰীৰ লক্ষণ, জ্যোতিষ প্ৰকৰণ, ৰন্ধন প্ৰকৰণ, গৃহলক্ষণ, কৃষি লক্ষণ, টোকনৰ গুণ সম্বলিত বচন কেইটিমানহে পোৱা যায়। তুলাপাতত লিখা এই পুথিখনত মুঠতে ১৫টা ফলক আৰু ২৯টা পৃষ্ঠা আছে। প্ৰতিটো পৃষ্ঠাৰ পৰিমাণ ২০ ছেঃ মিঃ × ৯ ছেঃ মিঃ আৰু প্ৰতিটো পৃষ্ঠাত ৭ টাকৈ শাৰী আছে। প্ৰতিলিপিটোৰ লিখন-শৈলী বামুণীয়া আৰু ইয়াৰ অৱস্থা বৰ ভাল। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত 'ডাকৰ বচন'ৰ কেইবাটিও প্ৰতিলিপি আছিল, যদিও তাৰে কেইবাটিও প্ৰতিলিপি ইতিমধ্যে নোহোৱা হৈছে। বৰ্তমান এই বিভাগত 'ডাকৰ বচন'ৰ তিনিটা প্ৰতিলিপিহে পোৱা যায়। 'ডাক-ভণিতা' শীৰ্ষক পুথিখনৰ ( ক্ৰমাংক ১৪০৫, খ পুথি ) লিখক ধনঞ্জয় কাকতি, চন-তাৰিখ আদিৰ উল্লেখ নাই। সাঁচিপাতত ৰচিত এই পুথিখনত মুঠতে ২৬টা ফলক আছিল; কিন্তু প্ৰথম ফলকটো হেৰাইছে। ২ ক পৃষ্ঠাৰ পৰা ২৬ খ পৃষ্ঠালৈ থকা এই পুথিখনৰ প্ৰতিটো পৃষ্ঠাৰ পৰিমাণ ৩২ ছেঃ মিঃ × ৭½ ছেঃ মিঃ, শাৰীৰ সংখ্যা ৮; ১০ম পৃষ্ঠাত এটা চিত্ৰ আছে, যাৰ লগত 'ক' পুথিত অংকিত চিত্ৰৰ সাদৃশ্য লক্ষ্যণীয়। লিখন শৈলী লহকৰী। এই বিভাগতে সংৰক্ষিত দ্বিতীয়খন অসম্পূৰ্ণ 'ডাকৰ বচন' ( ক্ৰমাংক ৫২৭, 'গ' পুথি ) পুথিখন ১৮০৮ শকৰ ১৫ আহিনত লিখা হৈছিল। লিখকৰ নাম-ধামৰ উল্লেখ নাই। সাঁচিপাতত ৰচিত এই পুথিখন মুঠতে ১০টা ফলক আছে আৰু প্ৰতিটো ফলকৰ পৰিমাণ ১৬½ ছেঃ মিঃ × ৬ ছেঃ মিঃ আৰু প্ৰতিটো পৃষ্ঠাত ৬টাকৈ শাৰী আছে। পুথিখন অসম্পূৰ্ণ আৰু লিখাবোৰ অস্পষ্ট। এই বিভাগতে 'ডাকৰ বচন'ৰ তৃতীয় এটি অসম্পূৰ্ণ প্ৰতিলিপি ( ক্ৰমাংক ১১২ 'ঘ' পুথি ) পোৱা যায়। প্ৰতিলিপিটোত নাই লিখকৰ নাম-ধাম-চন তাৰিখ আদিৰ উল্লেখ। সাঁচিপাতত ৰচিত পুথিখনত মুঠতে ১১টা ফলক আছে, পৃষ্ঠাৰ সংখ্যা ২০; প্ৰতিটো ফলকৰ পৰিমাণ ২৬½ ছেঃ মিঃ × ৭½ ছেঃ মিঃ আৰু প্ৰতিটো পৃষ্ঠাত ৮ টাকৈ

শাৰী আছে। অনুসন্ধান সমিতিত সংৰক্ষিত 'ডাক-ৰচিত' পুথিখন অসম্পূৰ্ণ আৰু মুঠেই নিৰ্ভৰযোগ্য নহয়।

ওপৰোল্লিখিত হাতে লিখা পুথি কেইখনৰ ওপৰিও 'ডাক-প্ৰবচন'ৰ পাঠ নিৰ্ণয়ত কেইবাখনো ছপা 'ডাকৰ বচন' পুথিৰ সহায় লোৱা হৈছে। এই পুথি সমূহৰ ভিতৰত পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা সম্পাদিত 'অসমীয়া সাহিত্যৰ চানেকি', ১ম খণ্ড; শিৱনাথ ভট্টাচাৰ্য্যৰ দ্বাৰা প্ৰকাশিত 'ডাক-চৰিত্ৰ' বা 'ডাক-ভণিতা, দণ্ডীৰাম দত্তৰ দ্বাৰা সংকলিত 'ডাকৰ-বচন'; শ্ৰীঅতুলচন্দ্ৰ বৰুৱাৰ 'ডাকে বোলে শুনা উপায়,' শ্ৰীহেমৰথ বৰ্মণৰ দ্বাৰা সংকলিত 'সম্পূৰ্ণ ডাকৰ বচন' উল্লেখযোগ্য।

'ডাক-প্ৰবচন'ৰ সংকলন, সম্পাদন আৰু সমীক্ষন আদিৰ যন্ত্ৰী স্বৰূপাৰ্থত পৰম শ্ৰদ্ধেয় গুৰু, প্ৰফেছৰ ড° প্ৰফুল্লদত্ত গোস্বামীদেৱ. সম্পাদক মাত্ৰ যন্ত্ৰ হে। তেখেতৰ পৰা সততে উৎসাহ-উদ্দীপনা আৰু অনুপ্ৰেৰণা নোপোৱা-হেঁতেন 'ডাক-প্ৰবচনে' কায়-কল্প লাভ কৰিব নোৱাৰিলেহেঁতেন। 'ডাক-প্ৰবচন'ত সংযোজিত *Foreword* শীৰ্ষক আলোচনাটিও শ্ৰদ্ধাৰ ছাবে লিখি দি পুথিখনিৰ সৌষ্ঠৱ আৰু মূল্য বৰ্ধিত কৰি সম্পাদকক কৃতজ্ঞতাৰ পাশত আবদ্ধ ৰাখিছে।

মণিপুৰ বিশ্ববিদ্যালয়ৰ হিন্দী বিভাগৰ প্ৰফেছৰ ড° কৃষ্ণ নাৰায়ন প্ৰসাদ মাগধ ডাঙৰীয়াই পুথি-পাঁজিৰে আমাক বিস্তৰ ভাবে সহায় কৰিছে। তেখেতৰ ওচৰতো আমি ঋণী।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোকসংস্কৃতি গৱেষণা বিভাগৰ মুখ্য প্ৰফেছৰ ড° বীৰেন্দ্ৰনাথ দত্ত দেৱে প্ৰাসঙ্গিক আৰু প্ৰয়োজনীয় দিহা-পৰামৰ্শৰে সম্পাদকক উপকৃত কৰিছে. তেখেতৰ ওচৰতো সম্পাদক চিৰ কৃতজ্ঞ।

প্ৰাগজ্যোতিষ কলেজৰ অসমীয়া বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক শ্ৰীগদাধৰ দেৱশৰ্মা, উক্ত কলেজৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক ড° ভগৱান চন্দ্ৰ মৰল, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰিডাৰ ড° শৈলেন ভৰালী; উক্ত বিশ্ববিদ্যালয়ৰ নব্যভাৰতীয় ভাষা বিভাগৰ ৰিডাৰ ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, ড° বাণীকান্ত শৰ্মা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুৰব্বী প্ৰফেছৰ ড° মুকুন্দ মাধৱ শৰ্মাদেৱৰ ওচৰতো আমি কৃতজ্ঞ।

ড° প্ৰবীণ চন্দ্ৰ দাস, ড° ভৃগু মোহন গোস্বামী, শ্ৰীবসন্ত কুমাৰ দেৱ

গোস্বামী, শ্ৰীনবীন শৰ্মা, শ্ৰীজ্যোতিষ ভাগৱতী, শ্ৰীবিজয় শৰ্মা আদিৰ সহায় সহযোগ উল্লেখযোগ্য।

পৰিশেষত, পুথিখনি সোনকালে অনা বাবে বাণী প্ৰকাশৰ সুমিষ্ট আৰু উদ্যোগী প্ৰকাশক শ্ৰীযুত অম্বিকাপদ চৌধুৰী আৰু শ্ৰীযুত গিৰিপদ চৌধুৰীলৈও এই ছেগতে শলাগৰ শৰাই আগবঢ়াইছোঁ। অতি কম সময়ৰ ভিতৰতে পুথিখন ছপাই উলিয়াই দিয়া বাবে অৰুণোদয় প্ৰেছৰ কৰ্মীসকললৈও ধন্যবাদ জনাইছোঁ।

যত্নৰ ত্ৰুটি নকৰা স্বত্বেও 'ডাক-প্ৰবচনৰ'ৰ ছপাত কেইটিমান ভুল হৈ গ'ল। বিশেষকৈ ৩ পৃঃত 'কৰিয়া'ৰ ঠাইত 'কৰিবা'; ১৯ পৃঃত 'তিৰিৰ' ঠাইত 'তিৰিব'; ২৭ পৃঃত 'সাদৰ'ৰ ঠাইত 'মাদৰ'; ৩২ পৃঃত 'নেমুৰ' ঠাইত 'মেমু'; ৩৭ পৃঃত 'বোলে'ৰ ঠাইত 'বোস'; ৩৮ পৃঃত 'বিগুতি'ৰ ঠাইত 'বিগুতি', ৪৪ পৃঃত 'তৰনি'ৰ ঠাইত 'ভৰণি'; ৪৫ পৃঃত 'বিযু'ৰ ঠাইত 'বিষ্ণু'; ৫২ পৃঃত 'পোট'ৰ ঠাইত 'গোট'; ৫৪ পৃঃত 'তুঙ্গমুতুঙ্গ'ৰ ঠাইত 'তুঙ্গমুতুঙ্গ, ৫৯ পৃঃত 'ওৰা'ৰ ঠাইত 'ওবা'; ৬১ পৃঃত 'বিনাস'ৰ ঠাইত 'বিলাস'; ৭৩ পৃঃত 'কানে'ৰ ঠাইত 'কোনে'; ৭৪ পৃঃত 'পাৰেমানে'ৰ ঠাইত 'মাহেমানে'; ৭৫ পৃঃত 'ঘৰৰ' ঠাইত 'ঘৰৰ'; ৭৭ পৃঃত 'সুকা'ৰ ঠাইত 'মুকা'; ৭৯ পৃঃত 'সিংহৰ'ৰ ঠাইত 'সিংহৰ'; ৮৪ পৃঃত 'নিদিবা ভৰা'ৰ ঠাইত 'দিবাভৰা'; ১৩৯ পৃঃত 'বৃশ্চিকৰ'ৰ ঠাইত 'বৃশ্চিক' বুলি ছপা হৈছে। আশাকৰোঁ এই অবাঞ্ছিত ত্ৰুটিৰ বাবে সহৃদয় পাঠক পাঠিকাই ক্ষমা কৰিব। পুথিখনে সহৃদয় পাঠক সমাজৰ পৰা অকণমান মৰম পালেই সক্ষম হলেই আমাৰ পৰিশ্ৰম হ'ব সাৰ্থক। ইতি—

শ্ৰীনবীনচন্দ্ৰ শৰ্মা

শান্তিপুৰ হিল চাইড, গুৱাহাটী-৯
১৫ আগষ্ট, ১৯৮৭

## চিত্রসূচী

# বিষয়-সূচী

# Foreword

**By Dr. Praphulladatta Goswami**

Retired Professor of Folklore, Gauhati University

*Dakar Bachan* or *Dak Charit*, maxims attributed to one Dak, supposed to be the son of Varaha-mihira, sixth-century astronomer, are popular in the rural world of Assam. The sayings (bachan) deal with necessary knowledge or experience on such subjects as cultivation, choice of cattle, desirable qualities in a woman, cooking astrology.

Similar sayings are also found in various parts of India, say, Bengal, Bihar, Orissa, Rajasthan. The Bengali *Khanar Bachan*, maxims attributed to Khana, 'daughter-in-law of Varaha and wife of Mihira, have a good deal in common with the Assamese sayings. Dr. Nabin Chandra Sarma of the Folklore Research dept. of Gauhati University has fixed for the first time an authentic text of *Dakar Bachan* based on the earliest manuscript available and collating several others. He has shown the extra-territorial connections of the maxims and done a scholarly job by pointing out that Dak's sayings are not unique to Assam : they are part of an all-India tradition.

For want of linguistic or other corroborative evidence we are not able to conclude that the sayings are as old as Varaha-mihira's time. I had suspected that they were not old but rather fairly modern. In fact, Dr. Sarma has not found any manuscript which can claim to be even of the eighteenth century. The language suggests that the sayings originated in western Assam, in districts like Kamrup and Darrang. Medieval Assamese writings up to the eighteenth century or even later do not seem to have made any reference to either Dak or any saying attributed to him. We can, of course, concede that the sayings had remained in an oral form for some time before being put down in writing.

Dr. Sarma in his learned commentary, has shown that the sayings associated with such names as Dak, Khana, Dank, Ghag Bhaddari or even Agasti in Tamilnadu cannot be pointed to any historical figure The association of Dak or Ghag with Varaha-mihira and various tales concerning their birth and death constitute a sort *purana* created by the folk mind. The Assamese Dak, for instance, was the child of Varaha-mihira and a potter-woman and he lost his life untimely in water Ghag has a similar origin as well as death, but his mother is a milkmaid. Dank on the other hand, is born of a Brahmin lady......Dak does not seem to have any connection with *Dakarnava*, a Tantric text

Apparently these sayings have had a long tradition, spreading through the centuries over large parts of India. One or two Maithil scholars have traced their Dak to the sixteenth century, though the sayings attributed to him are rather modern. The Assamese Dak cannot be taken so far back. The astrological part of the sayings and even certain maxims having a bearing on agriculture are likely to have had their inspiration in Sanskrit works.

I had long desired that someone should take up the maxims attributed to Assam's Dak and edit them by fixing an authentic text. In fact, while I was in the Folklore Research dept of Gauhati University, some twelve years ago, having seen a manuscript of Dak's sayings in the manuscript collection of the university had it transcribed. Dr. Sarma has made use of this copy. Dr Sarma has put the Assamese sayings in an all-India perspective. This is a learned study done in depth as well as extension. Dr. Sarma also point's out that there are still some sayings attributed to Dak but not set on paper yet.

Sd/ P. Goswami

## 'ডাক-প্ৰবচন'ৰ পাঠ সমীক্ষাত গ্ৰহণ কৰা পুথি ঃ

ক. ডাকৰ বচন, পুৰণি পুথি সংৰক্ষণ বিভাগ, গুৱাহাটী বিশ্ব-বিদ্যালয়, পুথিৰ ক্ৰমাঙ্ক ২৩৭২

খ. ডাক-চৰিত, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, গুৱাহাটী, পুথিৰ ক্ৰমাঙ্ক ১৪০৫

গ. ডাকৰ বচন, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, গুৱাহাটী, পুথিৰ ক্ৰমাঙ্ক ৫২৭

ঘ. ডাক-ভণিতা, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, গুৱাহাটী, পুথিৰ ক্ৰমাঙ্ক ১১২

ঙ. ডাক-চৰিত্ৰ, পুৰণি পুথি সংৰক্ষণ বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়, পুথিৰ ক্ৰমাঙ্ক ২৮৮৭

চ. ডাক-চৰিত, অনুসন্ধান সমিতি, গুৱাহাটী

ছপা পুথি ঃ

ছ. ডাকৰ-বচন, দণ্ডীৰাম দত্ত সম্পাদিত, ১৯৬৮

জ. ডাক-চৰিত্ৰ বা ডাক ভণিতা, শিৱনাথ ভট্টাচাৰ্য্যৰদ্বাৰা প্ৰকাশিত, চতুৰ্থ তাঙৰণ,

শ্ৰীকৃষ্ণায় নমঃ

# অথ জন্ম প্ৰকৰণ

উপজিয়া ডাকে বোলন্ত বাক।
পোঞাতি ৰাখি চাৱ পুতাক ॥১
ধুৱাই পখলাই কোলে লৈব জেবে।
ভালে ভালে ফুল পৰিব তেবে ॥২
হৰিধ্বনি কৰি নাভি কাটিবা।
দৃঢ় মুষ্টি কৰি গাঠি বান্ধিবা ॥৩
গোবৰ স্থুঠি সুচলি কাঠ।
সেকিলে নাভি নহৰে আনা ॥৪
একে কাঠে লাৰি চাৰি।
দুই কাঠে ফুক পাৰি ॥৫
তিনি কাঠে কৰিয়া এক
জেনে লাগে তেনে সেক ॥৬
লোন ঝালুক দি খৰাৱ ধাল।

---

ছ, জ, একদিনা ডাক জন্ম লভিলা। ভূমিত পৰিয়া মনে গুণিলা ॥
দেখে অন্ধকাৰ প্ৰদীপ নাই। ইন্দুটৈৰ কৰি মাৱক চাই ॥
প্ৰসৱ দুখত মাতৃ অসুখ। ইন্ধ মেলি চাই পুত্ৰৰ মুখ ॥
গুচৰৰ দুই তিৰী আসিয়া। জলাৱে অগ্নিক তুষে ফুঁকিয়া ॥
পিৰিক পাৰাক কৰে আগুন। নালাগে দেখিয়া উঠয় থঙ্গ ॥

১. ছ, জ: হেন দেখি পাছে মাতিল ডাক। পোঁৱাতী ৰাখিয়া চা পুতাক
৪ ক: গোৱৰ স্থুঠি নবুলি কাঠে নহৰে নাঠ।
৬ ছ,: দুই কাঠে ফেঁক মাৰি। জ. ফু পাৰি

তেবে স্তন বস হুইবেক ভাল ॥[৭]
কলা তুলসি বেলৰ পাত।
মথা সমে খন্দি পটাত॥[৮]
তপত কৰিযা জননি খাইব।
তেবেসে জননি দঢক পাইব॥[৯]
জেবে সুতিকা ৰাখিব স্থিৰ।
জতন কৰিযা ঔষধ পিব॥[১০]
বাৰি পুষ্প কিন্টিৰমুল খুদ্র ৰাগ্তাক।
বটিযা খুৱাইব নথাকে বাঙ্কি।[১১]
অপৰাজিতা ইহবতি ইহাৰ মুল।
জানি দিবা দসমুল॥[১২]
অহিতে সিসুক জনে নেদেখি
অভ্যান্তৰে থৈবা সুজন ৰাখি॥[১৩]
পুবলৈ সিৰে সিসু সুযাইব।
সুতিকা ৰাখিব অগ্নি জলাইব॥[১৪]
দিনত সিসুক নাচাৰিব জনে
নিসাত ৰাখিব মাৱে জতনে॥[১৫]
সপুত্ৰনি নাৰি সঙ্গে নেছিব।
মাঝে মাঝে মাৱে জাগি দেখিব॥[১৬]

---

ক যেনেকৈ লাগে তেনেকৈ সেক। জ. যেন লাগে তেল সেক।
১০. ছ. জ. দিব
১২. ছ. জ. অপৰাজিতাৰ একটি ফুল। জানি শুনি দিব দশৰ মূল॥
বাসি জয়ন্তী পুষ্পক লব। তাৰ ক্ষুদ্র শিপা অল্প মিশাইব॥
অল্প বেঙ্গেনা শিপা তাহাকো দিব। খুধাত খুৱাইব তেবেসে জীব॥
১৩—১৪ ছ. অহিত জনে শিশুক নেদেখি। অভ্যান্তৰে থৈব দৃঢকে ৰাখি॥
ছ. পূৰ্ব্ব শিৰে শিশুক শুৱাই। সুতিকাৰ কাথে ৰাখিব জুই॥
খ. পুবলৈ শিৰে শিশুক সুৱাই। পোৱাতি ৰাখিব আগ জলাই॥
১৫—১৬ খ. ইষ্টজন সবে জাগি থাকিব।

উৎপতি কালে তৃসাৰ্ত্ত জানি।
সুতিকা কাখৰে নথৈবা পানি ।।[১৭]
সুতিকা কাখৰে ৰাখিবা অস্ত্ৰ।
সাৱধানে মাৰে ৰাখিব বস্ত্ৰ ।।[১৮]
গৃহ চাৰি চুকে দ্বাৰ মুখত।
সিজু বচ আনি কইবে সতত ।[১৯]
ঔসচ বাঝে মঙ্গল্য কৰি।
সূৰ্য্যক দেখাইবা নয়ন ভৰি ।।[২০]

## অথ ধৰ্ম্ম প্ৰবৰণম্

দধি দুগ্ধ সালি অন্ন।
প্ৰবন্ধে জিতো কৰাই ভোজন ।।[১]
সিজনে পাৰে জদি ইন্দ্ৰিয় জিনিত।
তেবে বিন্ধ্যাগিৰি পাৰে সাগোৰ তৰিত ।।[২]

---

ছ. নিশাত ৰাখিব মাএ যতনে।
১৭—১৮ খ. উৎপত্তিকালত কুশল জানি। সুতিকাৰ নিকটে নথৈবা পানি।
ছ অপুত্ৰী নাৰী সঙ্গে নথব। নিশাত মাত্ৰ জাগি থাকিব ॥
কাখত লোকে হাই নকৰিব। সুতিকাৰ কাখে পানী নথৈব ॥
জ. নিসত্ব তনু তৃষ্ণাতুৰ জানি। সুতিকা নিকটে নথৈব পানী ॥
সুহৃদে বান্ধিব কটিৰ বস্ত্ৰ। সুতিকা নিকটে ৰাখিব অস্ত্ৰ ॥
১৯—২০ খ. ঘৰৰ বাঝত চাৰি চুকত। বচ সিজু বগৰি কৰ সকত।
অসৌচৰ বাঝে মঙ্গল কৰি। সূৰ্য্যক দেখাব নয়ন ভৰি।
ছ. গৃহৰ চাৰি কোনে দ্বাৰ মুখত। সীজু বচ আনি কইব সতত।
পঞ্চম দিনত মঙ্গল কৰি। সূৰ্য্যক দেখাইব নয়ন ভৰি ॥
পখে কিম্বা মাসে গণক আনি। কৰিব গণনা বেদক মানি ॥
লোণ তেল জালা সভাত দিব। সমাজে চাহিয়া নাম কৰিব ॥
পিতৃ অনুসাৰে পুত্ৰৰ নাম। মাতৃ অনুসৰি দুহিতা নাম ॥
১—২ খ. প্ৰবন্ধিয়া নিতে কৰে ভোজন ॥
সিজনে যদি ইন্দ্ৰিয় জিনিত। বিন্ধ্যাগিৰি সাগৰ পাৰে তৰিত ॥

ব্ৰাহ্মনৰ পিতৃ দেৱ অৰ্চ্চন।
ক্ষেত্ৰিয় গনৰ জুদ্ধ কৰন॥[৩]
নৃপতি সবৰ প্ৰজা পালন।
বৈশ্যৰ বাণিজ্য ধন আৰ্জ্জন॥
সুদ্ৰৰ স্বধৰ্ম্ম নিতি সেবন॥[৪]
জেবে ধৰ্ম্ম কৰিবা জানি।
পুখুৰি খানিয়া ৰাখিবা পানি॥[৫]
বৃক্ষ ৰোপনত অধিক ধৰ্ম্ম।
মঠ মণ্ডপ সোভন কৰ্ম্ম।[৬]
জেই দিয়ে তাকে পাই।
পৰলোকে বসি খাই।[৭]
অনিত্য দেহাত নাহিকে আস।
ধনে জনে বস্ত্ৰে কিবা বিশ্বাস॥[৮]
জি জনে দিয়ে অন্নৰ সাৰি।
সি জন নাজাই যম নগৰি॥[৯]
অন্ন জল জানা অধিকে দান।
তাত কৰি শ্ৰেষ্ট নাহিকে আন॥[১০]

---

৩—৪ ক. ক্ষেত্ৰিয় সবৰ প্ৰজা পালন॥
খ. বিপ্ৰে বৃষ্টি কৰে যাহাৰ শিৰে। প্ৰতি নিতে তাৰ ভোজন থিৰে॥
পিতৃ মাতৃৰ নিতে বন্দয় চৰণ। ডাকে বোলে তাৰ সাৰ্থক জীৱন॥
সৰ্ব্ব গুনিয়াক ভাতে নাটে। দুষ্ট পুত্ৰ জাৰ নিতে কাটে॥
অপুচক ভৈলে পাত্ৰ নোহে ভাল। দন্ত খসিলে কিহৰ গিভাল॥
জ্যোতিস পঢ়ে গ্ৰহৰ নাই থিত। দন্ত ভোক্তা নভৈলে কি কৰে বহু বিত্তে॥
বৈদ্যহন্না মৰে আপুনি বিষে। নৃপতি হয়া প্ৰজাক হিংসে॥
শিৰে নবন্ধে মাধৱৰ পাৱ। সবে বিৰম্বনা জানিবা মাৱ॥
৫—৬ ক. ব্ৰক্ষ আৰোপন অধিক ধৰ্ম্ম। ৪. খ. পৰলোকে গৈয়া সুখে খাই॥
খ. মঠ মণ্ডপ গুৰুত্তৰ কৰ্ম্ম। ধনজন বস্তুত কিবা বিশ্বাস॥
৯—১০ খ. তাত পৰে নাহিকে আন॥ গ. তাত পৰে বড় নাহিকে আন॥

ভাল দ্ৰব্য জেখনে পাইব।
দেবতা দ্বিজক তেখনে দিব ॥১১
কালিৰ ভাগক ৰাখে জতনে।
প্ৰসংসে তাহাক ৰবিৰ নন্দনে ॥১২
সোনাৰ তুল্য কন্যা দান।
ডাকে বোলে তাৰ স্বৰ্গত থান ।১৩
জিজনে কৰে অন্নৰ সালা।
তাহাৰ নাহি যমেৰ খেলা ।।১৪
দধি দুগ্ধ অন্ন বিপুল।
ইসব দানক নাহিকে তুল ॥১৫
ডাকে বোলে সেহিসে সাৰ।
আপুনি মৰিলে কি কৰে আৰ ॥১৬
ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ দেৱা।
সকলে কৰে গঙ্গাক সেৱা ॥১৭
গয়া প্ৰয়াগ বাৰানাসি জাই।
গঙ্গা স্নানত সবাকে পাই ।।১৮
ৰুপা সোনা হিৰা অমোল্য।
গঙ্গা জলক কেহো নোহে তুল্য ।।১৯

১১-১২ খ. ভাল দ্ৰব্য সব জেখনে পাইব। গ. কালিৰ ভাগোক ৰাখে জিজন।
১৩-১৪ খ, তাৰ নহে জানা যমৰ খেলা। গ. সেই জনত নাই জমৰ খেলা।
১৫-১৬. খ. দুগ্ধ সব কৰিয়া মেলে। ঔসধ দান সত্য বোল ॥
ডাকে বোলে তেবে সেহিসে সাৰ। তাহাক চাড়িয়া নাহিকে আৰ ॥
গ. দধি দুগ্ধ দেই অন্ন বিপুলে। ওসধি দানত বৈদ্য বোলে ॥
ডাকে বোলে সেহি সাৰ। তাহাক ছাড়িয়া নাহিকে আৰ ॥
জ. ঔষধ দানত নাহিকে তুল।
১৭-১৮ খ.গ. গঙ্গা গয়া বাৰানসি জাই।
১৯-২০ খ. সোনা ৰুপা হিৰা তুল্য। গঙ্গাৰ জলৰ নোহে মূল্য ॥
জত লোকে জত পাপ কৰে। পৰধন পৰ দাৰ হৰে ॥

জত মহাপাপ সকলে কৰে।
পব ধন পৰ নাৰিক হৰে ॥[২০]
যদি সিতো গঙ্গা স্নান কৰে।
সকলে পাতেক তাহাৰ হৰে ॥[২১]
প্ৰথমে ঘৰে উপবাস কৰি।
তিৰ্থ জাত্ৰাক জাইবেক লৰি ।[২২]
গঙ্গা জলত চাৰিবে প্ৰাণ।
মুকুতিত বিনে নাপাইবে আন ॥[২৩]

## অথ ন্যায় প্ৰকৰণম্

বুঝিয়া সুঝিয়া বান্ধিবে আৰি।
তেবেসে সত্ৰুক জিনিবে পাৰি ॥[১]
তাৰ মুখে কথা হৈবেক বাঝ।
ধৰ্ম্ম কৰি কথা সোধন্ত ৰাজ ॥[২]
দৃঢ় কৰি হুইব সাখি চয়।
তেবেসে সাধিব সকলে জয় ॥[৩]

---

গ. সনা ৰূপা হিৰা মুকুতাৰ মূলা। গঙ্গাৰ জলে নুহিকে তুল্য ॥
জতলোক জতপাপ কৰে। পৰোৰ ধন পৰ নাৰি হৰে ॥
২১-২২ খ. জেবে গৈয়া গঙ্গা স্নান কৰে। তেখনে পাপ সমস্তে হৰে ॥
প্ৰথমে ঘৰত কৰি উপবাস। পাছে চলি জাই গঙ্গাৰ পাস ॥
জ. যদি গয়া গঙ্গা স্নান কৰে।
২৩ খ. গঙ্গাৰ তিৰত চাৰিলে প্ৰান। মুকুতিত পৰে নাহিকে আন ॥
গ. গঙ্গাৰ জলত চাড়িল প্ৰাণ।
জ. হোৱন্ত মুকতি স্বৰ্গ প্ৰধান ॥
২. খ. কথা সুধিব সভাৰ থানে। ধৰ্ম্মাধৰ্ম্ম বিজনে জানে ॥
গ. সাখিক সুধিব সভাৰ থানে। ধৰ্ম্মাধৰ্ম্মক বিজনে জানে ॥
ছ. দৃঢ়কে কৰিবা সাক্ষী সকল। সাক্ষীহে জানিবা জয় মঙ্গল ॥
জ. সাক্ষী মুখে কথা কয়াই বাজ। যদি ধৰ্ম্ম কৰি সোধন্ত ৰাজ ॥
৩-৪ খ দৃঢ় কৰি সাখিক আগে। সাখিৰ মুখেহে জিনিব লাগে ॥
জেবে ভাল মুখে সাখি কৰিব। তেবেবে সভাত ন্যায়ে জিনিব ॥

জেবে ভাল ৰূপে সাখি কহিব।
তেবেসে সততে ন্যায় জিনিব ॥[৪]
ডাকে বোলে আগে ন্যায় সাজ।
ন্যায় হাৰিলে অধিকে লাজ ॥[৫]
ভাল লোক চাই সাখি কৰ।
ধৰ্ম্মাধৰ্ম্ম জাৰ তাৰ গোচৰ ॥[৬]
সাখি পঞ্চ সপ্ত নৱ জন।
ৰেদ বেত্তা তিনি হোৱে ব্রাহ্মন ॥[৭]
এক সাখি চন্দ্র সুৰ্য্যৰ সবি।
তাক নামানিবা কৈলো সংহৰি ॥[৮]
সুনা কথাতে দেই পৰিক্ষা।
কথা পোচন্তে কৰয় ৰক্ষা ॥[৯]
হেন জন ভৈলে নৰকে জাই।
বোলন্ত ডাকে দৈবে বাধা নাই। ১০
এক এক কৰি সুধিব কাৰ্য্য।

---

গ. দৃঢকৰি সাখি কাৰৱ আগে। সাখি মুখে মিত্রে জিনিতে লাগে ॥
ঘ. দৃঢ কৰি সাখি কৰিব আগে। সাখি মুহে জিনিব লাগে ॥
ঙ দৃঢ় কৰি থৈব সাক্ষী সবল। সাধিব ন্যায়ত তেবে কুশল ॥
৫-৬ খ. তাকে বোলে আবে ন্যায় সমাজ।
গ. সদলোক জানি সাখি কৰ। ধৰ্ম্মাধৰ্ম্ম জয় জাহাৰ গোচৰ ॥
ঘ. ভাললোক জানি সাখি কৰ।
ঙ. স্বধৰ্ম্ম কথাত যাৰ গোচৰ। ভাল সাক্ষী দিয়া চাপ ওচৰ ॥
৭-৮ খ, গ. সাখি পাঞ্চ সাত চাৰিজন। তিনি দুই জেবে হোৱে ব্রাহ্মণ ॥
একলে একত সুধিব কাৰ্য্য। বসিয়া থাকিব সভাৰ মাঝ ॥
ঘ. সাখি নবা চাৰিজন।
ঙ. সাক্ষী নৱসাতাধিক চাৰিজন।
৯-১০. খ, গ, ঘ. ঙ পাঠত নাই।

বসিয়া থাকিব সভাৰ মাঝ ॥[১১]
ন্যায় সুধিব চাৰিজন সঙ্গ।
সাখিৰ বোলে ন্যায়ৰ ভঙ্গ ॥[১২]
জি ন্যায়ত নাহিকে সাখি।
ডাকে বোলে তাক থৈবাহা ৰাখি ॥[১৩]
যদি সত্য কৰি সোধন্ত ন্যায়
ডাকে বোলে তেবে স্বৰ্গক পাই ॥[১৪]
মধ্যস্থ ঠেলি মাতয় জেবে।
ডাকে বোলে নৰ্কে পৰিব তেবে ॥[১৫]
মন্দ লোক যদি হোৱয় সাখি।
সপত কৰায়া তাহাকো ৰাখি। [১৬]
জানিয়া জিজনে অসত্য কয়।
পৰিবে নৰ্কে নাহি সংসয় ॥[১৭]
সাখি মুখে যদি ভঙ্গক জানি।
মধ্যস্থ জনৰ বচন মানি ॥[১৮]
সাখিক দেখাই ঋনক দিব।
পত্ৰত নাম লেখি ৰাখিব ॥[১৯]

---

১১ খ, গ. ঘ. পাঠত নাই।
জ. ধন আশ এৰি শুধিব সাক্ষী। ৰাজাক তেবে ধৰ্ম্মে ফুৰে ৰাখি ॥
যিজনে ধৰ্ম্মত নকহে সাক্ষী। ডাকে বোলে তাক থৈবাহা ৰাখি ॥
সত্য কৰি যদি সাক্ষী নকৰে। যমদূতে নিয়া স্বৰ্গত থয়ে ॥
ধৰ্ম্মক এড়িয়া কহয় যেবে। ডাকে বোলে নৰকে পৰিবে তেবে ॥
১২ গ. ন্যায়ৰ উচিত চাৰিজন সঙ্গ। ঘ. ন্যায় সুধিব চাৰিজন সঙ্গে ॥
১৪ ছ. ডাকে বোলে তাৰ স্বৰ্গত ঠাই।
১৬ খ. সপত কৰাবা তাহাক ৰাখি। গ, সত্য কৰি তাহাকো ৰাখি।
ঘ. সত্যত কৰয় তাক ডাক ৰাখি। ছ. শপত কৰাইবা তাক ৰাখি।
১৭-১৮ খ. জানি জিজনে মিচা কই। নৰকত পৰে সিতো নিচয় ॥
গ. জানিয়া জিজনে মিচাক কয়। নৰকোত পড়ে জানিবা নিশ্চয় ॥
সাখি মুখে যদি কথা জানি। মধ্যাসি জনৰ বচন মানি ॥
ঘ. জানিয়া জিজনে ধৰ্ম্মলয়। নৰকত সিতো পড়ে নিত ॥

লাভ মুল জতেক ধন।
ঘৰতে হৈব উপাৰ্য্যন ॥[২০]
ঋণৰ সাখি যদি নাই খতত।
পৰিক্ষা কৰিয়া বুজিবা তত্ত ॥[২১]
স্বামিৰ দোসে ভৃতাৰ দণ্ড।
স্ত্ৰীৰ দোষে স্বামি ৰণ্ড ভণ্ড ॥[২২]
ভেদ দণ্ড সাম দান।
চাৰি ৰূপে ন্যাযক স্থান ॥[২৩]
বাপে পোৱে যদি কন্দল বাজে।
পুত্ৰক দণ্ডিব পণ্ডিত বাজে।[২৪]
সুদ্ৰ ভ্ৰমে যদি বধে বিপ্ৰক।
বধিবে নৃপতি সিটো সুদ্ৰক ॥[২৫]
সজ্জনে যদি গোবধ কৰে।
ভিক্ষা মাগি ভ্ৰমিব বাৰে বচ্ছৰে ॥[২৬]
গঙ্গা স্নান কৰি নিস্তাৰ পাই।
প্ৰাযস্বিত্ত কৰি গৃহক জাই ॥[২৭]

২০. খ. লাভমূল যতধন। গ লাভ মুল জত ধন। ঘ লাভ মুল যত যত ধন।

২১-২২ গ. ৰিনৰ সাখি জদি নাই খত। পৰিখা কৰিয়া বুজিবো তত্ত ॥
স্বামিৰ দোসত ভত্যৰ দণ্ড। স্ত্ৰিৰ দোসত স্বামিৰ দণ্ড ॥
ঘ. ধন দি ৰিণৰ নাহিকে খত। পৰিখা কৰিয়া বুজিব তত্ত ॥
— — —। স্ত্ৰীৰ দোষত স্বামিৰ অসুভ ॥
ঙ. ঋণৰ সাক্ষী নাহিক অন্ত। পৰীক্ষা কৰিয়া তত্ত বুঝিবন্ত ॥

২৪ খ. পুত্ৰক দণ্ডিব পণ্ডিতৰ মাঝে। গ. পুত্ৰোক ডুখিব পণ্ডিতোৰ মাঝে ॥
ঘ. পুত্ৰক দোষিব পণ্ডিত ৰাজে।

২৬ খ, ঘ, ঙ, সজ্জনে যদি গুৰু বধ কৰে। গ সজ্জনে জদি গুৰু বধ কৰে।
.. ভিক্ষা মাগি খাইব বাৰ বচ্ছৰে ॥

জেবে অন্ন জল জ্ঞাতিয়ে খাই।
তেবেসে তাহান নিৰ্ম্মল কাই।।[২৮]

## অথ নিতি প্ৰকৰণম্

বিপ্ৰে বৃষ্টি কৰে জাহাৰ শিৰে।
প্ৰত্যেক দিবসে ভোজন ক্ষিৰে।।[১]
পিতৃ মাতৃৰ নিতে নমে চৰন।
বোলন্ত ডাকে সাৰ্থক জিবন।।[২]
সাঠি বোচ্চৰত বোলে আই।
আসাঢ় শ্ৰাবনত দোহে গাই।[৩]
পুহত আহু জেঠত সালি।
তেবে জানিবা গৃহস্তালি।।[৪]
যেবে জসি জস বখানে আনে।

---

২৮ পৰবৰ্ত্তী অংশ খ. গ. সবা:ল নিৰ্ব্বা:ল কিসৰ নিয়া। পাঞ্চে পঞ্চাসে কিসৰ বিয়া।।
অনাচাৰি ভৈলে কিসৰ মাৰ। অজ্ঞানী জনত কিহৰ ভাৰ।।
ছ. ৰাগ নজানি গাৱয় গীত। পৰ স্ত্ৰীত মন কৰয় স্থিত।।
ওবে গাৱে খজুৱাই খজু। বোলন্ত ডাকে তিনিও গৰু।।
আপন কাৰ্য্যক যি ক:ৰ হেলা। তাহাৰ ঘ:ৰ নাই লক্ষ্মীৰ খেলা।।
ক্ৰোধ ভৈলেও যি মাতে বাপা বুলি। শত্ৰু:কা বিজনে ধৰে আঙ্কোৱালি।।
ৰঙ্গে খঙ্গে সদা হাসি নেড়য়। তাৰ গৃহে সদা লক্ষ্মী থাকয়।
নীতি-প্ৰকৰণ খ, গ, ঙ পাঠত পোৱা নাযায়।

১. ক. ভোজ ক্ষি:ৰ। ছ. দিনে দিনে বি:প্ৰ ক:ৰ আশীৰ্ব্বাদ। ঈশ্বৰ নিৰ্ম্মালা দিয়ে প্ৰসাদ।। বিপ্ৰ হস্ত দিৱয় শি:ৰ। প্ৰতিদিন ভোজন ক্ষী:ৰ।।
জ. ভক্ত গুৰু বিষ্ণু নাম নিচিনে। কাহাত বলে চয় শত্ৰু জিনে।।
৩ ছ. ষাঠী বছৰত বোলয় আই।
৪ ক. পুহত আহু জেঠৰ সালি।

তেবেসে গৃহস্ত আটি খাই ধানে ॥[৫]
তেবেসে পুত্ৰ পিতৃত পোচে কাৰ্য্য।
তেবেসে নৃপতি যেবে কাটি মাৰি লৱে ৰাজ ॥[৬]
সৰ্ব্ব গুনিয়াক ভাতে নাটে।
দুষ্ট পুত্ৰ জাৰ নিতে কান্দে ॥[৭]
অপোচ পাত্ৰ নোহে ভাল।
দন্ত খসিলে কিসৰ গিতাল ॥[৮]
জ্যোতিষ পঢ়ে গ্ৰহৰ নাই স্থিত।
নেদিলে নাখালে কিসৰ বিত্ত ॥[৯]
বৈদ্য হুয়া মৰে আপুনি বিসে।
নৃপতি হৈয়া প্ৰজাক হিংসে ॥[১০]
সিৰে নবন্দে কৃষ্ণৰ পাৱ।
সবে বিড়ম্বন জানিবা মাৱ ॥[১১]
ৰান্ধন সালত জাৰ নাবাজিল পটা।

---

৫ জ. তেবেসে যশ বখানে আনে। তেবেসে গৃহস্থৰ আটিৰ ধানে ॥
৬ ছ. সেহি পুত্ৰ পিতৃত শোধে কাজ। যেবে নৃপতি কাটি মাৰি লএ ৰাজ্য ॥
জ. যিটো পুত্ৰে পিতৃত পুছে কায। জানিবা নৃপতিয়ে লৱে ৰাজ ॥
৮ খ. অপুচক ভৈলে পাত্ৰ নোহে ভাল। দন্ত খসিলে কিহৰ গিতাল ॥
ছ. দুষ্টা স্ত্ৰী যাৰ নাহিকা ভাল। দান্ত সৰিলে কিহৰ গীতাল ॥
জ. দুষ্ট পুত্ৰ যাৰ নিতান্ত কান্দে। অপুত্ৰে মন্ত্ৰী নোহয় ভাল।
১০ খ. দন্ত ভোক্তা নভৈলে কি কৰে বহু বিত্তে ॥ বৈদ্য হুয়া মৰে আপুনি বিষে।
ছ. দন্তা ভক্তা নাই কিহোৰ বিত ॥ বৈদ্য হুয়া মৰে আপুনি বিষে।
জ. দণ্ডভুক্ত বিনে কি কৰে বীত ॥
১১ খ. জ. শিৰে নবন্দে মাধৱৰ পাৱ। সবে বিড়ম্বনা জানিবা মাৱ ॥
ছ, শিৰে নবন্দে গোবিন্দ পাৱ। সবে বিড়ম্বনা জানিবা মাৱ ॥

স্নান সময়ত জাৰ নভৈল ফোটা ॥[১২]
সিত কালত জাৰ নাহিকে বস্ত্ৰ।
যুদ্ধ সময়ত নাহিকে অস্ত্ৰ ॥[১৩]
যজ্ঞ অৱসানে নাহি দক্ষিনা।
বোলন্ত ডাকে পাচো বিড়ম্বনা ॥[১৪]
অসতিৰ সত্য নাহি একোকাল।
দুষ্কক ভাল নোবোলে মতোয়াল ॥[১৫]
চোৰে ভাল নেদেখে চন্দ্ৰৰ জ্যোতি।
দুষ্টা স্ত্ৰীৰ নাই পুত্ৰত ৰতি ॥[১৬]
জুইক দৃষ্টি সুৰ্য্যক পিঠি।
কৰাই মুঠি মাহ গুটি ॥[১৭]
চাইত পৰিলে ঘৃত হোৱে নষ্ট।
দণ্ডাকাৰ ভৈলে গড় হোৱে ভ্ৰষ্ট ॥[১৮]

---

১২. ৰান্ধন শালত নবাজয় পাটা। স্নান অবিহনে নহল কঁটা ॥
জ. স্নান অৱসৰে নভৈল ফোঁটা।
ঝ. স্নান সময়ে নবাজিল ঘটা ॥

১৩ ছ. আঘণ পুহত নাহিকে বস্ত্ৰ। ...বুলন্ত ডাকে পাস্তো বিৰম্বনা ॥
জ, শীতকালে যাৰ নভৈল বস্ত্ৰ। যুদ্ধ সময়ত ধুকাইল অস্ত্ৰ ॥
...বোলন্ত ডাকে পাঞো বিড়ম্বনা ॥

১৫ খ. অসতিৰ সঙ্গ নাই একোকালে।
ছ. অতিথিৰ সুখ নাই একোকালে। দুষ্কক ভাল নাপায় মাতোৱালে ॥
জ. অসতীৰ সুখ নাহি একোকালে। দুষ্কক ভাল নেদেখে মতোয়ালে ॥
ইয়াৰ পিছত ছ. ধনী নিৰ্ধনী কিহৰ মিত্ৰৱতী। বলী নিৰ্বলী কিহৰ হাতাহাতি ॥
বলৱন্তৰ সকল পিনে বল। যেই পোনে চলে সেই পোনে চল ॥

১৭ খ. কৰাইক মুঠি মাহক খুটি ॥ ..ডণ্ডকাৰ নহলে গড় হৱে নষ্ট ॥
ছ. অগ্নিত দৃষ্টি সুৰ্য্যাত পিঠি। মাহক খুটী কৰাইক মুষ্টি ॥
......শামুকে সহিতে জল হএ ভ্ৰষ্ট ॥

১৮ জ, ......মাহক খুন্তি কৰাইক মুঠি ॥ ...দণ্ডকৰ হৈলে গড় হোৱে ভ্ৰষ্ট ॥

চিতল খণ্ডে গঢ়িব কুঠাৰ।
বক্ৰভাৱে গঢ়ৰ ব্যৱহাৰ॥[১৯]
উৰিসা ঘৰত বাৰিসা থাকে।
জুবত কন্যাক বাপেকে ৰাখে॥[২০]
অসতি চোৰে কৰে সঙ্গ।
এই তিনি ন্যায়ত ভঙ্গ॥[২১]
নিস্ফল জিৱন ধৰয়াই নিয়ে ধৰি।
নিস্ফল জিৱন নিতে লোড়ে খৰি॥[২২]
নিস্ফল জিবন খণ্ড পৰবাস।
নিস্ফল জিৱন পৰত কৰে আস॥[২৩]

---

১৮ ৰ পিচত জ পাঠত: বাঘ চাব লাগলে বোন্দাকে চাবা।
ভাল মানুহ চাব খুজিলে আলিলৈ যাবা॥

১৯ খ. বক্র ভঙ্গি হলে গঢ় ব্যৱহাৰ

২০ খ. ছ জ. উৰুষা ধৰত বাৰিষা থাকে।

ঙ বক্ৰভাৱত কৰ ব্যৱহাৰ॥

২০ ৰ পিছত 'ছ' পাঠত: সম্পৰ্ক দেখি ৰাখে গৃহত। শত্ৰু সহিতে একা চলে পথত॥

ক এই তিনি চাৰি নিয়াত ভঙ্গ॥

২১. খ. চোৰেৰে জিতো কৰে সঙ্গ। এই তিনি ন্যায়ত ভঙ্গ।

ছ. চোৰে সহিতে যি কৰে সঙ্গ। এই সবৰ জানিবা সদায় ভঙ্গ॥

জ. অতি বড় গ্ৰাসে খাৱয় ভাত। ধৰুৱা গৃহস্থক নিদিয়ে মাত॥

চোৰে এৰে কৰে সঙ্গ। ই তিনিৰ জানিবা ভঙ্গ॥

তিৰোতাৰ গৰু ৰখা দেখিবলৈ কুচ্ছিৎ। মুনিহৰ ভাত ৰন্ধা মৰিবহে উচিত॥

২২ ছ. নিষ্ফল জীৱন নিতে চাই খৰি। নিষ্ফলা জীৱনে বি পৰৰ ধাৰী॥

খ, নিষ্ফল জিৱন নিতে লোৰে খৰি। নিষ্ফলা জিৱন ধৰুৱাই নিএ ধৰি॥

২ ছ. নিষ্ফল জীৱন অকাৰ্য্যে প্ৰবাস।

খ. নিষ্ফল জিৱন খণ্ড প্ৰবাস। নিষ্ফলা জিৱন পৰত আস॥

সবলে নিৰ্ব্বলে কিহৰ নিয়া।
পাচে পঞ্চাসে কিহৰ বিয়া।[২৪]
দুৰাচাৰি ভৈলে কিসৰ মাৱ।
অক্ষেমি জনৰ কিহৰ ভাৱ ॥[২৫]
অপৰাধিৰ কথাত নাহিকে ৰঙ্গ।
অকাটন কটাৰিৰ উঠে খঙ্গ ॥[২৬]
ধনিৰ জয় সকলে ৰঙ্গ।
ডাকে বোলে নিধনি হৈলে ভঙ্গ ॥[২৭]
ধনি জাই গাৱ ঝোকাৰি।
নিধনিক জাই ঠেলা মাৰি ॥[২৮]
নিধনি জন জি ঘৰে জাই।
আচোক ভাত পানি মাতো নাপাই ॥[২৯]
আহে জাই বহে উকুৰ।
কৈৰ পৰা আহে চহাল কুকুৰ ।[৩০]
অপৰাধি হুই নাখাবা নেওতা।
বেলি পৰি গেল নহল সোধোতা ॥[৩১]

---

২৪ জ. পঞ্চে পঞ্চা কিহৰ বিয়া।
২৪ ৰ পিছত জ পাঠ. ছাগৰে বাঘৰে কিহৰ মতামতি।
হাতৰে গৃধৰে কিহৰ হতাগতি ॥
২৫ ছ. দুষ্ট যদি কিহৰ মায়। গোৰৰ মিছা সদ শুভায় ॥
জ. দুষ্টা স্ত্ৰী হলে কিহৰ মাৱ। অক্ষমী জনৰ কিহৰ ভাৱ ॥
২৬ ক. আপৰনিৰ কথাত নাহিকে ৰঙ্গ।
খ. অকাটন কটাৰি লাগয় খঙ্গ ॥
২৭ ক. ধনিজয় সকলে ৰঙ্গ। ডাকে বোলে নিধনি হলে হল ভঙ্গ ॥
৩০ ক কৈৰ পৰা আহিছে চহলে কুকুৰ।
খ. আহে জাই বহে উকুৰে। কিলেই খেদে চহাল কুকুৰে ॥
জ. আহে জাই বহে উকুৰ। ৰণে আহে চহাল কুকুৰ ॥
৩১ ক. অপৰানি হুই নাখাবানেওতা।
জ. অপৰাধী হলে নপাই মান্যতা। বেলি পৰি গৈল নোহে সোধাতা

খোৰা পিৰা ফটা পাত।
মুখ চাই ৰান্ধনি নেদিয়ে ভাত ॥[৩২]
দুৱাৰ চুকত দিয়ে ঠাই।
খালা নাখালা সোধোতা নাই ॥[৩৩]
নিধনি ককা বেঙেনা পকা।
দৰিদ্ৰৰ সোদৰ ভাই ॥[৩৪]
ওঁকাহি দিয়ে জেঠালকে।
বোৱাৰি থাকে মুখলৈ চাই ॥[৩৫]
আসনৰ বৰ্জিত তিনি জাৰ খুৰা।
মিত্ৰৰ বৰ্জিত পিয়ে সুৰা ॥[৩৬]
গাইৰ বৰ্জিত ওলোমা বাহি।
স্ত্ৰীৰ বৰ্জিত ঘনে তোলে হাহি ॥[৩৭]
নষ্ট হল কৃষি মাঝে হল বাট।
নষ্ট হল স্ত্ৰী নিতে বেহাই হাট ॥[৩৮]

---

৩২ খ. মুখ চাই ৰান্ধনি পৰসে ভাত।
ছ. খোৰা পিৰা ফাটা পাত। মুখ চাই ৰান্ধনি নেদিয়ে ভাত ॥
জ খোৰা পীড়া ফটা পাত্ৰ। মুখ চাই ৰান্ধনী হাহে মাত্ৰ ॥
৩৩ খ. খালে নাখালে সোধোতা নাই।
ছ. · · সোধন্ত··· ।
জ. খালেনে নাখালে সোধোতা নাই ॥
৩৪ খ. বেঙ্গেনাৰ পকা নিধনিৰ ককা। দৰিদ্ৰৰ সোদৰ ভাই ॥
৩৫ খ উকহি দিওোতে গল ফাটি জাই। ভাই বোৱাৰিএকে আছে মুখে মুখে চাই ॥
জ. ঐকাহি দিয়োতে। গল ফাটি গৈল। ভাই বোৱাৰীয়ে মুখ চাই ॥
৩৭ ছ. ··স্ত্ৰীৰ বৰ্জ্জিত সদাই হাঁহি ॥
ঘৰৰ ভাল নাই যাৰ নাই বুঢ়া ॥
৩৮ খ. নষ্ট গেল কিৰিষি মাঝে হ'ল বাট। নষ্ট গেল তিৰি········· ॥
ছ. ভাল কৃষি নষ্ট হএ মাজে হয় বাট। ভাল তিৰি নষ্ট হএ নিত্তে কৰে হাট ॥
খ. ভাল তিৰি নষ্ট গেল ঘনে বেহাই হাট।

ভাল কাপুৰ নষ্ট গেল নিতে ললে ঝাপত।
ভাল পো নষ্ট গেল মুস্থধিলে বাপত॥[৩৯]
নষ্ট গেল আঠুয়া নিতে ঝাপত ওঁৰে।
নষ্ট গেল মাগুৰ মাচ ঢৰা জুইত পোৰে॥[৪০]
ডাকৰ বচন বেদৰ বানি।
পো লাগা তিৰোতা ঘৰলৈ নানি॥[৪১]
তোকো বঞ্চে মোকো বঞ্চে।
পালে বস্তু পুতেকলৈ সাঞ্চে॥[৪২]
বুঁঢ়া গৰুৰ সিঙ্গে ভাৰ।
ঘৰিনি মুখৰা পো জুঝাৰ॥[৪৩]
পানিৰ বাটত মুহিবা আগা।
অপৰানি কুটুম্বৰ নহৈবা লগা॥[৪৪]

---

ভাল বাৰি নষ্ট গেল মাঝে হ'ল বাট॥

৩৯ খ. ভাল পো নষ্ট গেল মুস্থধি বাপত। ভাল কাপোৰ নষ্ট গেল নিতে লই জাপত॥

ছ. ভাল বস্ত্ৰ নষ্ট হএ নিতে উৰে জাপত। ভাল পো নষ্ট হএ মুস্থধে বাপত॥

৪০ খ. নষ্ট গেল মাগুৰ মাচ ধৰা জুইত পোৰে। নষ্ট গেল আঠুৰা ঝাপত ঝোৰে॥

জ. নষ্ট গৈল আঠুৰা ঝাপত গোৰে। নষ্ট গৈল মাগুৰ জুইত পোড়ে॥

৪১ খ. ডাকৰ বচন বেদৰ বানি। পো লগা তিৰতা ঘৰলৈ নানি॥

৪২ খ তোকো বঞ্চে মোকো বঞ্চে। পালে বস্ত্ৰ পুতেকলৈ সাঞ্চে॥

৪৩ ছ. বুঢ়া গোৰুৰ শিঙে মহাভাৰ। ঘোৰুণী যদি হএ যুজাৰ॥
যাৰ ঘোৰুণী অনাচাৰ হয় তাৰ ভাল কথনো নয়॥

জ. বুঢ়া গৰুৰ শিঙে ভাৰ। ঘৰণী মথা ৰূপে যুৱাৰ॥

৪৪ খ. পানিৰ বাটত নহবা আগা ধনি কুটুম্বৰ নহবা লগা॥

ছ. পানীৰ ঘাটত নহবা আগা। দুখীয়া কুটুম্বৰ নহবা লাগা॥

জ. পানীৰ বাটত নহবা আগা। দুখী কুটুম্বৰ নুহবা লগা॥

দুষ্টা স্ত্ৰীৰ নহৈবা ভাই।
ঘন পোৱাতিৰ নহৈবা জোঁয়াই ॥[৪৫]
নাহালে নপৰে কিহৰ আহুধান।
পৰিলে সালি তুহ পতান ॥[৪৬]
টেৰা বেকা ভৈলে কিহৰ ধৰনি।
মানুহ অমানুহ নাজানিলে কিহৰ ঘৰিনি ॥[৪৭]
অকাৰ্য্যত তৃন কাটে।
অনালোয়ে কমাৰ সাল পাতে ॥[৪৮]
ৰাঁজাৰ গঢ় বিদি চাই।
এই তিনিক দণ্ডিবে জুয়াই ॥[৪৯]
কাৰ্য্য নাই নিতে ফুৰে ৰাতি।
জুই সালত বান্ধে গাতি ॥[৫০]
টেলেঙ্গা নাওঁৰ উপৰ ভৰা।
বোলন্ত ডাকে-তিনিওঁ মৰা ॥[৫১]

---

৪৫ ছ দুষ্টা স্ত্ৰীৰ নহৈব ভাই। ঘন পুত্ৰতিৰ নহৈবা জয়াই ॥
জ. দুষ্ট তিৰীক নিদিবা ঠাই। ঘন পোৱাতীৰ নুহুবা জোঁয়াই ॥

৪৬ খ. নাহালে নপৰে কিহৰ আহুধান। বোল মাত নললে কিহৰ কিৰিযিয়ন ॥
ছ. নপৰিলে আহু সুবুলি ধান। পৰিলে শালি হএ পতান।
জ. নহলে নপৰে কিহৰ আহু। মাত বোল নহলে কিহৰ শাহু ॥

৪৭ খ. টেৰা বেকা নহলে কিহৰ ধৰণি। মানুহ অমানুহ নজানিলে কিহৰ ঘ: ৰণী
. ব্ৰাহ্মণৰ মন্দ বেদ নপৰা। শূদ্ৰৰ মন্দ আধা বুঢা ॥
বেকা বেকী হৈলে কিহৰ ভুই। ফুকত সুঠিলে কিহৰ জুই ॥
ভাল মন্দ নজানে কিহৰ ঘৰুণী। ফটা কাপুৰৰ মিছা অৰণী।

৪৮ ছ. অকাৰ্য্যত তৃণ কাটে। অনা লয়াই কমাৰে শাল পাতে ॥
৫০ খ. কাৰ্য্য নাইকোতে ফুৰে ৰাতি। জুইৰ কাথৰত বান্ধে গাতি ॥
জ. অকাৰ্য্যত ফুৰে ৰাতি। জুইৰ কাথত বান্ধে গাটী ॥
৫১ খ. টেলেঙ্গা নাৱত ওপৰ ভৰা। বোলন্ত ডাকে তিনিও মৰা ॥
ছ. টেলাঙ্গা ……।
জ. টুলুঙা ….. ।

কি কৰে সৰৰ সিঙ্গে।
কি কৰে খোৰাৰ ৰিঙ্গে ॥[৫২]
কি কৰে অন্ধলাৰ চাহি।
কি কৰে সোলাৰ হাহি ॥[৫৩]
কি কৰে ঘৃতৰ ঘোল।
কি কৰে নিধনিৰ বোল ॥[৫৪]
জাৰ নাই ওজু´ তুল।
সি জানে কি লাভ মুল ॥[৫৫]
ৰাগৰ মিঠা বৰাৰি।
জিভাৰ মিঠা থাৰি ॥[৫৬]
তিৰিব মিঠা সুঠানি।
ডাকে বোলে বেস্যা মাততে জানি ॥[৫৭]
ৰাগ নাজানে গাই গিত।
পৰৰ স্ত্ৰীত কৰে চিত্ত ॥[৫৮]
ওৰে গাই খুজাই খচ্চ।
ই তিনি বনৰ পসু ॥[৫৯]
গায়ন নাচে নাহিকে মাত।
ভাল বোয়নিৰ চিঙ্গে তাত ॥[৬০]

---

৫২ খ. .... কি কৰে ঘোৰাৰ ৰঙ্গে ॥
ছ. কি কৰে মেষৰ শিঙ্গে। কি কৰে খৰাৰ ৰিঙ্গে ॥
জ. কি কৰে শৰৰ শিঙ্গ। কি কৰে খোৰাৰ ৰিঙ্গ ॥
৫৩ খ. কি কৰে সোলাৰ হাহি। কি কৰে অন্ধলাৰ চাহি ॥
ছ. কি কৰে দেওয়াৰ হাঁসি। কি কৰিব অন্ধলাই চাহি ॥
জ. কি কৰে শোলাৰ হাঁহি। কি কৰে অন্ধৰ চাঁহি ॥
৫৫ জ. যাৰ নাই ওজু´ তুল। সি কি জানে বাণিজ্যৰ মূল ॥
খ. জাৰ নাই ওজু´ তুল। সি কি জানে বাণিজ্যৰ মূল ॥
৫৬ জ. ৰাগৰ মিঠা বড়াৰি। যুবাৰ মিঠা নাৰি ॥
৫৭ জ. তিৰীৰ মিঠা স্বামী। ডাকে বোলে বেশ্যাৰ মাতত জানি ॥

ভাল বান্ধনিৰ কেচা খৰি।
কিল কোব নাই আহুকালতে মৰি॥৬১
কেসৰি নষ্ট গেল টিপচিক পুসি।
মানুহ নষ্ট গেল অন্যোন্যে দুসি।।৬২
ফটা কথাত উৰহ হই।
বেশ্যা ভিৰিত থাপ ধন থই॥৬৩
অসতিজনক বোলে পণ্ডিত।
তিনিওঁ কথাক লাগে খণ্ডিত ৬৪
সাৰে নাজানে আথান থান।
গৰুয় নাজানে গৃহস্তৰ ধান। ৬৫
যমে নাজানে একটিৰ পো
কমাবে নাজানে দুখিয়াৰ লো। ৬৬
দুষ্টে নাজানে সন্তৰ বোল।
বিৰালি নাজানে মৰগিয়াৰ মোল। ৬৭
দৈৱ পানি পাটৰ কানি।
কায়স্থ জনৰ অপৰানি॥৬৮
আপদ কালত সুতৰনি বানি।
নাইকিয়াত্তকৈ তাকে মানি।৬৯

---

৬৩ খ. ফটা কথাত উৰহে বাৰ হই। বেশ্যা ভিৰত আপন ধন থই॥
৬৪ খ. অসতি জনক মানে পণ্ডিত। এই তিনিক লাগে খণ্ডিত॥
ঘ. অসতিৰ কথা লাগে খণ্ডিত। ধৰ্মক জানিলেসে মূৰ্খো পণ্ডিত॥
৬৫ খ. গাঁৱে নজানে আথান থান। সাণ্ড নজানে গৃহস্থৰ ধান॥
৬৬ খ. জমে নজানে একুটিৰ পো। কমাৰে নজানে দুখিতৰ লো॥
৬৮ ক. দৈৱ পানি পঢ়িৰ কানি।
খ. দৈৱ পানি পাটৰ কানি। কায়স্থ জনৰ অপৰানি॥
৬৯ খ. আপদ কালৰ উচিত বানি। নাইকিগাত্তকৈ আকে মানি॥

সৰু সুতা কাটে বোয়ে তাত।
চুবুৰি চহলিয়াই খুস্থনে মাত ॥৭০
আগে বই পাচে বাই।
সেহি গৃহস্থৰ লাখেক ৰই ॥৭১
বাট বুলিবা দেখি।
কৰি লবা লেখি ॥৭২
দণ্ডে দণ্ডে তিয়াবা পাৱঁ।
জে দুৰ লাগে তেহুৰে জাওঁ ॥৭৩
পৰৰ গোহালিত কিহৰ আস।
লোকৰ ঘৰত কিহৰ নিবাস ॥৭৪
জৈত আপোনাক লোকে নসয়।
সি থানে থাকিলে অসুখ হয় ॥৭৫
নিস্ফল গোচৰ ডাঙৰিয়া নকৰে কান।
কৃষিৰ নিস্ফল পথৰত নফলে ধান ॥৭৬
লৰৰ নিস্ফল আগত আছে নই।
স্ত্ৰীৰ নিস্ফল পাটিত নাই পই ॥৭৭
উৰিসা ঘৰত বঞ্চে ৰাতি।
ধনৰ গৰ্ব্বত এড়ে জাতি ॥৭৮
আতপৰে দুখি তিনিওঁলোকে নাই।
আৰ উদ্ধাৰ বিষ্ণু লোকে নাপাই ॥৭৯

---

৭৩ ক. ডাণ্ডে ডাণ্ডে তিয়াবা ...... ॥
৭৪ খ. পৰোৰ গোহালিত কিঃসাৰ আস। লোকৰ ঘৰত কেনে নিবাস ॥
৭৫ খ,গ. জৈত আপোনাক লোকে নসহই। সি থানে থাকিলে সুখ নহই ।
৭৬ খ. গোচৰৰ নিস্ফল বকৱা নকৰে কান। খেতিৰ নিস্ফল পতাৰত নাই ধান ॥
৭৭ খ. লড়ৰ নিস্ফল আগত নৈ। তিৰিৰ নিস্ফল পাটিত নাই পৈ ॥
৭৮ খ. উকৰা ঘৰৰ চালত লাউ। সিগিৰিৰ সুখে নথাউ ॥
৭৯ খ. ভোজনৰ ৰস ভুঞ্জি ভোকে। বানিজৰ ৰস বেহাই লোকে ॥

ভোজনৰ ৰস ভুঞ্জে ভোখে।
বানিজ্যৰ ৰস বেহাই লোকে ॥৮০
কথাৰ ৰস ভোৱনত সাৰ।
জাত্ৰাৰ ৰস আনে বই ভাৰ ॥৮১
কথাত পৰ ৰস নাই জেবে কব জানে।
কৃষিত পৰ ৰস নাই জেবে নেনিয়ে বানে ॥৮২
ভোজনত পৰ ৰস নাই জেবে পৰিসে আই।
নৌকাত পৰ সুখ নাই পৰে নিয়ে বাই ॥৮৩
ৰাজাক চিনিবা দানত।
ঘোড়াক চিনিবা কানত ॥৮৪
তিৰিক চিনিবা ঠানত।
খুৰক চিনিবা সানত ॥৮৫
পঢ়াই পঢ়ে ৰোৱে পান।
এই তিনি নিচিন্তে আন ॥৮৬
ধোবাৰ বাহি কমাৰৰ কালি।
পসাৰিৰ মোল কুটনিৰ বোল ॥৮৭
নটে বোলে পাক দি আহি।

---

৮০ খ. যাত্ৰাৰ ৰস আনে বই ভাৰ। মাতৰ ৰস ভুৱনতে সাৰ ॥
৮১ খ. কথাৰ সুৰস কৰ জানে। কৃষিৰ সুৰস নিনিএ বানে ॥
৮৩ খ. ভোজনৰ ৰস পৰিসে আই। নাৱৰ ৰস লোকে নিএ বাই ॥
৮৪-৮৫. ছ.জ. তিৰিক চিনিবা স্নানত।
৯০ খ. পঢ়ে পঢ়াৱে ······।
৮৭-৮৮ খ. কমাৰৰ কালি ধোবাৰ বাহি। নটে বোলে পাক দিয়াহি ॥
পহাৰিৰ স্নান কুটনিৰ ঝোল।
ঘ. ডাকে বোলে আমি ভাল হুবুলি। ধুবুনি মালিনি নটি গোআলি ॥
ছ. কমাৰৰ কালি ধোবাৰ বাহি। নটে বুলে পাক দি আহি ॥
পহাৰিৰ কটা মাছ সুখুনা পান। জুন জুনা গুৱা লাক পিঠা টান ॥

পাঞ্চৰো কথা উৰাবা হাহি ॥৮৮
ৰোগৰ লঘু কুকুৰি কান।
বনৰ লঘু বৰসি বান ॥৮৯
অসতিৰ কথা লাগে খণ্ডিত।
ধৰ্ম্ম জানিলে মুৰ্খো পণ্ডিত ॥৯০
নিচৰ সঙ্গত মুহিবা কথা।
একো কালে নাপাই বেথা ॥৯১
নৰৰ লঘু লেব লেবোয়া।
তিৰিৰ লঘু ঘৰ ?ৰোয়া ॥৯২
তেবেসে মানিক আন্ধাৰ ৰাতিয়ো জলে।
তেবেসে তৰু জদি হালি জাই ফলে ॥৯৩
তেবেসে সতি স্বামি সঙ্গে
তেবেসে বিদ্যা ধন ধৰ্ম্ম পাই ॥৯৪
খাটিবা নৃপতিৰ পাস।
বেহা কৰিবা লো কপাস। ৯৫
বিহা কৰিবা একে সুন্দৰী।
স্মৰন কৰিবা কেবলে হৰি ॥৯৬
উকথা ঘৰত চালত লাউ।
সি গিৰি সুখে ভাত নাখাওঁ ॥৯৭
আহাৰ ব্যবহাৰ নকৰি লাজ।
লাজ কৰিলে হৰাই কাৰ্য্য ॥৯৮

---

৯০ খ. ...... বিদ্যাৰম্ভ হলে হোৱয় পণ্ডিত ॥
৯১ খ. নিচৰ সঙ্গত খঙ্গ বা কথা। একো কালে তেবে নপাইবে বেথা ॥
৯৬ খ. ...... স্মৰণ কৰিবা কেশৱ হৰি ॥
ঘ. বিহা কৰিবা একে নাৰি। স্মৰণ কৰিবা কেৱলে হৰি ॥
৯৮ খ. পথাৰে বেৱহাৰে নকৰিবা লাজ।

আপৰনি হুই চুপচুপনি খাই।
মৰকিয়া হালে তুৰতলি বাই।।৯৯
নিয়াত খাটে তিৰিত খাটে।
এই তুইক আলাগতে কাটে।।১০০
কাটা নাকত কিহৰ ঢাকনি।
জাচি জাই জে কিহৰ বান্ধনি।।১০১
অসোধন ভৈলে কিহৰ পাত্ৰ।
তিনিকো জানিবা বৰ্ব্বৰ মাত্ৰ।।১০২
বাই মৰা ভিনিহি।
কঠিয়া মৰা কৃষি।।১০৩
খুবাই পেলোৱা ঝাপৰ।
এই তিনিত নাহি সাদৰ।। ০৪
বলধ মৰ্কট ভোচা কুকুৰ।
সি গৃহস্তৰ ধান্য প্ৰচুৰ।।১০৫
ক্ষৌৰত সুদ্ধ নটৰ হাত।
উদ্ধৰনিৰ শুদ্ধ জ্ঞাতিৰ ভাত।।১০৬
ঘাটত শুদ্ধি ডোমৰ নাওঁ।
সজ্যাত শুদ্ধি তিৰিৰ পাওঁ।।১০৭

---

৯৯ খ. অপৰাণি হুই ভিক্ষা মাগি খাহ। মৰকিয়া হাল তুপৰলৈ বাই।।
ঘ. আনৰ হুই ভিক্ষা মাগি খাই। মৰকিয়া হালে তুৰতলি বাই।।
১০০ খ. বাটত জাঞোতে তিৰিত খাটে। এই তিনিক অলাগত কাটে।।
ঘ. বাটে ঘাটে তিৰিত খাটে এই তিনিক নিলগতে কাটে।।
১০১ খ. কটা নাকত কিহৰ ওৰনি। জাচি গলে তাই কিহৰ বান্ধনি।।
১০২ খ. অপুচক হলে কিহৰ পাত্ৰ। তিনিকো জানিবা বৰবৰ মাত্ৰ।।
ঙ. অশুদ্ধ হৈলে কিহৰ পাত্ৰ। তিনিকো জানিবা বৰ্ব্বৰ মাত্ৰ।।
১০৩ খ. বাই মৰা ভিনিহি। পানিএ মৰা কিৰিসি।।
১০৪ খ. খুবাই পেলোৱা ঝাপৰ। এই তিনিতো নাইকিয়া সাদৰ।।
১০৫ খ. বলধ গৰু মৰ্কট কুকুৰ ভোচা। সি গৃহস্থৰে নকৰিবা বাদা।।
১০৬ খ. কাৰ্য্যত সুদ্ধ নাপিতৰ হাত। উদ্ধাৰত সুদ্ধ চুৰা ভাত।
১০৭ খ. ঘাটত সুদ্ধ ডোমৰ নাও। সজ্জাত সুদ্ধ তিৰিৰ পাৱ।।

বাৰিসা কুমাৰৰ নিকিনিবা চক।
তিনি সলনিয়া নিকিনিবা গৰু ॥১০৮
মাছৰ নিকিনিবা সৰু কুটা।
স্ত্ৰী নানিবা বজাৰ লুটা ॥১০৯
আদহি তিৰোতা নানিবা ঘৰক।
ঘৰে ঘৰে ফুৰে লৰক ফৰক ॥১০১
বাই নগলে কিহৰ লাঠি।
মাচ নগলে কিহৰ ঘাটি ॥১১১
স্নেহ নহলে কিহৰ সোদৰ।
ভাৰ্য্যা নহলে কিহৰ ঘৰ ।১১২
মহ বামুন বৰা।
পানি নাপালে তিনিও মৰা ॥১১৩
চাগ চাএ চাই।
বৰুসন হলে তিনিকো নাপাই ॥১১৪

---

১০৮ খ. বাই নগলে কিহৰ লাঠি। নাচ নহলে কিহৰ কাঠি ॥
১০৯ খ. নেহান নহলে ......।

* 'খ' পাঠত থকা অতিৰিক্ত প্ৰবচন ঃ

লগুৱা বামুনক তুৰাচেৰ। জাককৰা খলিহা হাবামখোৰ ॥
বিয়াৰ বামুন তৰ্প্পনৰ কুশ। চেচুকৰ ডোম ঢৌকা বৰিষনৰ তুষ।
পথাৰে নপৰে নাঙ্গল ইব। ঘৰ বাৰি নাৰি জানিবা বিষ ॥
আনৰ কাৰ্য্য কাজ আনে কৰে। নিজ কাৰ্য্য কৰে সকলে নৰে ॥
উঠন্দা ঘৰ বকণ্ডা স্ত্ৰী। গিৰিহঁতৰ হৰয় শ্ৰী ॥
দিবা ভাগে নলগাৱে বাতি। নদিব কোলক নজাইবা বাতি ॥
সাক সুকেতি দিনত বাচে। সেহিতো ঘৰত লক্ষ্মি আছে ॥
জি ঘৰত অতিথি সুশ্ৰুষা নকৰে। লক্ষ্মি নাথাকে তাহাৰ ঘৰে ॥
নিতে নিতে জিতো বিপ্ৰ ভুঞ্জাই। তাহাৰ সাফল্য আয়ু সদাই ॥
কিৰিসি পান পুত্ৰ ধন। তথাপি নৰে নিচিন্তে আন ॥

সকলো বন এড়ি পকা ধান দাবা। পকা ধানো এড়ি সিজা ভাত খাবা ॥
সিজা ভাতো এড়ি বাজ সেৱাৰে জাবা ॥
বাম ভূমিত ঘনে দিবা আলি। যদি নহই সালি পাৰিবা ডাকক গালি ॥
অপৰানি হুই নখালে ওঁতা। বেলি পৰিগেল নহল সোধোতা ॥
সাঠি বৎসৰত বোলে আই। আহাৰ শাওনত দোহে গাই ॥
পুহত আছু জেঠত সালি। ডাকে বোলে সেই গৃহস্তালি ॥
আলৰ লৰফৰ লাঙ্গি। ভাৰৰ লৰফৰ সাঙ্গি ॥
কাটোক নকাটোক লোএ। পোহোক নোপোহোক পোএ ॥
এক তিৰতাৰ পৈ লুতুৰ পুতুৰ। দুই তিৰতাৰ পৈ গাতৰ এন্দুৰ ॥
তিনি তিৰতাৰ পৈ নপাই ভাত। চাৰি তিৰতাৰ পৈ মুৰত হাত ॥
বামুণে শগুনে বিচাৰে মৰা। আলু কচু বিচাৰে বৰা ॥
ডোমে বিচাৰে মাচৰে নৈ। তিৰতা বিচাৰে ধনবন্তি পৈ ॥
তাতি সোনাৰি বিচাৰে নগৰ। বকুৱা ফুকনে বিচাৰে জগৰ ॥
আনৰ জৰত কোনে পিয়ে পানি। কাৰ ভগিনি মৰে কাৰ হুই হানি ॥
ভুঞ্জি কিনিবা মাঝত থাল। চোৰাঙ্গি আনিবা যাইকি ভাল ॥
অল্পজন বড় হুই। অমান্যে মান্যক পাই ॥
নিধনিৰ কিচু হুই ধন আপুনাত কৰি বৰ
কাকো কিচু নেদেখয়।
মিতিৰৰ ঘৰলে চমাহে বৎসৰেকে জাবা।
পিড়াখন পাবা ঘনে ঘনে নেজাবা ॥
কেটেৰা জেঙ্গেৰা খাবা ॥
এদিনৰ মিতিৰ দুদিনৰ মিতিৰ। তিনি দিনৰ পৰা চুৱানিৰ কুকুৰ ॥
পোৱা মাচ নষ্ট গেল চমচমিয়া জুই।
জি নষ্ট গেল পৰৰ ঘৰত থই ॥
চাল নষ্ট গেল কাতি সভাত। ঘৰ নষ্ট গেল ভুৰভুৰিয়া কথাত ॥
গুড় শিলিখা কোড়ত ঘঁহি। ডাকৰ বচনে হল মহি ॥
মৰে নপাই টুঙ্গা। মৰে পতুলি সুঙ্গা ॥
মৰে অলপ পানিৰ মাছ। মৰে নদিৰ কোলৰ গাচ ॥
ভকতি আতাইতাই সিচো কপটিয়া গুৰু আসাধাৰী ॥

কাপৰে চোপৰে জেইটি। পৰম ভকত সেইটি ॥
চাগত চাৰিপোন কুকুৰত মহা।
সালগ্ৰাম কাত্তিকৈ থৈ নটিনিক বোলে বহা ॥
কেকাই কেকাই ভাত খাই তাকে বোলে জৰ।
ঘৰৰ কথা বাজ কৰে তাকে বোলে পৰ ॥
জেঠ মাহত জুই মুপুৰাই সি কিহৰ জৰ।
মিতিৰ হই মুছুকিলে তাকে বোলে পৰ!
ক্ৰন্দনৰো ভাল যদি দীৰ্ঘ কৰি কান্দে।
অকুলিয়ো ভাল যদি জুকিয়াই বান্ধে ॥
তৰুণ অৱত নখাই দৈই।
এঞ্চা ভাঙ্গিলে নখাবা এদা চৈই ॥
ঝালুক পিপ্পলি এদা খাই। ডাকে বোলে তাৰ কাহ পলাই ॥
জুহালত সোএ পোৱা মাটি খাই। কোন দুখে বিয়নি জিএৰ পলাই ॥
হাবি নবলালে কিহৰ পশু। কাপোৰৰ ভিতৰত নবলালে কিহৰ খহু ॥
চোৰ ডকাইতৰ আৰ মৰণ। আঞ চৰাত তেলৰ ভৰন।
আখৰ তপত। তিৰিৰ সপত। কুকুৰক বুলিবা চেই।
কচুপাতৰ পানী। কৰে টল্‌বল। তিনিৰো সপত সেই ॥
পাইকক পিয়ল ভাটৌৰ সিকল।
তিৰতাক কিল কটাৰিক শিল ॥
মাটিত কোবালে নাচে তাকে বোলে বান্দৰ।
গলত ধৰি খাই চুমা তাকে বোলে মাদৰ ॥
বাৰি নষ্ট কৰে জে বোৱা গুড়ি। ঘৰ নষ্ট কৰে লেড়েলি বুঢ়ি ॥
গোহালি নষ্ট কৰে চেৰেলি গাই। মেল নষ্ট কৰে বেলেগেতিয়াই ॥
ঘৰৰ বুঢ়া। পথাৰৰ মুঢ়া॥ পানিত নাও। শুকজনত ভাঁও ॥
মগনিয়াৰ কুঠাৰ তিনি তোলনিয়াৰ পো।
তিনিৰো মুখত ধৰি তিনিও কান্দে চকুত নাই লো ॥
কাপ মহি পাত। তিনি মিলি আখৰৰ জাত ॥
দখিনে গাজে তাকে বুলি খৰ। জেঠ মাহত আপ ললে। তাকে বোলে জৰ ॥
পুৰে গাজিলে ধান, উত্তৰে গাজিলে বান। দখিনে গাজিলে হানে।
পচিমে গাজিলে আনে ॥

# অথ ৰাজন্যাদি প্ৰকৰণম্

ডাকে বোলে বৰা টুটা নামাতি।
লগতে ফুৰিবা দিনে ৰাতি॥[১]
তেবেসে ৰাজাৰ দয়াক পাই।
ধন জন সুখ তেবে মিলাই॥[২]
জি ৰাজায় প্ৰজাক পালে।
তহিতে বসতি কৰিবা ভালে॥[৩]
ৰাজাৰ সেৱাত সবাকে পাই।
এতেকে ৰাজাক সেবে সদায়॥[৪]
এক মন কৰি সেবিবা ৰাজ।
বসিয়া থাকিব সকলে কাৰ্য্য॥[৫]
দেশ কাল ভাৱ বুঁজিয়া মনে।
সেবিবা ৰাজাক বহু জতনে॥[৬]
লোকৰ কথাৰ সুহিবা আগা।
পৰৰ কথাত সুহুৰা লগা॥[৭]

---

ভাইৰ শত্ৰু ভাই। কোবৰ শত্ৰু খাই॥ পিড়াৰ শত্ৰু ৰাঞো।
গিদাৰ শত্ৰু সাঞো॥
ভুই কিনিবা মাজত খাল। চোয়ালি আনিবা মাইকি ভাল॥
তিক বলধা ওলাই মাটি। মাইকি ভালে জিহ্বক জাতি॥
ভোজন ভ্ৰমণ মৰণ বাণি। ডাকে বোলে নিশ্চয় নজানি॥
পথাৰত নপড়ে তাৰ লাঙ্গলৰ ইস্। ঘৰ বাড়ি হুহি আনিবা বিস॥
আহাৰ বেৱহাৰে নকৰি লাজ। লাজ কৰিলে হৰাই কাজ॥
আঠে পথে খাই তিতা। জমে থাকিবে ভৰাই ভিতা॥

৩. খ.গ. জৈতে ৰাজা…… … …। তৈতে বসতি…………॥
৫. খ.গ. একমন কৰি সেবিব ৰাজ। এতেকে সিজিবে সমস্তে কাজ॥
৬. খ, দেশ কাল মাত্ৰ………।
গ. দেশ কাল ভাৱ ভাৱ দেখিব মনে। সেবিব ৰাজাক বোহু জতনে॥

জি নুবুজে ৰাজকাৰ্য্য।
তাক নপঠাৰা সভাৰ মাঝ ।।[৮]
জি ঠাইত ৰাজাৰ অধিকে কৰ।
পুখুৰি পাৰত বান্ধে ঘৰ ।[৯]

## অথ বন্ধন প্ৰকৰণম্

চিত জেৰোৱা চলি কাতি।
বতা হেঙ্গেৰা থাগৰা মুঠি ।।[১]
স্বাস দীৰ্ঘ কৰি দিবা ফু।
তেবে দেখিবা জুইৰ মু ।।[২]
সোকোতাৰ পাত বেস্থুয়াৰৰ ঝোল
তৈলৰ ওঁপৰে দিয়া তোল ।।[৩]
পোৰোলা সাক ৰোহিত মাছ।
ডাকে বোলে সেই ব্যঁঞ্জন সাচ ।।[৪]

---

৮. খ. যি হুবুজে ৰাজাৰ কাৰ্জ। তাকে নপঠাইবা সভাৰ মাজ ॥
খ.ঘ. ডাকে বোলে বঢা-টুটা নমাত্তি। লগত ফুৰিবা দিনে-ৰাতি ॥
তেবেযে ৰাজাৰ দায়াক পাই। ধন জন সুখ অধিক মিলাই ॥

১. খ. চিত জেৰোৱা চলি কাত্তি। তেবেসে দেখিব জুইৰ কান্তি ॥
গ. চিত্ জোৰআ চলি কাত্তি। তেবে দেখিনা জুইৰ কান্তি ॥
ধ জ. চিত্ত জোৰায়া চলি কাত্তি। তেবে দেখিবা জুই-কান্তি ॥

২. খ. উবাহ দিঘলাই দিবা ফু। তেবে দেখিবা জুইৰ মু ॥
গ. উস্নাহ দিঘলাই দিবা ফুক। তেবে দেখিবা জুইৰ মুখ ॥
ঘ. উশাস দিঘলাই দিবা ফুই। তেহে দেখিবা জু মুই ॥
জ. উশাস দীৰ্ঘে দিবা ফুই। তেহে চাবা জুইৰ মুই ॥

৩. খ.ঘ. সোকোতাৰ পাত বেস্থুয়াৰৰ জোল। তৈল ওপৰত দিয়া তোল ॥
গ. সুখুতাৰ পাত বেস্থয়াৰ ঝোল। তেলোৰ উপৰে দিয়া তোল ॥

৪, গ. পুইৰ পাত‥ ‥‥ ‥‥ ॥ ৫. গ. মাগুৰ মাচোক কাটি কুটিয়া।
ছ. পালঙ্গ শাক · ।

মাগুৰ মাচক কচি কুটিয়া।
হালধি মৰিচ হিঙ্গক দিয়া ॥[৬]
তৈল লোন দি কৰিবা পাক।
এই বেঞ্জন সাৰ বোলে ডাক ॥[৬]
কায়ৈ মাচক কচি কুটিয়া।
হালধি মৰিচ হিঙ্গক দিয়া ॥[৭]
ওলোট পালট কৰিবা পিঠি।
খাই পাইবা তেবে দৃষ্টি ॥[৮]
চেঙ্গা চেঙ্গেলি জামিৰৰ ৰসে।
কাহুদি দিয়া জেবে পৰিসে ॥[৯]
মুখৰ অৰুচি তুৰক জাই।
আচোক নৰ দেৱো মোহ পাই ॥[১০]
ইলিহ মাচক কচি কুটিয়া।
ত্ৰিকটু দিয়া তৈলে ভাজিয়া ॥[১১]

---

৬. ক. এই বেঞ্জন সাৰে·· ·········॥ খ.গ.ঘ.·········সাৰ············॥
৭. খ. কাৱৈ মাচক কচি কাট। তৃকণ্টি দিয়া তৈলত ভাজ ॥
গ. কায়ে মাচোক কাটি কুটিয়া। তৈল দি পেলাবা ভাজিয়া ॥
ঘ. কাৱৈ মাচক কচি দহিয়া। ত্ৰিকুট দিয়া তৈলে ভাজিয়া ॥
ছ. কাৱৈ মাছক কাচি কুটিয়া। শিকট দিয়া তৈলে ভাজিয়া ॥
৮. খ. উলত পালত কডিয়া পিঠ। খায়া পাবা ভোজন মিঠ ॥
গ. উলত পালত কৰিয়া পিঠ। খায়া পাইবা ভোজন মিঠ ॥
ঘ. উলটা পালটা কৰিবা পিঠা। খাই পাইবা সেই ব্যঞ্জন মিষ্টা ॥
৯. গ············হাতদিয়া কাহুদি জদি পৰিসে ॥
ঘ. ·········কাহুদি দিয়া জামিৰ ৰসে ॥
১০. খ.·········আচোক ৰুকচি দেৱতায়ো ভোল জাই ॥
১১. খ,·········তৃকণ্টি দি তৈলত ভাজিয়া ॥

এই বেঞ্জঁন জি জনে খাই।
আম্রৰ সদৃস মুখ গন্ধাই॥[১২]
কচ বচ চিতলৰ আদখান।
নেমু লোন দি বুঁঝি পৰিমান॥[১৩]
আকে খাই পাই সন্তোস প্ৰচুৰ।
আন বেঞ্জঁনক কৰিব দুৰ।[১৪]
চাউল দিবা জতেক।
পানি দিবা তিনি ততেক॥[১]
পাগ আহিলে দিবা কাঠি।
তেবে কৰিবা জুই ভাঠি॥[১৬]
জেবে নিসিজে চাউল।
তেবে বুলিবা ডাকক বাউল॥[১৭]
পকা তেতেলি বুঢ়া বৰালি।
বিস্তৰ কৰি দিবাহা জালি॥[১৮]
বাঢ়ি দিবা টেঙ্গাৰ ঝোল।
খাবাৰ বেলা মুণ্ড নোতোল॥[১৯]

---

১২. খ.ঘ.········এই ব্যঞ্জনক······।
১৩. খ.·········নেমুদি বুজিবা তাৰ পড়িমান॥
১৪. খ.ঘ.········আন ব্যঞ্জন সবে কৰি দুৰ॥
১৫. খ.ঘ. চাউল দিবা জতেক ততেক·········॥
১৬. খ. উতল আহিলে দিবা কাটি। তেবে কৰিবা জাল ভাটি॥
গ. উতল আহিলে দিবা কাঠি। তেবে কৰিবা জালোক ভাঠি॥
১৭. খ. তেও যদি·········।
: তেবে জদি নিসিঝে চাউল।
ঘ. জদি দেখা নিসিজে চাউল।
১৮. ঘ. বুঢ়া বৰালি পকা তেতেলি.........।
১৯ গ. কাঠি দিয়া দিবা টেঙাৰ ঝোল·········।
ঘ. .........খাইবাৰ বেলা ... ...।
ছ. পাঠৰ পৰা :

## অথ গৃহিনি লক্ষণম্

সুদ্ধ ভাৱে সুদ্ধ বংসে ভৈল উতপতি।
স্বামিত বিনা নাহিকে গতি ॥[১]
মধুৰ বচনে বোলে সদায়।
স্বামিৰ বাক্য কিচো নেপেলাই ॥[২]
সম দন্ত লাৱণ্য মাত।
গৃহে বাতি সন্ধ্যা বেলাত ॥[৩]
ৰন্ধন কৰে বচন মিষ্ট।
সেহি গৃহিনি বুজিবা ইষ্ট ॥[৪]
সাসুৰিত পুচি কৰে আয় ব্যয়।
সি নাৰিক সদা লক্ষ্মি নাচাড়য় ॥[৫]
গুৰু সেৱা অতিথি পুজে।
সেহি নাৰি সুখে ভোগ ভুঞ্জে ॥[৬]

---

কাণ উপৰ কৰি দিবা জাল। তেবে বুজিবা আঞ্জা ভাল ॥
যেবে নাহি মছলা ভাল। তেবে দিবা বহুত জাল ॥
অন্ন দিবা বাৰি তিনি। আঞ্জা দিবা ক্ষুধা জানি ॥
বাঁহ চিত্ত চলিয়া কাটি। আথা পানী কৰিবা জুতি ॥
পানী দিবা আথা পাতি। লেৱা বান্ধনি থৰিব জুতি ॥
কচ-বচ চিতলাত আদথান। মেমু লোণ দি বুজি পৰিমাণ ॥
ভুঞ্জিয়া পাছে ছাগ মাংস খাইব। দেহৰ কান্তি উজ্জল পাইব ॥

১. ঘ. পতি পদ বিনে নাহিকে গতি ॥ ছ. স্বামী বিনা নাই অন্যত মতি।
   ছ. পতি পদ বিনে আনত নাই মতি ॥
৩. ছ. লোম সৰু দন্ত সৰু লাৱণ্য মাত। গৃহে বাটী দেই সন্ধ্যা বেলাত ॥
   ছ. সম সৰু দন্ত ........ ।
৪. ঘ. সৰু সুত কাটে বান্ধে মিষ্ট। সেই গৃহিনি কৰে সদা তুষ্ট ॥
   ছ. ৰন্ধন কৰয় ব্যঞ্জন মিষ্ট। সেই গৃহিণীক বুলয় ইষ্ট ॥
৫. ঘ. সাসুত সোধি কৰে আই ব্যয়। সেই নাৰিক সদা লক্ষ্মি নচাৰায় ॥
   ছ. সাসুৰিত সুধি কৰে যত কৰ্ম্ম। সেই নাৰীক নছাৰে ধৰ্ম্ম ॥
৬. ঘ. গুৰু পদ সেৱে অতিথি পূজে। চিৰকাল নাৰি সুখক ভুঞ্জে ॥
   ছ. স্বামীক সেৱা অতিথিক পূজে। .........

ৰৌদ্ৰত কাটি থই সুখাই।
বাৰিসা চাৰি মাস বসি খাই॥[৭]
কৰা কৰা কৰি সাঞ্চে ধন।
ৰাখিব বিশ্বাসে কৰি জতন॥[৮]
স্বামি সেৱা গধুলি ৰাতি।
সেহিসে নাৰি লক্ষ্মি জাতি॥[৯]
কাখত কলচি জলক জাই।
তলমুৰ কৰি কাকো নাচাই॥[১০]
জেই পথে জাই সেই পথে আসে।
ডাকে বোলে ভাল মনত ভাসে॥[১১]
জিতো প্ৰভাতে নিদ্ৰা জাই।
বাহি সন্ধ্যাত সুৰ্য্যে পাই॥[১১]
উদয় কালত নিলিপে ঘৰ।
ডাকে বোলে তাইক কৰ অন্তৰ।[১২]
কুচিত নাৰিত জাহাৰ আস।
তাহাৰ কেনে জিয়নে আস।[১৩]
অল্প বুলিলে পাৰয় গালি।
ডাকে বোলে তাইক খেদা নিকালি।[১৪]

---

৭. ঘ. ৰৌদ্ৰত কাটি-কুটি থোৱন সুখাই। বৰ্সাত চাৰি মাস বসিয়া খাই।
ছ. ৰৌদ্ৰত কাচি কুটি থএ শুখাই। বৃষ্টি জৈলে ঘৰে বসিয়া খাই।
জ. ৰৌদ্ৰত কাটি কুটি থৱে শুকাই। বৰ্ষা চাৰি মাসে বসিয়া খাই
৮. ছ. কৰা কৰি সাঞ্চয় ধন। সদাই মুখত মিষ্ট বচন॥
জ. কড়া কৰি সাঞ্চয় ধন ··· ··· ···॥
৯. ছ. স্বামীক পুজে গোধূলি ৰাতি ··· ···॥
১১. ছ. যিটো নাৰী প্ৰভাতে ··· ···। বাহি শব্যাক সূৰ্য্যে দেখই॥
১২. ছ. শৰ বেলাত নিলিপে ঘৰ। ডাকে বুলে তাক এৰিবা নৰ॥
জ. ··· ··· ডাকে বোলে তাইক ছাড়িয়ো নৰ॥

গৃহিনি হুই বোলে কটুৰ।
আই নাচাই বঁয় কৰে প্ৰচুৰ॥[১৫]
ওলাই গৈয়া নাহে সকালে।
অৱস্থে তাইক দুষ্টা বোলে॥[১৬]
জিতো স্ত্ৰীৰ আউল ঝাউল কেস।
কন্দল কৰে বিপৰিত বেস॥[১৭]
অন্ন খাই পেলাই প্ৰচুৰ।
ডাকে বোলে তাইক নিকাল দুৰ॥[১৮]
কন্দল সুনি বাহিৰে জাই।
নাচ গিত সুনি সত্বৰে ধাই॥[১৯]
সেই স্ত্ৰী সমে জি কৰে বাস।
তাহাৰ কেনে জিবনে আস॥[২০]
অথিতি দেখিলে খঙ্গে চাই।
সেই জনি মৰি যমপুৰে জাই॥[২১]
ভাল বস্তু পালে আপুনি খাই।
তাইক পাইলে যমে মুখ নাচাই॥[২২]
জি গৃহিনি নুবুঝি খাই।
স্বামিৰ নাজানে অভিপ্ৰাই॥[২৩]
ভাল বুলিলে কৰে খঙ্গ।
তাইৰ সঙ্গে নিমিলে ৰঙ্গ।[২৪]
ৰৌদ্ৰত ৰান্ধে কাঠে খেৰে।
বৰ্ষাত ৰান্ধে চালে বেৰে॥[২৫]

---

১৭. খ. জি গৃহিনিৰ আউল-ঝাউল কেশ। কন্দল কৰাই বিপৰিত বেশ॥
গ. জি গৃহিনিৰ আউল বাউল কেশ। ক্ৰন্দনক কৰে বিপোৰিত বেস॥
২০. খ, গ. সেই নাৰি সঙ্গে জি কৰে বাস। তাৰ কেনে জীৱনত আস॥

হাতত জি জনি পৰিসে লোন।
তাইৰ ঘৰে নাথাকে সোন॥[২৬]
এক বোলন্তে দুগুন বোলে।
স্বামিৰ সজ্যা পায়ে ঠেলে॥[২৭]
অতি দীৰ্ঘে হোয়ে ৰাণ্ডি।
সেহি জনি হোয়ে বাণ্ডি॥[২৮]
পিঙ্গল নয়নে চঞ্চলা আতি।
কৰাল নয়নে পিঙ্গটা জাতি॥[২৯]
জাৰ পেট পিঠি উচলা দান্ত।
তাইক দেখিলে লক্ষ্মিৰ অন্ত॥[৩০]
স্বামিক মাৰে বধে দেৱৰ।
ডাকে বোলে তাইক নানিবা ঘৰ॥[৩১]
ঘুনটিত জি জনি থাকে ঘেঙ্গাই।
খঙ্গত স্বামিক বোলে বপাই॥[৩২]
ধৰনি কাম্পে পাৱৰ ঘায়ে।
সি জনি জানিবা স্বামিক খায়ে॥[৩৩]
কপটে থাকে স্বামিৰ পাসে।
পৰ মুখ চাই মুচুকাই হাসে॥[৩৪]

---

২৬. খ. পাতত জি জনি পৰিষে লোন। তাহৰ ঘৰত হৰিবে সোন॥
গ. পাতাত জি জনি পৰিসে লুন। তাইৰ ঘৰোৰ হৰিবে সোন॥
২৭. খ. এগুন বুলিলে দুগুন বোলে। স্বামিৰ সজ্জাক পায়েৰে তোলে॥
গ. এক বুলিতে দুই গুন কৰে। স্বামিৰ সজ্জাত পায় তুলে॥
খ. দুনাই বুলিলে কৰে খঙ্গ। জানন্তা লোকে এনে স্ত্ৰীএৰে নকৰে সঙ্গ॥
২৮. খ. আতি দিঘ'ল হোয়য় ৰাণ্ডি। পিঙ্গট নয়নে চঞ্চলা আতি॥
গ. আতি দিঘলে হয় কাণ্ডি। সেই স্ত্ৰি হয় জানিবা বাণ্ডি॥
২৯. খ. ·········কৰাল নয়নে পিঙ্গটা জাতি॥
৩০ খ. জাৰ পেট পিঠি উজলা দান্ত। তাইক দেখিলে চাবিবে বাট॥
৩১. খ. ·········নাচাউ নৰ॥ ৩২ খ. ··· থাকে ঘোঙগাই।
৩৪ খ. ঝুকচে জি জনি স্বামিৰ পালে ······॥

ঘৰে ঢেকি পৰ ঠাই জাই।
ডাকে বোলে ঘৰে নথৈবা তাই ॥৩৫
বোলন্ত ডাকে শুনিও সাৰ।
পৰ গৃহত থাকয় জাৰ ॥৩৬
পৰ গৃহ হন্তে ৰাখিবা নাৰি।
তেবেসে ধৰ্ম্ম ৰাখিতে পাৰি ॥৩৭
যত লাভ পাই সবিসা মাহে।
তত লাভ পাই কলা কপাহে ॥৩৮
যথাত কলা কপাহ নাৰি
তথাত লভিয়া সকলে নাৰি ।৩৯
কলা কপাহ আৰ্জ্জিব ভুৰ
ওচৰত হন্তে দোস পচুৰ ।৪০
জি নাৰি অতি পৰে জাই
সি জনি সভিৰ ধৰ্ম্ম নাপাই ৪১
কথা কহন্তে তোলয় হাসি
ডাকে বোলে তাইক ভাল নাভাসি ।৪২
ধুবি মালিনি নটি গোৱালি।
সদা পৰিহাস বচন টালি।৪৩
জাহাৰ কথা হৰিস সাৰ।
ডাকে বোলে হৈল নাৰ ।৪৪

---

৩৫ খ. ঘৰৰ ঢেকি আগোতে পৰৰ ঢেকি জাই। ডাকে বোলে সেই ছুটি বেচাই ॥

৪২ খ. কথা কওঁতে মুচুকাই হাসে। ডাকে বোলে সেই স্ত্রী ভাল নভাসে ॥

৪৩ খ ধুবুনি ...... । খ. ডাকে বোলে আমি ভাল হুবুলি। ধুবুনি মালিনি নটি গোৱালি ॥

৪৪ খ. জাৰ কাৰ কথা হাসিবে সাৰ। ডাকে বোলে জানা হাসিলে নাৰ ॥

ঘৰে চুলি মেলি বান্ধে বাহিৰে।
অল্প চুলি তুলি বান্ধয় সিৰে ॥[৪৫]
আপোন ঘৰ এৰি পৰ ঘৰে জাই।
ডাকে বোলে দুষ্টা জানিবা তাই ॥[৪৬]
ঘনে ঘনে বাটে উলটি চাই।
পৰ পুৰুসত অভিপ্ৰাই ॥[৪৭]
জলকে পেলাই জলকে জাই।
পৰ পুৰুষৰ মুখক চাই ॥[৪৮]
মানুহ নহলে গায়ে গিত।
পৰ পুৰুষত থাকে চিত্ত ॥[৪৯]
হেঠ দুই মাথে লৰে ওঁৰনি।
লাসে লাসে জাই সেই দুৰ্য্যানি ॥[৫০]
তাইক নোবোলা নাৰি সতি।
সততে পৰ পুৰুষে ৰতি ॥[৫১]
সদায় হাসি মুখৰ নেৰে।
ডাকে বোলে তাইক নথৈবা ঘৰে ॥[৫২]
জি জনি দিনত নিদ্ৰা জাই।
স্বামি মাৰিলে ৰোস বেৰাই ॥[৫৩]
জত কাৰ্য্য কৰে কাতো নোপোচে।
ডাকে বোলে তাইক মনে দুস্কচে ॥[৫৪]

---

৪৬ খ. ঘনে ঘনে জাই পৰৰ ঘৰ। ডাকে বোলে দুষ্টি জানিবা নৰ ॥
৪৭ খ. বাটত ঘনে ঘনে উশটি চাই।
৪৯ খ. কুনকুনাই গাই গীত।
৫০ খ. অল্প কৰি লই মাথে ওৰনি
৫১ খ. তাইক দুবুলিবা নাৰি সতি। সি জনিৰ সততে পৰত ৰতি ॥
৫২ খ. সততে হাসি মুখত নেৰে। ... ... ...
৫৩ খ. ... ... স্বামিএ দণ্ডিলে ৰোষে বেঢ়াই ॥

ওচৰত পুখুৰি তুৰক জাই।
পৰ পুৰুষৰ মুখক চাই ॥[৪৯]
বিধবা হুই ভোগক কৰে ইছা।
ৰাতৃ ফুৰে দিনত মাতে মিচা।[৫০]
পৰত খুজি তামোল খাই।
ডাকে বোলে ভাল নোহে তাই।[৫১]
বেৰা জলঙ্গা জুমি বাগিৰে চাই।
আজৰি পালে ওলাই জাই।[৫২]
জি নাৰি বাৰিয়ে কৰে বাট।
ঘনে ঘনে জাই বেহারে হাট ॥[৫৩]
চল চাই চাই দেখাই স্তন।
ডাকে বোলে বেস্যাৰ লক্ষণ ॥[৫৪]
পৰ পুৰুসৰ বচন মিঠা।
বোলন্ত ডাকে সেহি জনি দুষ্টা ॥[৫৫]
পৰ পুৰুষ গৃহক জাই।
ৰঙ্গে পিৰা দি আগে বৈসাই ॥[৫৬]
ঘনে তামোল দি মাৰয় টালি।
বিগুতি ৰঙ্গেঁ কৰে ধৈমালি।[৫৭]

---

৪৯ খ. ... ... পৰক আসায়ে বাটক চাই ॥
৫০ খ. বিধবা হৈয়া ভোগক ইচ্ছা। ৰাতি ফুৰি মাতে মিচা ॥
৫১ খ. গুৱা খাই। ৫১ খ. বেৰ জুমি জুমি বাজনৈ চাই।
৫৩ খ. ... ... যুবতি হৈয়া বেহাৰে হাট ॥
৫৪ খ. বেস্তা জানিবা জন ॥
ঙ. পানিৰ ঘাটক একেলে জাই। ছলে ছাণ্ডে পুৰুসৰ মুখ চাই ॥
৫৬. ছ ... ... ৰঙ্গে আসন দিয়া আগে বসাই।
৫৭ ছ. ... ... হাস পৰিহাস কৰে খেমালি ॥
ছ. সেহি নটী স্ত্ৰী জানিবা সাৰ। সুজনে পুৰুষে সম্ভৰে চাৰ ॥
সেহি স্ত্ৰী সঙ্গে যি কৰে বাস। আছোক মনুষ্য দেৱতা নাশ ॥
ছ. সেহি স্ত্ৰী সঙ্গে যি কৰে বাস। আছোক মনুষ্য দেৱতা নাশ ॥

হাসিয়া কণ্ডো চাপয় পাস।
আপোন স্বামিত নাহিকে আস ॥৫৮
স্বামি সঙ্গেঁ নিমিলে ৰতি।
পৰ পুৰুসত থাকয় মতি। ৫৯
হেন নাৰিৰে জি কৰে সঙ্গঁ।
তাৰ ঘৰত নিমিলে ৰঙ্গঁ ॥৬০
দেৱ পিতৃ নলয়ে জল।
কৰে মানে তাৰ সবে বিফল ॥৬১
আপোন পতিত সদায় মন।
স্বামিক দেখে নাৰায়ন ॥৬২
স্বামি খালে কৰে আহাৰ।
নাখালে স্বামি ভুঞ্জে নিকাৰ ॥৬৩
নিত্যান্তে স্বামিৰ সেবে চৰন।
বোলন্ত ডাকে সতিৰ লক্ষন ॥৬৪
স্বামিৰ মনক সদা বুঁঝিব।
স্বামি মন বুঁঝি কাৰ্য্য কৰিব ॥৬৫
খঙ্গেঁ স্বামি কৰে ধিকাৰ।
হেন সুনি কিচো নোবোলে আৰ ॥৬৬
নম্র হুয়া থাকে জেহেন দাসি।
তথাপি কটুৰ বানি নাভাসি ॥৬৭
জতনে স্বামিৰ গুচাৱে ৰোস।
ডাকে বোলে তাইত আমি সন্তোস ॥৬৮

---

৬২ ছ. স্বামীক ভাবয় ···।
৬৬ ছ. লাজে ভএ যায় ৰন্ধন কৰি। স্বামীক খুৱাইবো পাত্র পৰি ॥
যদি স্বামী খঙ্গে কৰে ধিক্কাৰ। শুনিয়া তথাপি নেদে উত্তৰ ॥
৬৭ ছ. ··· ··· সজল নয়ন নাহিকে হাসি ॥
৬৮ ছ. যেনে তেনে স্বামীক গুছাএ ৰোষ ··· ··· ॥

জি নাৰি ৰন্ধন সালাক জাই।
মিষ্ট কৰি পাক কৰে সদাই ॥৬৯
নাহি মাত বোল নকৰে দন্দ।
খঙ্গ উঠিলে নোবোলে মন্দ। ৭০
সি গৃহস্তৰ বাঢ়ে শ্ৰী।
ডাকে বোলে সেহি লক্ষ্মি স্ত্ৰী ॥৭১
ৰান্ধন সালে জি জনি জাই।
কৰে চলফল দন্দ সদাই ॥৭২
খঙ্গে বোলে কটুৰ বানি।
কান্দিয়া চক্ষুৰ মলচে পানি ॥৭৩
থেকেচা মাৰে জি দ্ৰব্য পাই।
মুখ ওলোমাই থাকে চাই ।৭৪
সেহি কুলক্ষনি মনে মুকচে।
তাইক দেখিলে লক্ষ্মি গুচে ॥৭৫
জিতো স্ত্ৰীৰ টৌ টৌয়া মাত।
দাম দুম কৰি ভুঞ্জে ভাত ॥৭৬
মচ্ছ মাংস যদি হোৱে প্ৰচুৰ।
তথাপি মন নোহে পুৰ ॥৭৭
চলে বলে আনি খাই খুজিয়া।
ডাকে বোলে তাইক পেলাউ বেচিয়া ॥৭৮
স্তনক দেখাই চলক চাই।
পানিৰ ঘাটক খৰ কৰি জাই ॥৭৯

---

৭১ ছ. ··· ··· ডাকে বুলে তাহ লাক্ষ্মণা স্ত্ৰী ।
৭২ ছ. ··· ··· কৰে চট ফট দ্বন্দ্ব সদায় ॥
৭৪ ছ. ······ মুখ ওলোমাই থাকয় তাই ॥
৭৫ ছ. সেহি কুলক্ষণী জানিবাহা সাৰ। এৰিবা ডাক কহ বাৰম্বাৰ
৭৮ ছ. ঘৰত বস্তু খাই খুজিয়া ··· ···।
৭৯ খ. বাৰিবা জাপি এড়িয়া জাই। পানিৰ বাটত খৰকৈ যাই ॥

সিন্না পাত নৈই খাই দুহ্ধ।
ডাকে বোলে তিনিও মূৰ্খ ॥[৮০]
জি নাৰিৰ আলাস কপাহ সুতাৰ কাৰ্জে।
প্ৰভাতে উঠি ঠাই নামাজে ॥[৮১]
কিচো বুলিলে জাই ৰোসে।
ডাকে বোলে তাইৰ সকলে দোসে ॥[৮২]
চাগ পাৰা পোহে হাস।
দুই সিমাত ৰোৱে বাস ॥[৮৩]
বোলন্ত ডাকে মোত দোস নাই।
নিতে নিতে আহুকালে জাই ॥[৮৪]

## অথ পৰিত্যাগ কথনম্

তিনি ভাৰ্য্যা জাৰ একেটি স্বামি।
তাক পৰিহৰ বোলোহো আমি ॥[১]
সত্তে পৰ অন্নক আস।
পৰিহৰ সুণ্য নগৰে নিবাস ॥[২]
পৰিহৰ সুকটি মাচৰ ঝোল।
পৰিহৰ অসতি নাৰিৰ কোল ॥[৩]
পৰিহৰ মন্দিৰ সমিপে বাট।
পৰিহৰ জুবতি নিতে বেহাই হাট ॥[৪]

---

৮১ খ. প্ৰভাতে দেখি গোহাল নমাজে। জি নাৰি আলাস কপাহ সুতাৰ কাৰ্য্যে।
৮৩ খ. চাগ পাৰ পোহে হাহ। দুই সীমাত ৰোৱে বাহ ॥
৮৮ খ. ... নিতে নিতে ভাৰপৰা আহুকাল পাই ॥
১. খ,ঘ. তিনি নাৰি জাৰ ..... ॥ ২ খ ঘ, পৰিহৰ সত্তে পৰৰ আস।
৩. খ. ... ... নাৰিৰ কোল ॥ ৪. ঘ পৰিহৰ পুখুৰিৰ পিচলা ঘাট ॥

পৰিহৰ জতনে দুৰাচাৰি মাৰ ।
পৰিহৰ জাৰ ফটা ভৈলা পাৰ ॥[৫]
পৰিহৰ তাম্বুল কৰে কন ঝুন ।
পৰিহৰ নৃপতি জাৰ নাই গুন ॥[৬]
পৰিহৰ নিধ'নি বান্ধৱৰ মুখ ।
পৰিহৰ বাহি ভৈলে বেঙ্গনৰ সুখ ॥[৭]
পৰিহৰ কৃষি নদিৰ পাৰ ।
পৰিহৰ নাৰিৰ ৰতি নাই জাৰ ॥[৮]
পৰিহৰ দুতয় গ্ৰামত বাস ।
পৰিহৰ জতনে পৰ নাৰিৰ আস ॥[৯]
পৰিহৰ দন্ত বিহিন হাস ।
পৰিহৰ বিদ্যাহিন পুত্ৰৰ আস ॥[১০]
পৰিহৰ সৰ্ব্বত মেঘৰ মালা ।
পৰিহৰ গৃহত নিৰ্জন সালা ॥[১১]
পৰিহৰ কৰি নাই বেহাব খোজে হাট ।
পৰিহৰ ঝাপি নাই জিতো চলে বাট ।[১২]
পৰিহৰ পুখুৰিৰ পিচলা বাট ।
পৰিহৰ জতনে যদি ভগা হাট ॥[১৩]
পৰিহৰ বিনা ঢাকনি ঝাৰি ।
পৰিহৰ নিলাজি যদি কুল নাৰি ।[১৪]

---

৫ ঘ. পৰিহৰো জতনে ভলি ফুগা নাব ॥ ৬ খ.ঘ. পৰিহৰ গুৱা কৰে ... ।
৭ খ. পৰিহৰ অতি ধনি বান্ধবৰ মুখ । ৭ ঘ. পৰিহৰা ধান নবকন্ন সুখ ।
৮ খ. ... পৰিহৰ নাৰি যদি ৰতি জাবে ॥
১০ খ. পৰিহৰ দন্ত বিহিনৰ আস । পৰিহৰ দন্ত বিহিনৰ হাস ॥

# অথ বৰ্ষাদি লক্ষনং

যদি বৰিসে জল ধাৰে ।
কি কৰিব ডাক গনিন্তি কাৰে ॥[১]
তথাপিতো তিথি বাৰক চাই ।
ডাকে বোলে কিচো বোলা জাই । [২]
আসাঢৰ নৱমি শুক্ল পক্ষত ।
যদি ৰবিসে ভূমি তলত ॥[৩]
হাল তুল বেচি চিন্তিয়ো দেৱ ।
ৰাজ গৃহত কৰিয়া সেৱ ॥[৪]
যদি বৰিসে জলৰ কণা ।
ৰঙ্গ কৰি নাচে কৃষক জনা ॥[৫]
বোলন্ত ডাকে টিলা মাটি পাই ।
কান্ধে নাঙ্গাল ধৰিয়া জাই ॥[৬]
মেঘক দেখি ভালক বাই ।
জানা সম্ভৱ লাভক পাই ॥[৭]
ডাকে বোলে কেনে ধৰনি চহ ।
কঠিয়া নাঙ্গল নষ্ট নকৰহ ॥[৮]
পৌষ মাসে জদি মেঘ গৰ্জ্জন ।
মাঘ মাসত মেঘ সোসন ॥[৯]
চৈত্ৰত কেন্দু ফল নিৰন্তৰ ।
বৈসাগ মাসত পৰে পাথৰ ॥[১০]
ৰিনি ৰিনি জল পৰে জৈষ্ঠত ।
চাৰি মাহ বৃষ্টি হোৱে লোকত ॥[১১]

---

১ খ. জেৰে জলধাৰা বৰিসে ধাৰে । কি কৰিতে ডাক গনিন্তি কৰে ॥
৪ খ. হাল কোৰ বেচি চিন্তিয়ো দেৱ । ৰাজাৰ গৃহত কৰিয়ো সেৱ ॥

চৈত্ৰৰ চতুৰ্দ্দশি যদি সম তুল।
ডাকে বোলে বৰ্ষা হোৱে বহুল॥[12]
তিথি বৃদ্ধিয়ে সস্যক নাসে।
ঋক্ষ বৃদ্ধিয়ে তিল বিনাসে॥[13]
শ্ৰাৱণ মাসত ৰোহিণী ঋক্ষত
যদি নববিসে দেৱ।
হাল তুল বেচি কৰ সব লোক
দেখি মহাদেৱ সেৱ॥[14]
বাৰিষা কালত বেঙ্গৰ ৰাৱ।
হাল গৰু লৈই পথাৰক জাৱ॥[15]
মাঘত ৰদ বহাগত সিত।
চাৰি মাহে অল্প বৃষ্টি ভুমিত॥[16]
মাঘৰ সেসত যদি বৰিষে পানি।
তেবে অল্প বৃষ্টি আগলৈ জানি॥[17]
উদয়ে সিন্দুৰ পচিমে কালা।
তেবে জানা বহু বৰিসাৰ মালা॥[18]
প্ৰকাসিয়া ৰবি উঠিয়া নাসে।
ডাকে বোলে বৃষ্টি হৈব আবসে॥[19]
ধনু মিন কন্যা ভৰনিৰ বাস।
হাথি ঘোড়া গৰু মানুহ নাস॥[20]
নহয়ে নবিন পুৰাতনো নাস।
যুদ্ধত লোকৰ যমপুৰে বাস॥[21]

---

১৩ খ. ঋক্ষৰ বৃদ্ধিয়ে তেজক নাসে॥
১৫ খ. …পথাৰক যাৱ। ১৮ খ. তেবে জানিবা ৱৰষুন জালা॥
২০ খ. ধনু মিন কন্যাত ৰবিৰ বাস। ২০ ছ ধনু মীন কন্যাত শনিৰ বাস।

আকাশত ভাসে পানিৰ গচা।
পৃথিবি বুড়িব জানিবা সঞ্চা ॥[২২]
ভূমিক চহৰা ডাকে বোলয়।
বিজ পাৰ সালি বহুত হয় ।[২৩]
তুলা কৰ্কট মেষ মকৰ।
এই চাৰি ৰাশি গ্ৰহৰ সাগৰ ॥[২৪]
এই চাৰি ৰাসি উত্তৰায়নে জাই।
গহিন বাৰিষা আক্ত হৰাই ।[২৫]

২০ ৰ পৰবৰ্তী প্ৰবচন :

খ পাঠ : কি কৈবো মাঘ ফাগুনৰ কথা। অত্তিনৰ সুক্ল পক্ষা ॥
গাজে দেৱে বৰিসে ধাৰে। পৃথিবি বুড়িবে এক বাৰে ॥
বিষ্ণু জাই কানে কুজে। প্ৰজা মৰিব অনা ঝুৰে ॥
নগৰ মাজে হুয়াহুম্নি দেখি। নৰৰ মুণ্ড গণ্ডা গণ্ডে লেখি ॥
'ঙ' আৰু 'ছ' পাঠ : পুনৰ বিস্ব জেই বাৰে। ৰবিৰ সুত মঙ্গল বাৰে ॥
সুখ দুই গুন তিনিগুন ধান (বান ?)। এহিবাৰে গৈলে মাটিৰ প্ৰমাণ ॥
মেস মকৰ তুলা কাকৰ। এই চাৰি ৰাশি গ্ৰহৰ সাগৰ ॥
এহি চাৰি ৰাসি উত্তৰথানে (উত্তৰায়নে ?) জাই। গহিন বাৰিষা সন্ত হেৰাই।
মাঘি সপ্তমিৰ উপৰে কালি। আহ্ৰ এম্নি সৰে ধৰা সালি ॥
মাঘি সপ্তমি বৰিসে দেৱ। বেহা এৰি কৰা আজল সেৱ ॥
আদি অন্তৰ সনকা দেখে। সত্যো সত্যো দেৱে বৰিসে ॥
ৰিক্ত অধিক উভয় নাসে। তিথি অধিক দগধ নাসে ॥
ৰিক্ত তিথি জেবে দুত্তোতুল। দৈৱেক বাৰিষা নাহিকে ভুল ॥
ফাগুনগতে চৈত্ৰৰ সংক্ৰান্তি জে বাৰ। ৰবি সোসে সোমে বৰিসে মঙ্গলে ধুলি অন্ধকাৰ ॥
যেদনি নসহে সন্তৰ ভাৰ। বুধ বৃহস্পতি শুক্ৰবাৰ ॥
জদি দৈৱ বসে হএ শনিবাৰ। সদ্য নাহি প্ৰজাৰ থয়ঙ্কাৰ ॥
সপ্তমিত ধান অষ্টমিত বান। নৱমি কৰে সমূলে নিৰ্ব্বান ॥
কি কহিবো চৈত্ৰৰ বিষুৰ কথা। পুৰ্ণিমা আমাবাস্যাই অন্ন জথা ॥

## বৃষ লক্ষনং

গৰু কিনিবা চিকন জালি।
দুই চাৰি চয় দতিয়া ভালি॥[১]
হৰিনৰ সম জিহ্বা কান।
তেন বলধক বিচাৰি আন॥[২]
বলধ কিনিবা বল বুঝিয়া।
চাৰিবা স্থূণ্টি ধোবা তেলিয়া॥[৩]
চয়ে চোটা চাৰি মোটা।
বাচিয়া কিনিবা বলধ গোটা॥[৪]
চয় নৱদন্ত ভাগ্যেসে পাই।
সাত দেতিয়া ভাগি পলাই॥[৫]
গাওঁৰ বলধ নিকটৰ ভুই।
ইহাক নেড়িবা জানন্তা দুই॥[৬]
জুঝাৰু বিচাৰি কিনিবা গাই।
সৰুমুৰা পাচ ডাঙ্গৰ চাই॥[৭]
সৰখিয়া যদি পনেই খুৰ।
বাউমুৰা হৈলে চাৰিবা দুৰ।[৮]

---

গৰ্জ্জে দক্ষে বৰিষে ধাৰে। পৰ্বত বুৰাএ একে বাৰে॥
আউল বাউল বহে বাও। ডাকে বোলে ধিনাসেৰ ভাও॥
দখিনে গৰ্জ্জে পূবে বৰিষে পচিমে দিএ ধেনু।
ডাকে বোলে পৰ্ব্বত বুৰাএ জানো॥

১. খ ········ দন্তিয়া ভালি।
খ. বলধ কিনিবা বেলি বুজিয়া। বড়িয়া স্থুটি ধোৱা তেলিয়া।
৫ খ. ·········সাত দন্তিয়াক দেখিলে পলাই॥
৮ খ. মৰকিয়া যদি পাখন খুৰ। বাউমুৰা হাল চাবিব দুৰ॥
জ. শৰখিয়া যদি পানৈ খুৰ। বাওমুৰা হলে তেজিব দুৰ॥

কষ্ট পুষ্ট যদি হোৱে মুৰ।
ডাঙ্গৰ মুৰা চাৰিবা দুৰ॥[৯]

বিচা নেজিয়া কলিয়া চুটা।
কিনিবা বিচাৰি বলধ গোটা।[১০]

জেবে কৃষিত কৰিবা আস।
তেবে নকৰিবা সাঞ্ঁনত চাস॥[১১]

বলধক ভাই নেদিবা দুখ।
তাহাত আচে ভাতৰ সুখ॥[১২]

আহাৰ সাওঁনত নকৰি বন।
তাহাৰ কেনে ঠাইত মন॥[১৩]

যদি স্বামি জন দৃষ্টিয়াল হয়।
তেবেসে কৃষিৰ ফল সিঝয়॥[১৪]

ফাগুনৰ মাটি সোনাৰ সাটি।
চৈত্ৰৰ মাটি ৰুপাৰ পাটি।[১৫]
বৈসাগৰ মাটি গুণ্ডাগুণ্ডি।
জেঠৰ মাটি ৰাঙ্গৰ গুড়ি॥[১৬]

গৰু কিনিবা চিতৰা পথৰা।
তাক দৰবা এক আখৰা॥[১৭]

টোকা নেজা থোতোৰ চুটি।
সেহি জানিবা গৰিয়া গুটি।[১৮]

গোৰখিয়াই পিয়ে পানি।
গোম চকৰিয়া ঘৰলৈ নানি॥[১৯]

---

৯. খ. হৃষ্টপুষ্ট হোৱয় মুণ্ড। ডাঙ্গৰ মুণ্ডক চাৰিব দূৰ॥
১৪. খ. যদি স্বামিজন তুষ্টিয়া নহই। তেবেসে কৃষিৰ ফলক পাই॥
১৭ খ. .........তাক মোলাবা একে আখৰা॥
১৮ খ. টকা নেজা থুতৰি চুটি। সেই গৰু জানিবা গৰিয়া গুটি॥
১৯. খ. মৰগিয়ায়ে দিএ পানি.. ...... ॥
ছ. গৰু পিজিয়াই দিয়ে পানী।

তাল ঘুৰিয়াই বহে হাল।
ভাতে নাটে সৰ্ব্বকাল ॥[২০]
গৰু কিনিবা তিক্ষুত্তৰ বগা।
বোলন্ত ডাকে মঞি হলো লগা ॥[২১]
গৰু কিনিবা দিঘল লেজা।
মৈত দিলে নহই কুজা ॥[২২]

## অথ হলবাহন ক্ৰম

বিচা মিন মিথুন কন্যা।
মধু মকৰ লগ্ন ধন্যা ॥[১]
শুভ তিথি শুভ লগ্ন।
ফালৰ আগত দিবা স্বৰ্ণ ॥[২]
শুক্ৰ গুৰু চান্দ বাৰক চাই।
পঞ্চ ৰেখা আগে কৰিব জাই ॥[৩]
সিঙ্গ ভাঙ্গা গৰু নুজুৰিব হাল।
ৰঙ্গা ৰৰনিয়া জুৰিব ভাল ॥[৪]
কলিয়া বলধ জতনে জুৰি।
নুজুৰিবা খোড়া দুই দামুৰি ॥[৫]
যদি হাল বহন্তে হালৰ ভঙ্গ।
বচ্চৰকে তাৰ নিমিলে ৰঙ্গ।[৬]

---

২০ খ. তাল ছুৰিয়া জি বহে ···সৰব কাল ॥
ছ. টান খুড়িয়াক বায়ম হাল।
২১. খ. ·· ··নিঘূন বগা ··· '
২২. খ. ·····নেজা··· ··উঠিলে নহয়········· ॥
২২.ৰ পৰবৰ্ত্তী প্ৰবচন, ছ. যাৰ নাই গৰু। সবাতকৈ সৰু ॥
২. খ. ফালৰ আগত·········কাঞ্চন।
৬. খ. যদি হাল জোবাত নাঙ্গল ভঙ্গ। সিটো বৎসৰত নিমিলে ৰঙ্গ ॥

তাতে জোত জোঙলি চিঙে।
মাৰে গৃহস্তক হালৰ সঙ্গে॥[৭]

## অথান্ন লক্ষনং (কৃষি লক্ষণ)

ডাকে বোলে বাপ শুনা উপাই।
বানিজ্যৰ ফল কৃষিতে পাই॥[১]
জি নৰে সদা কৃষিক কৰে।
সেৱাৰ ফল পাইবা ঘৰে॥[২]
সোনা ৰূপা কিবা কৰি।
ভাত নাখালে ভোখতে মৰি॥[৩]
হিৰা মানিক থাকে অপাৰ।
খুদ গাল নহলে মৰনে সাৰ॥[৪]
ধনৰ মধ্যত ধান্য সোভন।
ধান্য নহলে মৰে তেখন।[৫]
এতেকে কৃষি কৰিবা সাৰ।
দুৰ্ভিক্ষত কৃষি কৰে নিস্তাৰ॥[৬]
নাঙ্গল বলধত সবাৰে আস।
জাৰ নাই তাৰ সকলে নাস॥[৭]
জেঠ মাস গৈল বিনা নাঙ্গলে।
কৃষক বঞ্চিব কাহাৰ বলে॥[৮]

---

৭. খ. তাত যদি গোত্ৰ জোত চিঙে। মাৰে গৃহস্থক আভিসে পিড়ে॥
ছ: আক যদি যুৱলী চিঙে। গৰুৱে মাৰে গৃহস্থক শিঙে॥
১. খ. ··· ·····বাপু শুন······। ২ খ. ····· সেৱাৰ ফল পাইব নিত্যে নৰে॥
৪. খ. ·········খুদ গুঁৰি নহলে·········। ৫ খ ধনৰ মাঝত······।
৬. খ. জেবেসে দুৰ্ভিক্ষ হোৱে নিস্তাৰ॥

কৃষিক যদি কৰিবৰ মন।
হাল গৰু ৰাখ কৰি জতন॥[৯]
মাঝে দিঘল লেজা জাই বহিয়া।
খাই সুখে থাক ঘৰে বসিয়া॥[১০]
ধান্য হলে হোৱে সবে মঙ্গল।
তাহাৰ অভাৱে সবে বিফল॥[১১]
দেখিয়া ভূমিক লয়ে সুবন্ধি।
ঘন আলি দিব লোকত সুধি॥[১২]
সাওঁনৰ কঠিয়া নহল জাৰ ধান।
আহিনৰ গোচ বিফল জান॥[১৩]
আহিনে কাতি ৰাখিবা পানি।
জেনে ৰাখে ৰাজাৰ বানি॥[১৪]
আলিৰ উপাৰ দিবা আলি।
খেতি হল বুলি জানিবা ভালি॥[১৫]
আহু ৰোবা খোজত বুৰি।
সালি ৰোবা বেগেত ঘুৰি॥[১৬]
জেবে দেখা আঠু উপৰে পানি।
হাতকত গোচ দিবা চানি॥[১৭]

---

১০. ছ. মাজে যদি জল যায় বহিয়া।
১১. ছ. ধান হলে হয় সবে সুফল। ধান নহলে সকলে বিফল॥
১৩. খ. শাওঁনৰ কঠিয়া নোহই ধান। আহিনৰ গোচক জান॥
১৪. খ. জেন ৰাখে নৰে ৰাজাৰ বাণী॥
ছ. ...... যেনেকৈ ৰজাই ৰাখে বাণীক।
১৬. খ ......... খোজত গুড়ি।
১৭. খ. ...গোচ দিবা হাতেবে জানি॥ ১৭. ছ. তেবে গোছা দিবা হাতক চানি
১৭ ৰ পৰৱৰ্তী প্ৰবচন:
খ. তেৱো যদি নহয়ে শালি। তেবে পাৰিবা ডাকক গালি॥
ছ. যেবে দেখা নহৈব শালি।

কৃষি ৰাখিবা বহু জতনে।
সাফল কৃষি মানিবা মনে।[১৮]
ডাকে বোলে মোৰ মনে লাগে।
কৃষি কৰিবা ওচৰ ভাগে॥[১৯]
সাতে পাতাল পাচে ঘন।
চয়ে তামোল নন্দন বন্দন॥[২০]
ঘন সৰিয়হ পাতাল মাহ।
আবৰন দি দিয়া কপাহ॥[২১]
সিত সৰিহা মিতত মাহ।
গণ্ডত তামোল সৰনত বাহ॥[২২]
ইসব ঋক্ষক তেজিয়া।
সস্য সব খাবা আর্জিয়া॥[২৩]
সৰন লাগিলে নাসাজিবা ঘৰ।
অগ্নিযোগত ধানৰ খৰ॥[২৪]

## অতিৰিক্ত প্ৰবচন

ধ. ভাদ্ৰৰ চাৰি আহিনৰ চাৰি। মাহ বুবা জিমান পাৰি॥
সত ভাঙ্গি কৰ পঞ্চাস। দৱে বামে কৰিবি চাস॥
পুআ জাবি গৱুলি য়াহিবি। তেবে ভাতে আটি খাবি॥
কৰিসি কৰিবা চাহ পুৰনা। জিবা আৰ্জ্জিবি তাতে সোনা॥
ৰদ বৰষুনে সমে জাই। তেবেসে কবিসিৰ ফলক পাই॥

---

১৮. খ. ... ...স্তাল কেন মানিব মনে॥
২০. খ. ... ...নন্দন বন্দন॥ ২১. ছ. ...মুগৰ তলত চয় হাহ॥
২২. ঙ. ... ...সৰনত তামোল গলনত বাঁহ॥
২২. 'ডাকে বোলে শুনা উপায়': শীত সৰিয়হ মীত্ত মাহ।
শৰণত নাকাটিবা বাঁহ।
অথবা
শীত সৰিহ মীত্ত মাহ শৰণত নাকাটিবা বাঁহ-বেত।

ঝালুকত গোবৰ পানত মাটি। কলা ৰুবা তিনিস সাঠি ॥
মাহ সৰিয়হ কপাহ কল। মাহিলি মাহিলি চিকনাবা তল ॥
পাত পচলা লাভত্ত খাবা। লঙ্কাৰ বনিজ হাততে পাবা ॥

ঘ. ভুঁই বাবা কোনা। ওকু লবা মনা
বিচাৰি আনিবা কেচি। বোঙা দিবা হেছি ॥
ভালোৱা লবা বিচাৰি মুখ। দোভাগ নিসাতে বিচাৰে গুৱা।
মাহ সৰিয়হ কপাহ পা। চাৰি কোনে নাই থাল নাহিক আস।

পুবে ৰবি পশ্চিমে ছায়া। সেহি সে সস্তুৰ অমৰ কায়া।
তিনিস সাঠি জোপ কৰা কল মাহিলি মাহিলি সিকোনাবা তল ॥
পাত পচলা লভতে খাবা। লঙ্কাৰ বনিজ হাতত পাবা ॥
আহিনত গোবৰ মহৰ জাবৰ পুৰাত থাই মালভোগত চাই ॥
ভাদত কৰিয়া কলা ৰোপন। সবংসে মৰিল লঙ্কাৰ ৰাৱন ॥
এহাত এডৈন দিবা কলৰ গোট। তেতিয়া দেখিবা কলৰ গোট ॥
সাতে পাতল পাচত ঘন। চৰত তামোল নন্দন বন ॥

# অথ জ্যোতিস প্ৰকৰণং

## ( গ্ৰহণ )

জেই জেই মাসৰ জেই জেই ৰাসি।
তাৰ সপ্তমে থাকে সসি ॥[১]

ভাতে আসে পুন্নিমা হোৱে।
অন্তে সসিক ৰাহুযে গ্রসে।[২]
কৃষ্ণ পক্ষৰ দ্বিতিয়া তিথি।
নাস নক্ষত্র যদি মিলিছ।[৩]
তাৰ ত্রয়োদশত থাকে ৰবি।
সুৰ্য্য গ্রহন কহে কবি॥[৪]
যি নক্ষত্রত থাকে সসি
তাৰ মধ্যে ৰাহু থাকে বসি॥[৫]
পুন্নিমা প্রতিপদ সন্ধি জেবে।
ৰাহুয় চন্দ্রক গ্রসিব তেবে।[৬]

## অথ যমঘণ্টকথনং

ৰবিবাৰে মঘা পুৰ্ব্ব ফাল্গুনি।
অশ্লিসা পুষ্যা সোমে জানি।[১]
কুজে অনুৰাধা শ্রবণা জান।
বুধে আদ্রা হস্তা মিলন।[২]
মুলা ৰেবতি গুৰু বাৰে পাই।
স্বাতি ৰোহিনি শুক্রে মিলাই॥[৩]
সনিবাৰে সতভিষা জেৱ।
ডাকে বোলে যম ঘণ্ট তেবে।[৪]
ইহাত যাত্রা এড়িব আস
গৃহস্তৰ গৃহিনি হোৱে নাস।[৫]

---

২ খ. ...চন্দ্র হস্তে আদ্রা হস্তা মিলাই॥
৪ খ. সনিএ সতভিষা হৱয় যেবে।

ৰিবাহত হোৱে বিধৱা নাৰি।
বেহা কৰিলে হোৱে ভিক্ষাৰি।[৬]
তুঙ্গমুতুঙ্গ কৰ বিচাব
যোগাযোগক কৰ পৰিহাৰ ॥[৭]
লগ্নক চান্দ সুভে নেদেখে জেবে।
তাহাৰ কৌষ্টি চাউ তেবে ॥[৮]
সাতে আঠে খোৰা কুজা।
তাতে থাকে ভূমি তনুজা।[৯]
চতুৰ্থে পঞ্চমে থাকে কুজা।
তাহাৰ কোষ্টি বিফল বুঝা ॥[১০]
দুই দিগি কুগ্ৰহ মাজত লগা
তাহাৰ কোষ্টি চেদ যোগা।[১১]
ই তিনি ভুৱনে নাহিকে ৰাখ।
সগুনে শৃগালে ভুঞ্জিবে তাক।[১২]
এক পাপ গ্ৰহ থাকে লগ্নত।
তাহাৰ সঙ্কা হুতাসনত।[১৩]
সপ্তমত মঙ্গল থাকে জেবে
মেঘত বায়ুত ভয় তেবে ॥[১৪]
কুজাৰ ঘৰে ৰবিৰ বাস।
অনেক ধনক কৰে নাস।[১৫]
সপ্তমে শুক্ৰে দেখে জেবে।
ধন জন সুখ হোৱে তেবে।[১৬]

---

৭ খ. তুঙ্গা তুঙ্গি সবে কৰ বিচাৰ।
৮ খ তাৰ জন্ম কোষ্টি চাবিব তেবে।
৯ ছ তাতে থাকে ভানু তনুজা ॥

লগ্নে সনি থাকে চান্দ।
জলৰ মাঝে পাতে ফান্দ॥[১৭]
খোৰাক কুজায় দেখে জেবে।
জলত পৰি মৰিব তেবে॥[১৮]
বুধে চন্দ্ৰে একে সঙ্গ।
তাহাৰ কুষ্ঠি নাহিকে ভঙ্গ।[১৯]
যেবে ক্ষিতি সুত থাকয় সাতে।
জিয়ে সিতোজন নিচৰ ভাতে।[২০]
লগ্নে কুজা লগ্নে সুজা।
তাতে থাকে ভানু তনুজা॥[২১]
সপ্তমে যদি খোৰাক পাই।
ষষ্ঠ দিনে সিতো মৰিয়া জাই॥[২২]
চাৰি সাগৰত গ্ৰহৰ মেলা।
দোলা চক্ৰে তাহাৰ খেলা॥[২৩]
উদ্যোগ কৰিলে হোৱে সিদ্ধি।
অল্প দিনে পাৱে নিধি।[২৪]
লগ্নে গুৰু চন্দ্ৰ হোৱে যুত।
নৃপতি তুল্য হোৱে সুত॥[২৫]
দ্বিতিয়ত সনিয়ে হৰে ক্ষাতি।
ত্ৰিতিয়ত সনি ধৰে চাতি॥[২৬]
শুভ দৃষ্টি সনিৱে চাই।
নৃপতি তুল্য পুত্ৰক পাই॥[২৭]

---

১৭ খ তাক লাগি পাতে অনেকে ফান্দ।
২৪ খ যোগ থাকিলে… ।
২৭ খ. নৃপতিৰ তুল্য তাহাক কৰাই॥

শনি ৰবি জাহাক দেখে।
চোৰৰ লগত তাহাক লেখে॥[২৮]
সপ্তমত শনি দেখে জেবে।
বাহৰ আগত সুখাই তেবে॥[২৯]
লগ্নত চান্দে বেদ বখানে।
নপটি সুস্থনি সবাকে জানে॥[৩০]
নহয়ে পাত্ৰ নহয়ে ৰাজ।
বসি সাধ সকলে কার্য্য॥[৩১]
ৰিপু নিধনত থাকে চান্দ।
সিসু কালতে পাতয় ফান্দ॥[৩২]
যদি পাপ গ্ৰহে দেখে তাক।
অল্পতে মৰে বোলন্ত ডাক॥[৩৩]
সপ্তমত ৰবি সনি ক্ষনত।
অষ্টমে মঙ্গল বুধ ৰিক্ৰমত॥[৩৪]
দ্বাদস ৰাশিত থাকে চান্দ।
প্ৰসব কৰিয়া বসিয়া কান্দ॥[৩৫]
মেসত ৰবি চন্দ্ৰ নিজ ঘৰে।
কুম্ভত খোড়া বলিষ্ট নৰে॥[৩৬]
মঙ্গল সনি একে ঘৰে থাকে।
দুখিয়া পুত্ৰক প্ৰসৱে মাকে [৩৭]
কুম্ভত খোড়া থাকে আসে।
মকৰত মঙ্গল অপুৰ্ব্ব ভাস। [৩৮]

---

৩৩ৰ পৰবৰ্ত্তী প্ৰবচন, খ. মড়ুয় জননি পিড়ুয় বাপ।
জিয়া থাকন্তে ছুগুচে তাপ॥

৩৮ খ. মকৰত মঙ্গলে সুৰ্য্যত ভাসে॥

কন্যাত বুধ থাকে জেবে।
ডাকে বোলে ৰাজা হুইব তেবে।৩৯
ধনু মিন কন্যা সনিৰ বাস।
তাত বান্ধবৰ থাবয় আস॥৪০
মকৰে মঙ্গল লগ্নে সহিত।
দোলা চত্ৰ মিলাই বিত্ত॥৪১
চন্দ্ৰ বৃহস্পতি এক বাসিত।
লক্ষ্মি সৰস্বতি তাহাতে স্থিত॥৪২
দসমে চান্দ দিতেযে কুজা।
ষষ্ঠত ৰাহু সত বৰ্ষ বুঝা।৪৩
শুক্ৰে যদি দেখে লগ্নক।
তাৰ লক্ষ্মি মিলে আবস্যক।৪৪
মেসত চান্দ সাগৰে লগ্ন।
অসেস দোসক কৰয় ভগ্ন॥৪৫
চাৰি সাগৰে গ্ৰহৰ যোগ।
আছে কোষ্ঠিত নৰপতি যোগ॥৪৬
আচোক চাৰি পাই তিনি।
তিনি কোনা পৃথিবি থাকিব জিনি॥৪৭
চাৰি সাগৰত গ্ৰহৰ মেলা।
তাহাৰ কোষ্ঠি নকৰা হেলা।৪৮
গঙ্গা সাগৰে মাজিব মাথ।
অবস্যে দেখিব জগন্নাথ॥৪৯
চাৰি চাৰি গ্ৰহ থাকে জেবে।
ৰাজাৰ ঘৰত থাকে তেবে॥৫০

---

৪০ খ. তাত বাপৰ থাকয় আস॥

ৰাজাৰ বচন নকৰি খেত।
তাহাৰ গাৰত চৰিবে নেত ॥৫১
একাবলি যোগ থাকে যেবে।
ৰাজ সম্পত্তি মিলয় তেবে ॥৫২
তাত যদি সিংহাসন পাই।
হোৱে চক্ৰবৰ্ত্তি মহাৰাই।৫৩
মেষত আদিত্য তুলাত খোড়।
মৃগত ভৌম নাহিকে জোড় ॥৫৪
বৃষত চন্দ্ৰ অবস্থাকে পাই
চতুৰ্দ্দোলে সিতো গাৱ ৰেলাই॥ ৫৫
অষ্টমে বৈৰয়া সপ্তমে ৰোহিত।
তৰল ভুমিত হৰাই বিত্ত ॥৫৬
কাৰোৰ সুখ নুহিবে ঘৰে।
সৰ্ব্বকালে তাক বাইবেক পৰে॥ ৫৭
থাকে সনি মঙ্গল সাতে।
কঙ্কাল কৰ লৈবেক বাতে ॥৫৮
এই যোগ জাৰ গনিতাত পাই
হাত ভৰি তাৰ সুখাই জাই ৫৯
দুই ভিতি শুভ মধ্যত আক।
হস্তিৰ কন্ধত দেখিবা তাক।৬০
জিবন্তে ধন জনক পাই।
মৰিলে হোৱে স্বৰ্গত ঠাই।৬১
অষ্টমে ৰাহু চান্দ হুইব জেবে।
সিৰচেদ তাৰ হুইবেক তেবে ॥৬২

---

৫১ খ. ৰাজাৰ বচন কৰিব খেত।
৫৬ খ তৰল ভূমিত বুড়াইবে বিত্ত ।।
৫৭ খ. কৰাৰো সুখ··· ।

লগ্নত মঙ্গল সনিৰ মেলা।
সকলে কাৰ্য্যত মিলাইব হেলা ॥৬৩
সপ্তমে মঙ্গলে দেখে জেবে।
মেঘৰ নাদত মৰিব তেবে ॥৬৪
জন্ম লগ যাত্ৰা জোড়া।
বৰাহ মিহিৰে নাপালে ওৰা ॥৬৫
চাৰি সাগৰত গ্ৰহৰ স্থিত।
পৰৰ স্থাপন পাইবেক বিত্ত ॥৬৬
সৰ্ব্বকালে তাৰ সোভন বিধি।
খানন্তে কোৰন্তে পাইবেক নিধি। ৬৭
মেষত ৰবি ভূমি নন্দন।
বিদ্যা বুদ্ধি ধন বাঢে জতন ॥৬৮
চন্দ্র সহিতে থাকে ৰবি।
ধৰ্ম্মক জানে পণ্ডিত কবি ॥৬৯
বুধ সমে ৰবি থাকয় জথা।
বুদ্ধিত নিপুন জানয় কথা ॥৭০
গুৰু শুক্ৰ যদি থাকয় তুলাত।
কৰ্কট ৰাহু মেষ কন্যাত ॥৭১
কিৰ্ত্তি জস বাঢে বিদ্যা পণ্ডিত।
জিয়ে সত বৰ্ষ হোৱে সুখিত ॥৭২
লগ্ন সমে থাকে মন্দ।
ঘনে ঘনে লাগে দন্দ ॥৭৩

---

৬৬ খ. আপৰ-গোপৰ পাইবেক বিত্ত ॥
ছ. খাপ্যৰ গোপ্যৰ পাইবেক বিত্ত ॥
৬৮ ছ. বিদ্যাবুদ্ধি বাঢে বহু ধন।
৬৯ খ. চন্দ্ৰমা সহিতে থাকয় ৰবি। পণ্ডিতৰ মধ্যত হোৱয় কবি ॥
ছ... শাস্ত্ৰাৰ্থ ভূষণ হোৱয় কবি ॥

লগ্ন সমে থাকে চান্দ।
তাতে থাকে ৰবি সুত মন্দ॥[৭৪]
পৰৰ ভাতে জাই দিন।
পৰম দৰিদ্ৰ নাহি সুদিন।[৭৫]
ৰাহু সনি একে ৰাসিত।
পৰৰ হাতত হৰাই বিত্ত॥[৭৬]
তুঙ্গে জেবে নাথাকে গ্ৰহ।
বৃদ্ধ কালত লাগে বিগ্ৰহ॥[৭৭]
গুৰু চন্দ্ৰ যদি কৰ্কটে স্থিত।
পুত্ৰ ধন বাঢে কীৰ্ত্তি পণ্ডিত॥[৭৮]
চন্দ্ৰ সহিতে থাকে ভাৰ্গৱ।
শাস্ত্ৰমন্ত ধৌৰ্য্য বাঢ়ে প্ৰভাব।[৭৯]
ৰাহু আদিত্য থাকে জেবে।
তাহাক সত্ৰুয় জিনিব জেবে॥[৮০]
কেতু সনি মিলে সম্ভোগ
দণ্ডত হিয়াত থাকে ৰোগ॥[৮১]
শনি ৰাহু ৰবি একে ঠাই।
অনা জুদ্ধে প্ৰজা মৰি জাই॥[৮২]
আদিত্য সহিতে থাকে কেতু।
অন্ধক হইবাৰ জানা হেতু॥[৮৩]
মেষত ৰবি বৃষত সসি।
গুৰুয় দেখিব সপ্তমে বসি।[৮৪]

---

৭৭ খ. চ. তুঙ্গ ৰাসিত জেবে থাকয় গ্ৰহ।
৭৯ খ. ছ. চন্দ্ৰমা সহিতে...।
৮০ খ. ছ. সত্ৰুএ তাহাক জিনয় তেবে॥
৮২ খ. বিনাযুদ্ধে জানা মৰে ছুনাই। ৮২ ছ. বিনাযুদ্ধে প্ৰজাগন মৰে যাই।

নাহিকে রোগ নাহিকে সোক।
সিংহাসনে বসি ভুঞ্জিব ভোগ। ৮৫
বুধ বৃহস্পতি থাকে একেঘরে
নিতে নিতে বিলাস তাবে। ৮৬
আদিত্য সহিতে চন্দ্র একত্রে থাকয়।
অরণ্যে নির্জ্জন হোরে মন্দাসয় ॥ ৮৭
আদিত্য শুক্র একত্রে থাকে।
মন্দাসয় হোরে কহিলা ডাকে ॥ ৮৮
লগ্ন সঙ্গে থাকে সনি।
উক্ত ফল সব বখানি ॥ ৮৯
আদিত্য মঙ্গলে থাকে চন্দ্র।
পৃথিবীত সিতো হোরে নরেন্দ্র ॥ ৯০
চন্দ্র সহিতে থাকে বৃহস্পতি।
সার্থক জিবন ধর্ম্মত মতি। ৯১
চন্দ্র সহিতে থাকে খোড়া।
ভার্য্যায় সহিতে পরিল ওরা ॥ ৯২
রাহুয়ে সহিতে থাকে নিসি।
সর্ব্বকালে দুখ পাএয় বসি ॥ ৯৩
আদিত্য সহিতে থাকে রাহু।
সিতো পুরুষর চেদয় বাহু ৯৪

---

৮৬ খ. ...নিতে নিতে বিনাস হোএয় তাবে ॥
৮৭ ব পরবর্তী অতিরিক্ত পাঠ:
খ আদিত্যে সহিতে রবে স.ম কিরণ।
অলখিতে করে নিত্যো মহাপাপ পণ ॥
৯২ খ. চন্দ্রের লগতে থাকে কেতুমণি। একো কালে নাই ভাগ্যে রতি ॥
ছ. চন্দ্রে সহিতে থাকয় কুমতি। একো কালে নাই ভাগ্যাতে প্রীতি ॥
৯৪ক পরবর্তী প্রবচন: খ. শুক্রর লগতে থাকয় নগা।
তাহার কোষ্ঠি চেদ যোগা ॥

লগ্নৰ লগত থাকয় গুৰু।
ৰাজাৰ সভাত মুহিকে সৰু। ৯৫
গুৰু শুক্র চন্দ্রমা নাথাকে।
অৱস্থে পাই ৰাজ পদকে।। ৯৬
মঙ্গলে সহিতে থাকে ৰবি।
সাস্ত্রার্থ ভুষন হোৱয় কবি।। ৯৭
আদিত্যৰ ধৰে শুক্রৰ গতি।
বোলন্ত ডাকে হোৱে নৃপতি।। ৯৮
চাৰি সাগৰে গ্রহৰ যোগ।
তাহাৰ জানিব ভুপতি ভোগ।। ৯৯
একাৱলি যোগ জাহাৰ পাৱে।
বহু সুখ ভোগ তাহাৰ কৰাৱে।। ১০০
মেষত আদিত্য মিনত মঙ্গল।
তুলাত শনি থাকে কতুহল।। ১০১
চন্দ্র সুত কন্যাত পাই।
চতুর্দ্দোলে চিতো গাৱ ঘেলাই। ১০২
মঙ্গল যদি থাকে সপ্তমত।
আদিত্য সনি থাকে জন্মত।। ১০৩
জানিবা তাহাৰ কাহলো সাৰ।
তাৰ গাৱে বিস হুইব অপাৰ। ১০৪
জাৰ কুষ্ঠি মাঝত আদিত্য।
দুই ভিতি সনি মঙ্গল স্থিত।। ১০৫
সুখ সম্পত্তি সকলে পাই।
হস্তি কন্ধে গাৱ ঘেলাহ।। ১০৬

---

৯৬ খ. ছ'' ৰাজাৰ পদক পাৱয় তেবে।।

চন্দ্ৰ ৰাহু অষ্টমে স্থিত ।
সিৰচেদ তাৰ হুইব নিচিত ।[১০৭]
যদি লগ্নে সনিৰ খেলা ।
সকল কালে গাৱত হেলা ।।[১০৮]
যদি মঙ্গল থাকে সপ্তমে ।
বজ্ৰপাতে সিতো চলয় যমে ।[১০৯]
চন্দ্ৰ সূৰ্য্য একে ৰাসিত ।
সৰ্ব্বকালে ভোগ হুইব বিপৰিত । [১১০]
সপ্তমে চন্দ্ৰক দেখে সনৈশ্বৰে ।
অন্নৰ সুখ নহৈব ঘৰে ।।[১১১]
লগ্নে সনি থাকে জেবে ।
জলত পৰি মৰিব তেবে [১১২]
তাতে যদি সসিৰ বাস ।
ভাত কাপুৰ নাহিকে আস ।।[১১৩]
উদৰ পুসিব টাকটোক কৰি ।
হৈব সিতো জন দেশান্তৰি । [১১৪]
আদিত্য যদি থাকে লগ্নত ।
মৰিবেক সিতো জানা ৰোগত ।।[১১৫]
লগ্নত চন্দ্ৰ থাকে জেবে ।
বলি ধনবন্ত হোৱে তেবে ।।[১১৬]
যদি লগ্ন মঙ্গলে স্থিত ।
তাহাৰ অঙ্গ হৈব বেথিত ।।[১১৭]
লগ্নে চন্দ্ৰ সুত হোৱে জাৰ ।
সকলে শাস্ত্ৰৰ পাই পাৰ ।।[১১৮]

---

১১০. ছ··· সৰ্ব্বকালে ভোগ হৈবেক ৰিত্ত ।।

জাৰ বৃহস্পতি লগ্নত স্থিত।
সা৺ ৺ানি সুক্ষ্ম ধৰ্ম্ম পণ্ডিত॥১২
হয় হস্তি ধন হৈব অপাৰ।
ৰথ ধ্বজ আ৺ কবিতাত সাব॥
লগ্নত ভাৰ্গব হাৱে যোগ।
ধন্যে ধান্যে মিলাৱে ভোগ॥১২২
দ্বিতিয় আদিত্য জেবে থাকয়॥
সিতো জন হোৱে ৰোগৰ আলয়।
দ্বিতিয়ে জন্ম ৺াকে সসি।
সোৱে বলিষ্ট পৰম জসি।১২৩
আ৺ অপৰ্য্যন্ত হৈবেক তাৰ।
চৌৰ কাৰ্য্যত মতি তাহাৰ॥১২৪
লগ্নৰ দ্বিতিয় থাকে মঙ্গল।
হোৱে সিতো ভাৰ্য্যাত বিকল॥১২
কৃষ তনু তাৰ সততে হয়।
সিতো ধনবন্ত হোৱে নিচয়॥১২৬
বা৺ লগ্নৰ দ্বিতিয়ে থান।
হৈবে সিতো নৰত প্ৰধান॥১২৭
বৃহস্পতি জদি দ্বিতিয়ে পাই।
ধন হৰ্ষ তাৰ বাঢি জাই॥১২৮
দ্বিতীয়ে শুক্ৰ থাকে জাৰ।
নাৰিৰ বল্লভা দৰ্প তাহাৰ॥১২৯
জদি সনি গ্ৰহ দ্বিতিয়ে স্থিত
সৰিৰ কুচিত দিন দুখিত॥১৩০
লগ্নৰ তৃতিয়ে ৰবিৰ গতি।
জানা তাসম্বাৰ ধৰ্ম্মত মতি॥১৩১

ত্ৰিতিয়ত চন্দ্ৰে কৰয় বাস।
তাহাৰ জানা ভাতৃ বিনাস ॥১৩২
থাকে কেৱলে ভূমি নন্দন।
ভাতৃ নষ্ট হোৱে স্বৰূপ বচন ॥১৩৩
হিংসা তেসে সিতো ৰতি সদাই।
ভূমিত তাহাৰ বৃত্তি মিলাই ॥১৩৪
ত্ৰিতিয়ে বুধ থাকে জেবে।
সেহিজনে মিচা মাতে তেবে ॥১৩৫
যদি বৃহস্পতি থাকে সিথান।
কন্দৰ্পৰ নয় দেখি সুঠান ॥১৩৬
সেহি স্থানে জদি শুক্রৰ গতি।
বোলন্ত ডাকে হৈব নৃপতি ॥১৩৭
তৃতিয়ে থাকে ৰবিৰ নন্দন
ভাতৃ নষ্ট হোৱে বহু ধন ॥১৩৮
চতুৰ্থ ৰাসিত সূৰ্য্যক পাই।
বন্ধু বৰ্গ বাঢ়ে ক্লেসক পাই ॥১৩৯
চতুৰ্থ ৰাসিত চন্দ্ৰৰ যোগ।
নানা ব্যাধিয়ে কৰাই ভোগ ॥১৪০
জানু জংঘাত ৰোগৰ খেলা।
নেদিয়ে ঔসধি কৰয় হেলা ॥১৪১
চতুৰ্থে ভৌমে কৰে নিবাস।
কুচিত গ্ৰামত তাহাৰ বাস ॥১৪২
চতুৰ্থে চন্দ্ৰ সুতক পাই।
পুত্ৰ ভাতৃ বাঢ়ে সদাই ॥১৪৩

---

১৪৩. ছ লি থানে চন্দ্ৰ সুতক পায়।

চতুৰ্থে গুৰু হৈল আশ্ৰয়।
নানা ৰত্ন ধন ভোগ কৰয় ॥[১৪৪]
শুক্ৰ থাকিলে সুখ সদাই।
প্ৰধানৰ ঘৰে নিবাস পাই ॥[১৪৫]
সনি থাকি কৰে অকৰ্ম্ম জাত।
কুচিত বসন পিন্ধয় গাত ॥[১৪৬]
মন্দ কৰ্ম্ম কৰি ফুৰে আতি।
সদা পাপ ৰত হোৱে দুৰ্ম্মতি ॥[১৪৭]
পঞ্চমে আদিত্য যদি থাকয়।
প্ৰথম পুত্ৰক হানি কৰয় ॥[১৪৮]
জদি চন্দ্ৰমা তাতে থাকয়।
সব্বজনৰ অধিকাৰি হয় ॥[১৪৯]
মঙ্গল থাকে পঞ্চমে ঘৰি।
সেহিজন পুত্ৰ সোবতে মৰি ॥[১৫০]
জদি বুধ থাকে তাত।
সুদেস লভয় মনৰ স্বস্ত ॥[১৫১]
দেৱগুৰু থাকে পঞ্চমে বসি।
অসংখ্যাত ধন হোৱে আসি ॥[১৫২]
সুন্দৰ পুত্ৰ তাৰ জন্ময়।
ডাকে বোলে কৈলো নিচয় ॥[১৫৩]
পঞ্চমে যদি শুক্ৰক পাই।
অনেক সুন্দৰি তাহাৰ হই ॥[১৫৪]

---

১৪৯. ছ যদি নিশাপতি তাতে থাকয়। বহু জনৰ অধিকাৰী হয় ॥
১৫১. ছ. ······মনৰ সুখে স্বদেশ লভয় ॥
১৫৪. ছ যদি শুক্ৰ সেই থান লয়। ধনী গুণী দাতা ভোক্তা হয় ॥
মানী আৰু অল্প পুত্ৰ পায়। কিন্তু বহু কন্যাৰ পিতা হয় ॥

যদি তাতে থাকে শনি।
পুত্ৰ পৌত্ৰ তাৰ কৰাই হানি ॥[১৫৫]
ষষ্ঠত আদিত্য সক্ৰত ভয়।
ৰিপু হস্তে তাৰ মিলে সংসয় ॥[১৫৬]
যদ্যপি তাতে চন্দ্ৰমা হয়।
নিচয় সক্ৰ হৈবেক ক্ষয় ॥[১৫৭]
ষষ্ঠত যদি থাকে মঙ্গল।
তাৰ দেহ গুটি হোৱে অমঙ্গল ॥[১৫৮]
লোকত স্নেহ নাহি সদাই।
দুখ মাত্ৰ পাৱে সকল ঠাই ॥[১৫৯]
যদি বুধ থাকে ষষ্ঠ ৰাসিত।
সাস্ত্ৰ অৰ্থ পাৱে হোৱে পণ্ডিত ॥[১৬০]
যদি বৃহস্পতি থাকে ষষ্ঠত।
ৰাজ্য সুখ ভোগ মিলে সতত ॥[১৬১]
ষষ্ঠ ৰাশিত শুক্ৰৰ যোগ।
তাৰ গাৱে ৰোগ কৰয় ভোগ ॥[১৬২]
শনিয়ে হোৱে পাপত ৰতি।
অতি দুখিত হোৱে দুৰ্ম্মতি ॥[১৬৩]
সপ্তমত আদিত্য কৰয় গতি।
তাহাৰ জানিবা নিমিলয় ৰতি ॥[১৬৪]
যদি সসধৰ সপ্তমে পাই।
মন স্বস্ত সিদ্ধ পুত্ৰক পাই ॥[১৬৫]

---

১৫৭ ৰ পৰবৰ্ত্তী প্ৰবচন. ছ. শনিৰ হোৱয় পাপত ৰতি।
দুখৱন্ত আতি হোবে দুৰ্ম্মতি॥
১৫৮ ছ ......তাৰ দেহা গুটিৰ মঙ্গল॥
১৬১ ছ যদি বৃহস্পতি থাকে একলে।
১৬৫ ছ ......সুন্দৰ কান্তি সুন্দৰীৰ পতি॥

কুজ ভৈলা সপ্তমে স্থিত।
তাহাৰ ভাৰ্য্যাৰ নাসাধে হিত ॥১৬৬
বুধ থাকে সপ্তম ভুৱন।
তাহাৰ সদাই সন্তোস মন ॥১৬৭
তাতে গুৰু কৰে গতি।
সাস্ত্ৰত পণ্ডিত ধৰ্ম্মত মতি ॥১৬৮
সপ্তমে যদি শুক্ৰক পাই।
সোভন পুত্ৰ তাৰ জন্মাই ॥১৬৯
পুত্ৰ সঙ্গে আনন্দ মতি।
সতেক বচ্ছৰ সিতো জিবন্তি ॥১৭০
শনি সপ্তমে থাকে জেবে।
ভাৰ্য্যাৰ বিয়োগ কৰাই তেবে ॥১৭১
অষ্টমত আদিত্য ভৈল জাৰ।
সন্নিতে মৃত্যু কৰাই তাৰ ॥১৭২
নিবাস অষ্টমে হৈল চন্দ্ৰৰ।
সতেক বচ্ছৰ জিয়েক নৰ ॥১৭৩
কুজে ললে অষ্টমে স্থান।
তাৰ গাত্ৰে বহু ৰোগ জান ॥১৭৪
বুধে স্থূল ৰোগ হৈবেক তাৰ।
অকৰ্ম্মে ৰত হৈব অপাৰ ॥১৭৫
জাৰ বৃহস্পতি অষ্টমে স্থিতি।
সেহিজন জানা তীৰ্থে মৰন্তি ॥১৭৬
শুক্ৰ যদি থাকে অষ্টমত।
তীৰ্থক গমন ধৰ্ম্মত ৰত ॥১৭৭

---

১৭৩ ৰ পৰৱৰ্তী প্ৰবচন : ছ : যদি চন্দ্ৰ লয় অষ্টম ঘৰ।
অধঃক্ষীণ তনু জানা জাতকৰ ॥
কাহ শোক ৰোগ ভুঞ্জে নানামত।
অৱশ্যে মৰিবে পৰি জলত ॥

অষ্টমে শনি লৈলেক থিত।
মুলযোগে তাক পিড়িত ॥[১৭৮]
অল্পতে মৰিব জানন্ত বেদ।
গতায়ুস তাৰ লাগয় খেদ ॥[১৭৯]
নৱমত আদিত্য লৈলেক ঠাই।
নানা ধনে ভোগ আউস জাই ॥[১৮০]
সেহিঘৰে ভৈলা চন্দ্ৰমা থিত।
লক্ষ্মি নাচাৱয় ধৰ্ম্ম চৰিত্ৰ ॥[১৮১]
নৱমে থাকে ভুমি নন্দন।
আহৰন কৰে জতেক ধন ॥[১৮২]
সি থানে বুধৰ ভৈল নিবাস।
ধৰ্ম্মৱন্ত অন্তে স্বৰ্গত বাস ॥[১৮৩]
যদি বৃহস্পতি সেহি বাসিত।
শুভ কৰ্ম্ম কৰে ধৰ্ম্মত থিত ॥[১৮৪]
ধন ৰত্ন হোৱে অসংখ্য তাৰ।
নানা ভোগ কৰে সেহি নৰ ॥[১৮৫]
শুক্ৰে যদি .... লৈলে সেহি ভৱন।
সদাই তাহাৰ তিৰ্থত মন ॥[১৮৬]
সুৰ্য্য পুত্ৰে তাক কৰয় গতি।
পাপ যুক্ত সদা সুখ ভুঞ্জন্তি ॥[১৮৭]
দসমত আদিত্য ভৈল জাহাৰ।
ধন যুক্ত হোৱে ক্ৰোদ্ধ অপাৰ ॥[১৮৮]
যদি সোম লৈলে দশমে থিতি।
মন যুক্ত অনেক নাৰিৰ পতি ॥[১৮৯]

---

১৮১. ছ যদি চন্দ্ৰ থাকে নবম ঘৰে। কামিনী বল্লভ পুণ্যশীল কৰে॥
১৮৭. ছ সংযুক্ত বহু......।

নানা বিধ ধন হোৱে তাহাৰ।
ডাকে বোলে এহি সাৰতো সাৰ॥[১৯০]
তাতে ভুমিপুত্র ভৈলেক জ্ঞাৰ।
সততে উচ্ছাহ বাঢ়য় তাৰ॥[১৯১]
কিন্তু বন্ধু গন হৱে বৰ্জ্জিত।
কিঞ্চিত কিঞ্চিত মিলাইবে বিত্ত॥[১৯২]
দসমে গুৰু লৈলেক ঠাই।
হোৱে অভিমানি চিত্ত সদাই॥[১৯৩]
সেহি থানে শুক্রে কৰে গতি।
ধনবন্ত সুন্দৰি নাৰিৰ পতি॥[১৯৪]
দশমে শনি লৈলেক স্থান।
নানা সুখ হোৱে বাঢ়ে সন্মান॥[১৯৫]
একাদশে ভৈল সুৰ্য্যাৰ গতি।
পিতৃৰ ধনে সুখ মিলন্তি॥[১৯৬]
তাহাত যদি চন্দ্ৰমা স্থিত।
সুন্দৰ আসয় হোৱে বিনিত॥[১৯৭]
কুজে নানা ভোগক পাই।
বুধে ক্রোদ্ধযুক্ত হোৱে সদাই॥[১৯৮]
একাদসে গুৰু লৈলেক ঠাই।
দাতা ধনৱন্ত হোৱে সদাই॥[১৯৯]
সদায় হোৱে ধৰ্ম্মত মতি।
হস্তি অশ্বে তাহাৰ গতি॥[২০০]
শুক্রে একাদসে কৰিলে বাস।
শাস্ত্র বেত্তা হোৱে সবাৰে আস॥[২০১]

---

১৯৮. ছ মঙ্গল বাস কৰে একাদশত। পণ্ডিত নৃপ তুল্য পৰ হিত ৰত॥
যদি বুধে হোৱে একাদশত থিত। কৃপণ বহু ধনী কপটবুদ্ধি ৰত॥

শনি একাদশে ভৈলেক থিতি।
চক্ৰধাৰি ধনি কুকৰ্ম্মে ৰতি॥[২০২]
দ্বাদশে সূৰ্য্যো কৰে নিবাস।
গ্ৰাম ধন জন কৰে বিনাস॥[২০৩]
বোলন্ত ডাকে ভাল নেদেখি।
অল্পকালে সিতো হোৱয় দুখি॥[২০৪]
চন্দ্ৰতাপ তলে থাকে নিতান্ত।
তথাপি তাহাৰ খেদ মিলান্ত॥[২০৫]
কুজে ক্ষুত পিপাস পাৱে।
অতি দুৰ্বুদ্ধি তাৰ কৰাৱে॥[২০৬]
দ্বাদসে ভৈলা বুধৰ স্থান।
কৰ্মত ৰতি হোৱয় প্ৰধান॥[২০৭]
দেব গুৰু হাৱে তাহাতে স্থিত।
সদায় হোৱে অভিমানিত॥[২০৮]
শুক্ৰে সাস্ত্ৰত পণ্ডিত হয়।
ডাকে বোলে কৈলো নিচয়॥[২০৯]
ৰবি সঙ্গে কু কৰ্ম্ম কৰে।
নাজানে আপোন স্বধৰ্ম্ম নৰে॥[২১০]
জি কালত চন্দ্ৰ ৰাহুয় গ্ৰাসে।
পৃথিবিত সস্য সকলে নাসে॥[২১১]

---

২০৫. ছ চন্দ্ৰ দ্বাদশত ভৈলেক থিতি। ধনাঢ্য বহু যুবতীৰ পতি॥
২০৮. ছ বৃহস্পতি লোৱে দ্বাদশে থান। সত্যবাদী সাধুসঙ্গী সুস্বভাববান॥
কামাতুৰ দাম্ভিক গুহ্যৰোগী হয়। যদি বাতাহৰে নানা ভোগ মিলয়॥
যদি দৈত্যগুৰু লোৱে সি থান। ৰোগী দাম্ভিক কৃষিজীৱি জান॥
দ্বাদশতে যদি শনিৰ বসতি। সেইজন চঞ্চলা নাৰীৰ পতি॥
ক্ৰুৰ মতি কৃশাঙ্গ ধনহীন হয়। সিজন দুখী হই কাল কাটয়॥

জি জি দিসৰ জি জি ৰাসি।
ৰাহু সনিয়ে যোগ বিনাসি॥২১২
সি দিসৰ সমস্তে টুটে।
লঘনত প্ৰান চুটে॥২১৩
অৰাজ্যক ভয় হোৱে যদি।
অকালত সয়ে বাঢ়ে নদি॥২১৪
ঘনে ঘনে ভূমিকম্প জাই।
ব্ৰাহ্মনৰ কুল হৰাই॥২১৫
প্ৰজাগনে মাগি খাই।
নিকাৰ ভূঞ্জি যম ঘৰে জাই॥২১৬
সি কালত থাকে যদি লক্ষ্মি পাৰ্ব্বতি।
ৰাজাক সম্বৰে বিনাসে আতি॥২১৭
আদিত্য সহিতে থাকে বৃহস্পতি।
মকৰে মঙ্গল সিংহত থিতি॥২১৮
কন্যাত বৃষত থাকে সসি।
ৰাজাৰ ঘৰত থাকিবে বসি॥২১৯
যদি আদিত্য শুক্ৰ মকৰে।
সিতো ৰাজ্যে লক্ষ্মি সমস্তে বাঢ়ে॥২২০
প্ৰজাৰ কান্তি বাঢয় আতি।
আকাসত তাৰা অধিকে কান্তি॥২২১
ধন জন বাঢ়ে সম্পদ নিতি।
সমস্তে প্ৰজাৰ ধৰ্ম্মত চিতি॥২২২

---

২১২. খ জি জি মাসৰ। জি জি ৰাসি। তাৰ সপ্তমে বৈসে সনি॥
২১৮. খ পুষাক কৰ্কটে চোৱে বৃহস্পতি।
২১৯-২২০. খ কন্যাত বুধ বৃষত সনি। ৰোহিনি নক্ষত্ৰে মিলয় আনি॥
আকাসত তাৰা পাৰয় ঝিকি। ধনবিত সম্পদ বাঢ়ে নিথি॥

পঞ্চ দেওবাৰ দ্বিপক্ষ দিনে ।
সৱক সগুনে নাখাই ঘিনে ।।[২২৩]
শনি মঙ্গল বক্ৰ জেবে ।
নৃপতিৰ পিড়া জাই তেবে ।।[২২৪]
কন্যা মিন মেষ মন্মথ ভৱন
মাৰো মাৰো কৰে শনৈশ্বৰগন ।।[২২৫]
ৰাজ্য হস্তি বিহাৰে মন্ত্ৰি ।
বিনা যুদ্ধে প্ৰজা মৰন্তি ।[২২৬]
ৰাহু শনি কুজ সাগৰে খানা ।
বিপত্তি পাৱে বড বড জনা ।।[২২৭]
নজাই দিন দুপুহাই বাতি ।
উৎপাত কৰে চত্তিস জাতি ।।[২২৮]
তৃপাতে চ্যুত নাৰিকল সাতে ।
বাটে জাওতে অমাতে মাতে ।।[২২৯]
দোভাগ শিসা গৰু হেমেলাই ।
বোলন্ত ডাকে ৰাজা হৰাই ।।[২৩০]
উই উল্কা মেদনি ফুলে ।
দিঘল লেজাক গুয়া বোলে ।।[২৩১]
ছুচু কপৌফুলে বাহ ।
গিৰি নিজিয়ে চয় মাস ।।[২৩২]
বিস্নু জাই কোনে কুঞ্জে ।
প্ৰজা মৰে আনা জুঝে ।[২৩৩]

---

২২৫. খ কান্ মিন্ মন্মথ ভৱনে······ ।।
২২৬. খ ৰজা হস্তে বিচুৰে মন্ত্ৰি······ ।।
২৩১. খ ······দিঘল নেজা গাঞত বুলে ।।
২৩২. খ ছুচু কাকে ৰটয় পাসে । সিঘৰৰ বিধিনি মিলে অৱন্তে ।।
নগৰৰ উপৰে খগক দেখি । ছুই ছুই ধুলাক তাহাত নেলেখি ।।

তিনি একাদসি দ্বিপক্ষে পাই।
সক সগুনে মাৰেমানে খাই॥ ২৩৪
বৈসাগি বিসু ভুমি নন্দনে।
মাঘৰ বিসু এই তিনি দিনে॥ ৩৫
ইহাত উত্তৰে জেবে পাই।
অৱশ্যে জানা আছু হৰাই॥ ২৩৬
ফাল্গুনৰ সেসে চৈত্ৰ প্ৰবেসে
জেই জেই হোৱে বাৰ।
আকে খৰলিয়া সনিয়ে ৰুগিয়া
মঙ্গলে ধুলি আন্ধাৰ॥ ২৩৭
সোমে বহু জল। কৃষিৰ নিষ্ফল। ২৩৮
বুধ বৃহস্পতি শুক্ৰবাৰ।
মেদনি নসহে সম্ভৰ ভাৰ॥ ২৩৯
নগৰৰ উপৰে কুৱা কুই দেখি।
নৰৰ মুণ্ড গণ্ডা গণ্ডি লেখি॥ ২৪০
মাখি সপ্তমিৰ উপৰে কালি।
আছু এড়ি ধৰা সালি॥ ২৪১
মাঘি সপ্তমিত গৰজে দেৱ।
বেহা এড়ি নাঙ্গল কৰা সেৱ॥ ২৪২
লেখ লেখ লেখ ভাল কবি লেখ।
বৈসাগি বিসুৰ প্ৰমাণ দেখ। ২৪৩
আঘ্ৰান জাই পৌষ সংক্ৰান্তি।
বুজিয়া পণ্ডিত নহৈবা ভ্ৰান্তি॥ ২৪৪
বৈসাগি বিসু জে বাৰে জাই।
আৰ বচ্ছৰত পৰ বাৰ পাই॥ ২৪৫
সংক্ৰমনৰ বেলা জেই।
পোন্ধৰ দণ্ডৰ পৰ সেই। ২৪৬

কিজানি দ্বিত্ৰিংস পলৰ উৰা।
নিতে নিতে পল টুটা বৰা।।[২৪৭]
নগৰ উপৰে খগক দেখি।
দুই ধবলা তাক নেলেখি।।[২৪৮]
সৰস্বতি মুখে কহন্ত ডাক।
বিৰান্নৈৱে কোটি তিৰান্নৱে লাখ।।[২৪৯]
অক্ষৰ দুগুন মাত্ৰা চাৰি।
নাম থিৰ কৰি পুৰুষ নাৰি।।[২৫০]
লোচনে হৰিবা ভাগ।
জিবন মৰন পাইবা লাগ।।[২৫১]
স্বন্যে একে মৰে পতি।
দুই পাইলে মৰে যুবতি।।[২৫২]
তিনি পাইলে উভয়ৰ মৰন।
ডাকৰ এই নিচয় বচন।।[২৫৩]
ডাহিনে কাকেৰি বামে মাকৰি।
তিতিনি দিনে আসে বাগৰি।।[২৫৪]
আজিও নাহিল কালিও নাহিল
নাহিল তিতিনি দিন।
ঘৰৰ ঘৰনি ধৰাতে মৰিল
মৰিবাৰ হল চিন্ন।।[২৫৫]

---

২৫০. খ নাম দুগুন মাত্ৰা চাৰি সম কৰিব পুৰুষ নাৰি।।
বেদ দি হৰিব ভাগ। তেবে পাইব জিৱন মৰন লাগ।।
২৫৫. ৰ পৰবৰ্ত্তী প্ৰবচন: খ. আচন্তে স্ববুদ্ধি কালে বিনাসিল।
নাগ ঝাঠিএ চুলি বান্ধিল।।
হেঠ পাও পৰ কৰি। জলৰ মাঝত থাকিল মৰি।।

## অথ যাত্ৰা লক্ষণম্

আগে জুগুনি পুত্ৰক খাই।
ডাইনে জুগুনি সৰ্ব্বচ্চ হৰাই ॥[১]
বামে পৃষ্টি জুগুনি পাই।
লঙ্কা জিনি ৰাম অজোধ্যাক জাই ॥[২]
এক সনি গুৰু মঙ্গলবাৰ।
দক্ষিন নাসিকা পবন সঞ্চাৰ ॥[৩]
সোম শুক্ৰ বুধে বাম।
জিনিবে লঙ্কা গোসাই ৰাম ॥[৪]
আউসি প্ৰতিপদ পূৰ্নিমাৰ তিথি।
মাকৰ ঘৰক নজাই জুৱতী ॥[৫]
হাচি জেঠি টিক্‌টিকি খালে।
মিচা নামাতে সৰ্ব্ব কালে ॥[৬]
জাও 'ক নাজাও ঘৰ মনে
জাত্ৰা কৰে সনিৰ ক্ষণে ॥[৭]
জদি নমৰে পাই ভয়।
ফুৰন্তে ফুৰন্তে হাৰাসাস্তি হয় ॥[৮]
দধি মধু ঘৃত শুক্ল তণ্ডুল।
শুক্ল চামৰ স্‌ক্লবৰ্ণ ফুল ॥[৯]
বেস্যা নাৰি সুন্দৰি কন্যা।
জাত্ৰা কালে ইসব ধন্যা ॥[১০]

---

৩. ছ দাক্ষণ নাহিক বায়ু সঞ্চাৰ ॥
৪. ছ জিনিলে······।
৬. ছ ···উজুটি···মিছা নহয সৰ্ব্বকালে ॥
৭. ছ যাও কি নযাও ঘৰে মনত
১০. ছ কুলটা নাৰী···।

দ্বিজ গো মুত্ৰ দক্ষিনে থৈবা।
সাফল মিনক বামত লৈবা॥[১১]
আগ কৰি দিব দক্ষিন পাৱ।
জৈকে লাগে তৈকে জাৱ॥[১২]
সৰ্পৰ ভাল জদি দক্ষিনে জাই।
সৰ্ব্ব কাৰ্য্যত তাৰ ভালক পাই॥[১৩]
আক মধ্যাহ্ন শুক্ৰ চৌঠা।
মঙ্গলে প্ৰহৰ সোমে········ ॥[১৪]
·······························
শনি ত্ৰিতিয় কালে ক্ষন এৰে॥[১৫]
পুবে শনৈচ্ছৰে পাতিলা ফান্দ।
অগ্নি দিসক বান্ধিলা চান্দ॥[১৬]
দক্ষিন দিসক বান্ধিলা বুধে।
নৈঋতে শুক্ৰএ মৰন সাধে॥[১৭]
পচিমে আকা বায়বো মুকা।
উত্তৰে মঙ্গল কৰিবা সক্তা॥[১৮]
অষ্ট দিসৰ কঈ বহু।
ইসান দিসক বান্ধিলা ৰাহু॥[১৯]
জানি শুনি জাই নৰে।
আপুনি মৰে যমক ধৰে॥[২০]

---

১. ছ সজীৱ মিনক··· ।
১৩. ছ ······সৰ্ব্ব কাৰ্য্য তাৰ শুভক্ষণে পায়॥
১৮. ছ উত্তৰে কুজা·· ।
১৯. অষ্ট············বহু ?
২০ 'ৰ' পিছৰ অতিৰিক্ত প্ৰবচন :

খ পুবে গধুলি পচিমে উষা। উত্তৰে মধ্যাহ্ন দখিনে নিষা॥
আক শুক্ৰ শনি মঙ্গলবাৰ। দখিন দিসে পয়ানক সাৰ॥
সোমা সুকা বুধা বামে। হলাএ লঙ্কা জিনিলা ৰামে॥

মঙ্গলবাৰে খাবা কৰাহ। জনমবাৰে তেল যমে থাকে ডৰাই ॥
নৰা গজা বিছা চই। বৎসৰ বত্তিস ঘোৰা বই ॥
চৌবিচ বলধ সোলে চাগল। পটি শুনি বৰাহ ভৈলি পাগল ॥
জন্ম যত্ৰা লগ্ন জোৰা। বৰাহ মিহিৰে নপালে ওৰা ॥
জাত্ৰা সময়ত চাৰিব কাম। আঙ্গাৰ ঐসধ লোক পাই ॥
জাত্ৰ সময়ত জাপি পৰে। গ'ধুৰ বস্ত্ৰ খসিয়া পৰে ॥
বাৰ চালে লাগ কাপৰ ফাটে। তাৰ মুণ্ড খসিব হাটে বাটে ॥
কাক সগুন আগে চলে। সক্ৰৰ সৈন্যক মাৰিব বলে ॥
জদি সগুন কাক পাচত জাহ। আপুনাৰ সৈন্যক আপুনে খাই ॥
পথত নহ পুৰা দই। অশ্ব পাঞ্জৰে জাই। যুদ্ধ যাত্ৰা সমুখে পাই ॥
আপুনাৰ সৈন্য বাহুৰে খেদি খেদি খাই ॥
বুধ শুক বৃহস্পতিয়ে লোন। ••• ॥
শুক্ৰে চাউল চোবাই। সনিএ পোৰা মাচ খাই ॥
জথা জাই তথা পাই। অসিদ্ধিকৰ সিদ্ধি কৰাই ॥

ঙ. সোমে বুধে মুৰ খুৰাই। মঙ্গল বাৰে খাবা কৰাই ॥
জদি হয় অপৰে পৰে। তেবে কৰ্ম্ম কৰিবি শুক্ৰবাৰ ॥
প্ৰতি নিতে তেল ঘুসিবা জাই। জম ৰাজা থাকে ডৰাই।
খ' পাঠৰ পৰা লোৱা হৈছে।

# অথ গৃহ লক্ষণম্ *

ধ্বজৰ উত্তৰ গজৰ পুব।
সিংহৰ পচিম আতি সুভ ॥[১]
বৃষৰ দখিন পাই জেবে।
সৰ্ব্ব সিদ্ধি কৰায়ে তেবে।[২]
জতেক কুয়া ততেক লবা।
তাৰ তিনি জোখা মাগুলি লবা।[৩]
পুবা পচিমাকৈ সাজিবা ঘৰ।
অকাল মৃত্যুক নাহিকে ডৰ ॥[৪]

---

* 'ঙ' পাঠৰ অতিৰিক্ত প্ৰবচন :

বহু ঘৰ বহু নৰ। ডাকে বোলে নকৰ নকৰ।
দ বাম কৰিবা চাহ। ঝকৰা পন্তা কৰিবা গ্ৰাহ ॥
পুবে পুখুৰি পচিমে খেত। উত্তৰে বাঁহ দখিনে বেত ॥
আত্তিয়াত কঠাল মধ্যে আম। তেবে জানিবা বাৰিৰ কাম।
পুবে ভৰি তালি উত্তৰে কর্ণে কথা। পচিমে দখিনে ঢোলৰ সম্ব অথা।
গৃহপতিৰ হাত কৰি প্ৰমাণ। দীর্ঘ প্ৰস্তক জুৰি আন।
একত্ৰ জেবে কৰে তিনি ভৰি। ডাকে ঘৰ এহি বুধি কৰি ॥
পাঠান্তৰ : এক এৰি বস্তুয়ে হৰ। ডাকে বোলে এহি ঘৰ কৰ।
শুন্য সুভ নাহিকে থিত। নয় গৃহে তাৰ নাপায় চিত।
দুয়ে বিনাসে গোপৰ মান। চাৰি চই কৰে মৰন সোমান ॥
একে পোৰে মন তিনিএ ধন। পাচে কৰে পুত্ৰৰ কৈল্যান।
সপ্তমে দসমে কৰে মনুৰথ সিদ্ধি। ডাকে বোলে এহিসে বিধি।
ঘ. নয়ে দেহে সাজিবা ঘৰ। এখানি নাটে দুখানি কৰ ॥
চাল সম কৰি মাডলি দিবা। লঙ্কাৰ বনিজ হাততে পাবা ॥
জতেক কয়া ততেক লবা। তাৰ তিনি জোখা মাগুলি দিবা ॥
পুবা পচিমাকৈ সাজিবা ঘৰ। অকাল মৃত্যুত নাহিকে ডৰ ॥
পুবে বাহ পচিমে বেত। উত্তৰে তামোল দখিনে খেত ।
পুবে ভড়াল পচিমে গোহালি। ডাকে বোলে তাৰ সকলে ৰহিল ॥

পুবে লবা গজাক্ৰান্তে।
দখিনে লবা কথা মাতে ॥[৫]
পচিমে লবা জিমানে পাই।
উত্তৰে লবা ঢোল কোবাই।[৬]
পচিমে বাঁহ পুবে বেঁত।
উত্তৰে তামোল দখিনে খেত ॥[৭]
পুবে ভাণ্ডাৰ পচিমে গোহালি।
ডাকে বোলে তাৰ সকলে সুবলি ॥[৮]
মিত সৰিয়হ সিত মাহ।
গণ্ড যোগত মুৰুইবা বাহ ॥[৯]
শৰন লাগিলে নসাজিবা ঘৰ।
অগ্নি যোগত ধান হোৱে খৰ ॥[১০]

---

জ. পুবে হাঁহ পচিমে বাঁহ। উত্তৰে গুৱা দক্ষিণে ধুৱা ॥
আটীয়াত কঠাল মধ্যে আম। তেবে জানিবা বাৰিৰ কাম ॥
বহু কৰ বছ নৰ বৰ ঘৰ। ডাকে বোলে তাক নকৰ নকৰ ॥
সৰু সৰুকৈ বান্ধিবা ঘৰ। এটা নালাগে দহোটা কৰ ॥
'ক' পাঠত নাই, 'খ' পাঠৰ পৰা লোৱা হৈছে।

আৰম্ভনী. ছ পাঠ :
জেঠত দৈ আহাৰত খৈ। শাওনে মৰাপাটা খাবা গৈ ॥
ভাদত ওল আহিনত কল। কাতিত কচুই বাঢ়য় বল ॥
আঘোনত খাবা চৰাই। পুহত পিঠা মাঘত কৰাই ॥
ফাগুনত মৌ চ'তত ঔ, বহাগত বৰ। ইয়াক খালে পুৰুষৰ গুছে কৰ্মজ্বৰ ॥

## অথ দ্ৰব্যগুণ কথনং

ত্ৰিফলা দিয়া নিমৰ চাল।
চাগ দুগ্ধেৰে বটিব ভাল ॥১
নিষা ভাগে তাক নিয়ৰত থৈব।
প্ৰভাত সময়ে মাথাত লৈব ॥২
হাতে ঘহি ঘহি মাথে মাথিব।
সুখাইলে পাছে স্নান কৰিব ॥৩
জিজনে কৰিব এহি প্ৰকাৰ।
ক্ৰোষেক পথলৈ দৃষ্টি তাহাৰ ॥৪
ৰাতৃ সেসে জিতো পিএ পানি।
তাৰ চিৰকাল জিৱন জানি ॥৫
হৰিতকি সুণ্ঠীলোণ যনি।
তাক খায়া নৰে পিৱয় পানি ॥৬
ডেৰ যাম গলে খাইবেক ভাত।
বল বৃধি অতি পাইবেক গাত ॥৭
ইষ্ট দেৱতাক কৰি পুজন।
ক্ষুধা তৃষা বুঝি ভুঞ্জিব অন্ন ॥৮
মৰনক যদি আছে তৰাস
অহিত বস্তুক কদাপি নখাস ॥৯
ভুঞ্জিয়া পাচে চাগ মাংস খাইব।
দেহৰ কান্তি উজ্জ্বল পাইব ॥১০

---

৫ ৰ পৰৱৰ্তী প্ৰবচন :

ছ. চাঙ্গো ভাঙ্গো ইয়াৰ মূল। সাপ ৰোগী নাথায় নদীৰ কুল ॥

৭. ছ ডেৰ প্ৰহৰ ভৈলে খাব ভাত।

ভৃঙ্গৰাজ ঝিন্টি কেহেৰাজৰ।
সকলৰো পত্ৰ আনি গুণ্ডি কৰ॥[১১]
দিনে দিনে আঠি দিয়া খাই।
পুষ্ট হয়ে অঙ্গ বাঢ়ি যাই॥[১২]
হাত্তি পিপলি লোন বাবৰি।
মৰিচ হৰিতকি সমভাগ কৰি।[১৩]
মধু দিয়া তাক কৰ অঞ্জন।
তেবে দৃষ্টি জাই অৰ্দ্ধ যোজন॥[১৪]
সুঁঠি গুলঞ্চি ভেকুৰি মূল।
তিনিকো বাটি কৰিব তুল॥[১৫]
পিপলি দি খাইব ঘনে।
নাথাকয় তাত ৰোগ প্ৰমানে॥[১৬]
ধনিয়া পোৰোলা লতি তেজপাত।
সমভাগ কৰি বাট পটাত॥[১৭]
কাথ কৰি খাইব ইহাৰ পানি।
বাত পিত্ত জৰ হৰিব টানি॥[১৮]
ভাত খাই উঠি খাই তিনি সিলিখা।
তাক কি কৰিবে ৰোগ পিলিকা॥[১৯]
ভোগজিৰা পোটকৰা তৰু মূল।
বেলপাত খাইলে নাস হয়ে শুল॥[২০]
প্ৰভাত সময়ে খাইলে সদায় ইহাক।
অৰুচি ৰোগ নাসে বোলে ডাক॥[২১]

---

১৪ ছ. মধু ··· ভোজন। ১৫. ছ ··· গুৰুচি ··।
১৬ ঘ. পিপলী দিয়া ঘি খাই বিহানে।
১৭ ঘ. ধনিয়া পোৰোন লতি ···। সমভাগ কৰি খুন্দি সিলত।
২০ ছ. ভোগজিৰা পতৰীয়া আক মুল।

লোৱা চুৰ এক এক নিমু শুণ্ঠি।
চই গুন জামিৰৰ ৰসেৰে ঘুটি ।।২২
ডাকে বোলে পাগি শিতল কৰি।
খাইলে দেই তাক বিস পাসৰি ।।২৩
ঘৃত গুড় লবন তেতেলি সমান।
অৰুচি নাসত ভাল কৰি জান ।।২৪
জামিৰ ৰসত লবন মিসলাই।
নাসিব অৰুচি প্ৰভাতে খাই ।।২৫
বিৰঙ্গ সাৰক গুণ্ডি কৰিয়া।
ৰসুন সঙ্গেৰে গুণ্ডি কৰিয়া ।।২৬
দন্তৰ গুড়িত ধৰিব জান্তি।
দান্তো নসৰে পোকো মৰন্তি ।।২৭
ইন্দ্ৰ সমলিয় (?) কৰি সমভাগ।
গুণ্ডা কৰিব কৰি অনুৰাগ ।।২৮
দিনে দিনে খাইব পাঞ্চৰতি।
ৰোগিৰ ৰোগ খণ্ডিব আতি ।।২৯
গুৰ গুলাঞ্চ ভুঞ্জিব সমভাগে।
খণ্ড জল পান কৰিতে লাগে ।।৩০
এই ৰূপে অৰ্জিন্ন কৰিব নাস।
উদৰত নকৰে ৰোগ নিবাস ।।৩১
উদফাই চিত্ত সবদ জেবে।
কটু তৈল পান কৰিব তেবে ।।৩২

২২. ছ. লোহা চূৰ্ণ এক এক নিমুৰ শুণ্ঠি। চাৰিগুণ জামিৰ ৰসেৰে ঘুটি ।।
২৬. ছ. বিৰিঙ্গৰ গুটি গুৰা কৰিয়া। ৰশ সমে পিষ্ট কৰিয়া ।।

চক্ষুত অঞ্জন দান্তত লোন।
উদৰ ভৰিব তিনি কোন॥৩৩
উদৰ ভৰিব গুনি গুনি।
তেবেসে পাইবা দেহৰ উনি॥৩৪
একেবাৰে পেটত নিদিবা ভৰা।
আচোক লাভ মুলো হৰা॥৩৫
আতত তিল দাতত লোন।
উদৰ ভৰিবা তিনি কোন॥৩৬
চক্ষুত পানি নাভিত তেল
ডাকে বোলে সিগৰে বৈদ্যৰ কিহৰ মেল॥৩৭
আদাএ ভোজন সিলিখাএ মুশুদ্ধি।
তেবেসে জানিবা দেহাৰ সুদ্ধি॥৩৮
মাসত মাস বাঢ়ে ঘৃতত বাঢ়ে বল।
আগ্ৰা গাখিৰে চক্ষু বাঢ়ে সাকত বাঢ়ে মল॥৩৯
অষ্টাদশ মল চপাই আনি।
তাৰ কৰি লৈব কাথ পানি॥৪০
আক খাইলে জেবে নুগুচে জৰ।
ডাকে বোলে তেবে আমি পামৰ॥৪১
গুড় পিপলি লগে খাই।
সকলে অজিৰ্ণক কৰিব চাই॥৪২

---

৩৪. ছ ··· তেবে পাবা উদৰৰ উনি॥

৩৫. ছ একে লগে উদৰত তুলি দিবা ভৰা। আছোক ভাল পাবা দেহাৰ আশা এৰা॥

৩৬-৩৯. 'ক' পাঠৰ পৰা।

বেলপাত ঘিলা গমাৰি পাত
লাগনিয়ৰি মূলক পাই।
কাথ কৰিয়া সৰিৰে ভুঞ্জিয়া
কফ বাত কৰা ঠাই ॥৪৩
বাসকাৰ ৰস মধু সহিত।
খাইলে নষ্ট কৰে ৰক্ত পিত্ত ॥৪৪

## অথ নাগলক্ষণং*

ভাদ্ৰ আদি কৰি পুবক শিখা।
সোৱে নাগ চৌদিসা ॥১
তিনি মাসক কৰিবা ভাগ।
বাম কাতি সোৱে নাগ ॥২
নাগ লোকত সাৰিবা ঘৰ।
পিঠি ভাগে থাকি কৃসি কৰ ॥৩

---

৪৩. ক পাঠৰ পৰা।
৪৪ ৰ পৰবৰ্তী প্ৰবচন ঘ পাঠৰ পৰা :
বসন্তৰ সুখ জুৱতি ভালি। সিত কালৰ তুলি নিহালি ॥
বাৰিসা কালত বুপৰ জল। গৃস্মত চন্দন আতি সিতল ॥
ঙ' পাঠৰ পৰা : আঠত তিতা দাঁতত লোন। পেট ভৰাবা তিনি কোন ॥
কৰ্ণে কচু নাভিত তেল। ডাকে বোলে বৈদ্য গেল বা নেগেল ॥
'জ' পাঠৰ পৰা : সোমে শোকতা মঙ্গলে তিতা। তাৰ সুগুচে বহু চিন্তা ॥
বুধে গুড় গুৰুএ দৈ। শুক্ৰবাৰে থাব আথৈ ॥
শনিবাৰত আমৰা খায়। সকলে কাৰ্য্যৰ সিদ্ধিক পাই ॥
* 'খ' পাঠৰ পৰা লোৱা হৈছে।
'ছ' পাঠ : ভাদ্ৰ আহিন কাৰ্ত্তিক মাসে। পূৰ্ব্ব শিৰে নাগ বাম পাশে ॥
আঘন পোষ মাঘক লৈয়া। দক্ষিণ শিৰে থাকয় শুইয়া ॥
ফাগুন চৈত্ৰে বৈশাগ মাসে। পশ্চিম শিৰে নাগ থাকয় ॥
জেষ্ঠ আহাৰ শ্ৰাৱণ মাসে। উত্তৰ শিৰে নাগ বসে ॥
শোএ নাগ বাম পাশে। লৰে চৰে তিনি মাসে ॥
নাগৰ কোণাত সাজিবা ঘৰ। পৃষ্টি ভাগে কৃষি কৰ ॥

## কুপুৰুষ-লক্ষণ*

নিদ্ৰা কৰে সন্ধ্যা বেলা ।
পন্তা নাখাই খোজে ভালা ॥[১]
স্নান কৰি থিয়াই পাৰে পাত ।
ভাত নাপালে ঘৰ্ম্মিয়াকক মাৰে তাত ॥[২]
ছুতাহ কৰে ভোজনৰ বেলা ।
দৰিদ্ৰৰ চিন তাৰ ডাকে কহিলা ॥[৩]
কৃষ্ণ বৰ্ন্ন দেখি খখন্দা ভৰি ।
মুখ দান্ত নোধোএ চিকন কৰি ॥[৪]
সুহৃদ জনৰ মুস্থনে হাক ।
দুখৰ চিন্ন কহিলা ডাক ॥[৫]
সুধা মুণ্ডে জিতো বিবস্ত্ৰে সোএ ।
দন্দ কৰে নিতে বাপে পোএ ॥[৬]
পিঠিত পিৰাত বজাই ঢাক ।
মুৰুখ নাহি কহিলা ডাক ॥[৭]
মাতে মিচা কৰে চোৰ ।
গৌৰৱ জনক বোলে ঘোৰ ॥[৮]
দিনে জাই জুবতিৰ সাঙ্গা
বৰসি বাই দিপৰ বেলা ॥[৯]
বাই তোকেৰি বাই তাল ।
ভাতে নাতে সৰ্ব্বতি কাল ।[১০]

---

* 'ভ' পাঠৰ পৰা লোৱা হৈছে ।

## সুপুৰুষৰ লক্ষণ*

সৰ্ব্ব সাস্ত্ৰ উদ্ধাৰি আনিলা ডাকে।
নিজ কাহিনি স্ত্ৰি পুৰুসৰ লক্ষন সাৰ।
কহন্ত ডাকে কৰি বিচাৰ ॥১
নানা প্ৰকাৰে কৰি উদ্ধাৰ।
গ্ৰহ গতি গন কৰি বিচাৰ ॥২
কাপাকাপি জাৰ মাথাৰ কেস।
পুৰুসৰ লক্ষন আতি বিসেস ॥৩
পায়ৰ গগনে জিতো ভৰি দেখে।
তাহাৰ খ্যাতি দসোদিসে লেখে ॥৪
গম্ভিৰ নাভি গম্ভিৰ মাত।
দিবল বাহু জাৰ উচল দাত ॥৫
হিয়াখাল জাৰ অন্তৰ থীন।
দুই গোটা চক্ষু বক্ত বৰ্ণ ॥৬
গলত ৰেখা কুকুমা কান।
সেইহে জানিবো বেদৰ জান ॥৭
হাত পায় জাৰ আৰকত দেখি।
তাহাৰ খ্যাতি দসোদিসে লেখি ॥৮
তাহাৰ খ্যাতি দসোদিসে জাই।
গোত্ৰ কুটুম্বে থাকিবেক চাই ॥৯
অল্প আহাৰ জাৰ নিদ্ৰা খিন
সিতো পুৰুসৰ লক্ষনৰ চিন ॥১০

---

* ভ পাঠৰ পৰা লোৱা হৈছে।
৩ গ. কাম্পাকাম্পি ...।
৪ চ. পায়ৰ সাগৰ জাৰ ভৰি দেখে।
৫ গ. দিঘল ভুজ উচলা দান্ত।
৬ গ. সিংহবক্ষ হিয়া খাল। সিতো পুৰুসৰ লক্ষন ভাল ॥
১০. গ. পাকৰেখা উদৰে জাৰ। লক্ষন শ্ৰেষ্ঠ সাৰত সাৰ ॥

বহি থাকাতে নানান মন।
সিতো পুৰুসক নেৰিবেক ধন। ১১
গজ কপাল চক্ষু ধেলা।
সুখে জাই তাৰ সৰ্ব্ব কালা ॥১২
খথধখ নকৰে ভোজনৰ বেলা।
আপোনাৰ কাৰ্য্যত নকৰয় হেলা ॥১৩
হাত পায় পখালে চিকন কৰি।
অচলা লক্ষ্মি থাকে আবৰি ॥১৪
বোলন্ত ডাকে জানিবা ভাল।
সুখে জাই তাৰ সৰ্ব্বকাল ॥১৫

## নাৰিৰ লক্ষণ*

পুৰুসৰ লক্ষন সমাপতি কৰি।
নাৰিৰ লক্ষন ডাকে কহে বিচাৰি ॥১
স্বামিত ভৰ্কতি গস্তিৰ নাসা।।
বোলন্ত ডাকে লক্ষ্মীৰ বাসা ।।২
সমান গস্তিৰ গতি মনে মাত।
খুধা বুজিয়া স্বামিক জোগাই ভাত ॥৩
বামহাতে পৰসে লোন।
লক্ষ্মি নাচাৰে ঘৰৰ কোন।৪
জাকে তাকে কৰে পৰিহাস।
বোলন্ত ডাকে লক্ষ্মিৰ বাস ॥৫
বস্ত্ৰ কেস পায় চিকন দেখি।
মাথাত ওৰনি লজ্জা অতি আখি ॥৬

---

* 'ঙ' পাঠৰপৰা লোৱা হৈছে।

আপোনাৰ কথাক নকৰৈ পৰত।
ডাকে বোলে লক্ষ্মি থাকিবে ঘৰত ॥৭
স্যাম তনু জাৰ ললিত কেস।
মুখত মধুৰ আতি বিসেস ॥৮
কঙ্কাল চুতি জাৰ দিঘল উৰু।
হাত পায় ৰঙ্গা জুবতি মধ্যে সৰু ॥৯
দিবা থাকন্তে লগাই বাটি।
নদিৰ পানিক নাজাই ৰাতি ॥১০
সাক মাচ জিতো দিনতে বাচে।
সেই ঘৰত জানিবা লক্ষ্মি আচে ॥১১
সৰস্বতি মুখে কহন্ত ডাকে।
বুঝাই বুঝাই ৰাখিবা তাকে ॥১২
তথাপিতো জদি নধৰে বোল।
সিতো স্ত্রিক নচপাইবা কোল ॥১৩
জানা নিস্ত কৰি কহিলো সাৰ।
ডাকৰ বানি ব্রহ্ম বিচাৰ ॥১৪
খণ্ডা জিভা ডিম্ব গ্রাস।
তাইক দেখি লক্ষ্মিৰ ত্রাস ॥১৫
কাখত কলচি কহন্ত কথা।
তাই পাইবে নাহিকে বেথা ॥১৬
পানিৰ ঘাটক একলে জাই।
চলে চণ্ডে পুৰুসৰ মুখ চাই ॥১৭
কাতিকুতি কৰি দৰসায়ে পিঠি।
বোলন্ত ডাকে তাইৰ দুস্ক দৃষ্টি ॥১৮
কৃষ্ণবর্ণ নাৰি জদি বুদাতা হয়।
সর্ব্বদাই তাৰ পাসও আর্ম্ময় ॥১৯

গলত ৰেখা পৰিআ থাকয়।
তাইক দেখি লক্ষ্মি পলাই ভয় ॥২০
মাজ খাল পুষ্ট পিঠি খাল মেচা।
ডাকে বোলে তাইক সৰ্ব্বৰে বেচা ॥২১
ডিম্ব বান্ধি মাৰে ভাতৰ গ্ৰাস।
তাই দেখিলে লক্ষ্মিৰ ত্ৰাস ॥২২
বোলন্ত ডাকে অতি দুষ্ট তিৰি।
সিতো গৃহস্তৰ নাহিকে চিৰি ॥২৩
উদৰ বাৰিবে অঙ্গহিন।
সমুৰ মৰিবে তাইৰ তিনিদিন ॥২৪
কটি কঙ্কালে হৈবেক থুল।
বোলন্ত ডাকে বিধোআ মূল ॥২৫
সাত-পাঞ্চ পুৰুসে থাকয় বেৰি।
এতেকে জানিবা তাই নিজপতি এৰি ॥২৬
কুৰকুতা মুৰি মেচেকা পিঠি।
উলতি-পালতি মেলক দৃষ্টি ॥২৭
বোলন্ত ডাকে শুনিয়ো বানি।
ধান খুন্দাবা আনাবা পানি ॥২৮
জিতো ঘৰে থাকে কুৰ্‌কুতা মুৰি।
খাইবাক নাপাইলে ভাঙ্গএ হাৰি ॥২৯
মাতে মিচা কৰে চোৰ।
মাতিলে ধৰে তিনিতা মোৰ ॥৩০
হাপামুখি চোতাল হান পিঠি।
তাই কিচো নাজানে বনৰ দৃষ্টি ॥৩১

স্বামি থাকন্তে তাই বোলন্ত তই।
লক্ষ্মি বোলে তাৰ ঘৰে নাথাকো মই ॥৩২
উচল চাল দাতিনি তিৰি।
সিতো গৃহস্তৰ নাহিকে চিৰি ॥৩৩
দুষ্ট তিৰি দমৰাৰ হাল।
সিতো গৃহস্তৰ নাহিকে ভাল ॥৩৪
কুৰ-কুতা মুৰি হেঙ্গেৰা দাতি।
জৈতে তৈতে ফুৰে মিচা মাতি ॥৩৫
পিঙ্গলা বৰ্ন্ন পাতাল ওঠ।
কোনে সহিবো তাইৰ মাতৰ চোট ॥৩৬
পন্থত চলন্তে ভৰি থুন্নুকা বাজে।
হাদিৰ মেলত তাই নামাতে লাজে ॥৩৭
স্বামি মাতিলে তাইৰ পেতত থঙ্গ।
ডাকে বোলে তাই বড কুলক্ষন ॥৩৮
স্বামিক দেখিলে তাই তেৰ কৰি চাই।
তাইক কৰিবা বাঝৰ দাই ॥৩৯
চকলা মুখি ধাৰাহান পিঠি।
উলতি পালতি মেলক দৃষ্টি ॥৪০
সিতো তিৰিক নকৰিবা ঘৰনি।
ধান থুন্দাবা আনবা পানি ॥৪১
মুৰ পিঠি থেপেকা ভিসন।
সিতো তিৰি বৰ কুলক্ষন ॥৪২
ভাঙ্গে বেৰা ধোহে চাল।
ভাতে নাতে সৰ্ব্বতি কাল ॥৪৩

৩৭ স্বামীৰ কথাত তাই নামাতে লাজে। [মৌখিক প্ৰবচন]
৩৯ তাইক কৰিবা বান্দীৰ বাই। [ ,, ,, ]

ক্ৰোধে স্বামিক বোলন্ত তই।
লক্ষ্মি বোলে ঘৰত নাথাকো মই ॥৪৪
ই কথাই সৰ্ব্ব আপদ মিলা।
ডাকৰ বচন নকৰিবা হেলা ॥৪৫
নিশ্চয় একে কথাকে পাই।
ডাকে কহে পন্থক চাই ॥৪৬
বিচাৰি বুধি ৰাৰাও হেলা।
ভোগ ভুঞ্জ সিঠাইত মিলা ॥৪৭

## টোকন, নাল আদি*

দুইহাত দুইমুঠি কোৰৰ নাল।
বুকৰ সোমান তোকন ডাল ॥১
বটেলিৰ মুৰিআ হৈবো একমুঠি।
চাচৰ নাল কৰা চয় মুঠি ॥২
একহাত এক মুঠি কুঠাৰৰ নাল।
আমৰ সিআ কৰা দাৰ নাল ॥৩
দুই মুঠি ৰাখি পেলাবা কাতি।
পাচে সালিবা পৰিপাতি ॥৪

---

* ঙ' পাঠৰপৰা লোৱা হৈছে।

খ. তিনিহাত তিনিমুঠি কোৰৰ নাল। আঠ মুঠিয়া টোকন ডাল ॥
কাচি খন্তিৰ নাল লৈবা দুই মুঠি। এই বুলি ডাক গৈলন্ত উঠি ॥

ছ. কাচি খন্টাৰ নাল মুঠি মুঠি। কদলৰ নাল নয় মুঠি ॥
দুই হাত দুই মুঠি কোৰৰ নাল। চিবুক সমান লাগে টোকন ডাল
* *
একহাত এক মুঠি কুঠাৰৰ নাল। লাগে চাৰি মুষ্টি দাওৰ নাল ॥
আছে জেছে গজে মুঠি। যেহে যায় ঢেকি উঠি ॥

# টোকনৰ গুণ*

বুৰা সকলৰ কথা সুন।
টোকনৰ নওটা গুন ॥[১]
লগে কোনো নাই কৰিবি সাৰ।
লাকুটিত বান্ধিবা ভাৰ ॥[২]
পুয়া হলি জাবা নিআৰ সাৰি।
পিৰা নাপাইলে বহিবা পাৰি ।[৩]
ওলাল সাপ পেলাবা মাৰি।
টোকনে জানা লগৰ সৈতাৰি ॥[৪]
হাতৰ সখা পানিৰ জোখা।
দেখিলে কুকুৰ নাচাপে পাসা। [৫]
সত্ৰু জনে নপাইবো আস।
সকলে কৰিবো মনে ত্ৰাষ ॥[৬]

---

*'ঙ' পাঠৰ পৰা লোৱা হৈছে।

ওপৰাঞ্চ

# ডাকৰ জন্ম আৰু মৰণ

লেহিডঙৰা ডাকৰ গাও। সাতশ সাতোটা পুখুৰী নাও ॥
লেহিৰ তিৰী পথৰাগ পুজে। ভইদাৰ দামৰাই বিনা শিঙে যুজে ॥
সেই গাৱত উপজিল ডাক। উপজিয়া ডাকে বোলে বাক ॥
ডাকৰ বাপেৰৰ সাতোটি ভাই। ছয়টিৰ লৰালুৰি সৰুটিৰ নাই ॥
এদিন আসিয়া মিহিৰ মুনি। অতিথি স্বৰূপে বৈলা আপুনি ॥
শাহু বোলে অতিথি বাপা। টং ৰাখিবা গৈছি সাতোটি আপা ॥
ঘৰত নাই মুনিহ লোক। কেনকৈ বাপা সুধিম তোক ॥
নালাগে চাউল চৰু নালাগে জুই। খেৰ এমুঠি দিয়া তাতে মাথো শুই ॥
গধূলিৰ অতিথি সাক্ষাৎ ঈশ্বৰ। অতিথি নুসুধিলি কিহৰ ঘৰ ॥
শাহু বোলে সৰুজনী আই। তোৰ লগত একো চা-চলি নাই ॥
ঘৰৰ কামক পাচে কৰ। অতিথি বাপাৰ আলধৰ ॥
বেটাৰ কপালে নাহিকে পো। অতিথি পূজি চলি কোলাত লো ॥
শাহুৰ কথাত পাইলেক ভাল। অতিথি বপুৰাৰ ধৰিলা আল ॥
পাচে দুখ কৰি বোলয় বচন। অপুত্ৰনী নাৰীৰ জীৱন নিষ্ফল ॥
তুষ্ট হৈয়া মিহিৰে দিলা বৰ। পুত্ৰ এক হৈবে মোৰ সমসৰ।
পোহাইল ৰজনী মিহিৰো গৈলা। শুনা সবে যেন কথা ভৈলা ॥
আজিকালি কৰি যেবে দশমাস ভৈলা। কেনমতে পুত্ৰ হৈবে শুনিবাক লৈলা ॥
কাষৰ-কুচলীয়াই সোধে আই বাই। তোৰ গাৱত দেখো একো বেদনা নাই ॥
আই বাই বোলো দুই ভৰিত ধৰি। সকলো নাথাকিবা নিদ্ৰাত পৰি ॥
থাকা থিৰ হই চিন্তা নকৰিবি। বেদনা হলে সবাকো জান দিবি ॥

প্ৰসৱ দুখত মাতৃ অসুখ। ভাবিছে দেখিব পুত্ৰৰ মুখ॥
ৰাত্ৰিশেষে গাৱ নহয় থিৰ। অল্প অল্প কৰি বহয় কথিৰ॥
অৰ্দ্ধৰাজ হই মাক ডাক দিলা। পোহৰ নেদেখি অসন্তোষ ভৈলা॥
এহি বুলি ডাকে বন্ধুগন সঙ্গে। ঘিলাখেল আৰম্ভিলা অতি বৰ ৰঙ্গে॥
একদিনা ৰাজা কৰি'লক মন। দূতক মাতিয়া কহে যাহ এতিক্ষণ॥
কোনদিনা ক্ষৌৰ কৰ্ম্ম পায় কৰিবাক। ডাকত সুধিয়া মোক কহিবি বাৰ্ত্তাক॥
ৰাজাৰ আদেশ দূত শিৰোগত কৰি। ডাকৰ সমীপে দূত গৈলন্ত লৰবি॥
বন্ধুগণ সমে ডাক খেলাইলা ঘিলাক। ৰাজাৰ বাৰ্ত্তাক দূতে কহিলা প্ৰত্যেক॥
দূতে বোলে সৰ্ব্বজান ডাক শুনা। ক্ষুৰ কৰ্ম্ম কৰিবাক দিনবাৰ গুণা॥
ডাকে বোলে পাতঘিলা মাৰো খেলাই। ক্ষুৰ কৰ্ম্ম মঙ্গলৰ আগে পিছে পায়॥
ডাকৰ বচন শুনি দূত চলি গৈলা। ৰাজাৰ আগত বাৰ্ত্তা কহিবাক লৈলা॥
অৰ্থ কৰিবাক ৰাজা নোৱাৰি বোলে দূতক। পণ্ডিত ব্ৰাহ্মণ আক আনহ গণক॥
ভাল ভাল গণক ব্ৰাহ্মণ সবে আছি। সোমে বুধে ক্ষুৰ কৰ্ম্ম কৰিবাক পায়॥
এহি বুলি ৰাজাত বুজাইলা মৰ্ম্মত। জী থাকে যদি ডাক ভাবিলা মনত॥
আমাৰ জীবিকা সবে গুচিব তাবত। ডাকক মাৰোহো সবে স্নান সময়ত।
সকলো শিশুক মাতি আনিলা গণক। ৰাখিব নোৱাৰি ডাক আসিলা মনক॥
ব্ৰহ্মপুত্ৰ তীৰে আছি বান্ধিলন্ত আৰি। সকলো শিশুৰ লগে দিলে জাপ মাৰি॥

দেখে শিশুসব জাপ মাৰিলন্ত ডাক। হেছা মাৰি ধৰিলন্ত কেহো
নেদে হাক ॥

মাজক লাগিয়া সবে দিলে মাৰি ঢকা। আজি ধৰি হয়ইাছে ব্ৰহ্মপুত্ৰ
ডকা ॥

উত্তম ব্ৰাহ্মণ ঘৰে জনম ধৰিলা। এদিন এক তুপৰতে এহি শাস্ত্ৰ কহিলা ॥

ইন্দ্ৰ চন্দ্ৰ সূৰ্য্য কোন আসি আছে দেৱ। কিবা তাহাৰেসে মায়া
নাজানিলো কেৱ।

সকলো প্ৰাণায়ে সিটো অদ্ভুত মানিযা। অহিংসক ডাক শিশু
পেলাইলা মাৰিয়া ॥

ডাক মৰে আপোন বুদ্ধি। অপঘাত মৃত্যুত তেৰাত্ৰি শুদ্ধি।

চৰণে জানে মৰণৰ ঠাই। নাও ভৰা দি ডাক মৰিব যায় ॥

সাত পাঁচ শিশু সমে কৰিলা মেল পদ্মৰ মৃণাল তুলিব গেল ॥

পদ্মৰ গাছে কণ্টক বিস্তৰ। মোনাৰ তুলিব লাগয ডৰ ॥

ডাকে বোলে ভয় নকৰিবা ভাই মই মোনাৰ তোসো সবে
থাকা চাই।

মনৰ উল্লাসে দিলা বুৰ। মোনানৰ গৈ নাপাইলা ওৰ ॥

আটে হাত কেশে লাগিয়া জোট। উঠিব নোৱাৰি কৰে ছটফট।

ভোজন গমন মৰণ বাণী। ডাকে বোলে মই ইহাক নাজানি ॥

ডাক মৰে আপোন বুধি। অপঘাত মৃত্যু তেৰাত্ৰ শুদ্ধি।

পদ্মৰ পাতত নখে লেখিলা। সেই পত্ৰখানি ভাসি উঠিলা ॥

অদ্যাপিও সেই কথাই ভৈলা বিধি। অপঘাত মৃত্যুত তেৰাত্ৰ শুদ্ধি ॥

* *

ই সি বোলে পুত্ৰ ভৈলা জাত। উপজিয়ে ই মাতে সাক্ষাৎ ॥

বৰ ভাই বোলে মোৰ কথা ল। চক ভৰাই তাক খেৰৰ মাজত থ ॥

ভাতৃৰ বচনে তাক খেৰৰ মাজে থৈলা। শুনিও পাছে যেন কথা ভৈলা ॥

তিনি দিন অন্তে কৰিলা মেল। যৈত শিশু থৈছে খেৰ কাটিব গেল ॥

খেৰ কাটি থোৱে এক মুঠা দুই মুঠা। কতো থোৱে চাৰি পাচ মুঠা ॥
গায়ন বান্ধিলে হোৱে ডাঙৰ সৰু। কেনেকৈ গায়ন সমান কৰো ॥
ডাকে বোলে খেৰ কাটা তিনি মুঠি। তেহে দেখিবা গায়ন গুটি ॥
গোটে তিনি মুঠা বান্ধিলা খেৰ। নাহিকে লঘু নাহিকে বৰ ॥
ডাকৰ কথা সত্য পাইলা। কোনে মাতে বুলি চাহিবে গৈলা ॥
পূৰ্ব্বৰ ঠাইতে শিশুক পাইলা। কোলে সাৱটি ঘৰক নিলা ॥
উপজিয়ে মাৰক দিলা ডাক। সেহিসে নাম ভৈলা ডাক ॥
ডাকৰ জন্ম শুনি মিহিৰ মুনি মোৰ পুত্ৰ হৈছে বুলি আসিলা আপুনি ॥
শিশু সব সঙ্গে উমলি আছে। দেখিয়া মুনি সুধিলা পাছে ॥
কোন পিতা তোৰ কোন হয় আই। স্বৰূপ কৰিয়া কহ বুজাই ॥
ডাকে বোলে পিতা নকৰা চিন্তা। কুমাৰণী আই তুমি হোৱা পিতা ॥
তোৰ মুখে জানো মোৰ পুত্ৰ তই। মোৰ কান্ধে উঠ লৈ যাও মই ॥
ডাকে বোলে পিতা স্বৰূপ বুজা। মই গোচৰীয়া তুমি হোৱা ৰজা ॥
কলো মাটিত। বগালে তাৰ তাত্তিত ॥
মাটিৰ গিৰিয়ে পাইনে তাত্তিৰ গিৰিয়ে পাই।
স্মৰণ কৰিয়া কহা মোত বুজায় ॥
মুনি বোলে জড়ৰ চেতনা নাই। যাৰ মাটি হয় সেয়ে নিজে পায় ॥

* * *

শুনিয়া মুনি বোলন্ত চাই। তোক জিনিব নোৱাৰো মই ॥
কান্ধৰ পৰা মাটিত থৈলা। মুখে চুমা দিয়া হাসিবে লৈলা ॥
মাতৃৰ লগত তুমি কৰিও বাস। আজিৰপৰা তোৰ এৰিলো আশ ॥
এহি বুলি মুনি গৃহক গৈলা। ডাক জন্ম কথা সমাপ্ত ভৈলা ॥ *

---

* দণ্ডীৰাম দত্ত আৰু হেমৰথ বৰ্মণৰ 'ডাকৰ বচনৰ' পৰা।

## খ. শব্দ নির্দেশিকা

( কাষত থকা সংখ্যাই পৃষ্ঠাৰ ক্ৰমাংক নিৰ্দেশ কৰিছে )।

### অ

ছুৱোটা চকুৱে সম্পূৰ্ণভাৱে দেখা নাপায়।

অন্ন ৮১, ভাত, আহাৰ্য্য দ্ৰব্য।

অপৰাধি ১৭, ২০, অপৰাধী, দোষী।

অপুৰ্ব ৫৬, ন+পূৰ্ব, অভূতপূৰ্ব, আশ্চৰ্য্য, চমৎকাৰ,=অপূৰ্ব।

অপোচ ১২, সুধি-মেলি কাম নকৰা।

অভিপ্ৰাই ৩৭, ইচ্ছা, অভিৰুচি , উদ্দেশ্য, মনোভাব,=অভিপ্ৰায়।

অভিমানি ৭০, ৭১, আত্মমৰ্য্যাদা সচেতন লোক; গৰ্বিত, অহংকাৰী,=অভিমানী।

অভ্যান্তৰে ৩, ভিতৰত, অন্তঃপুৰত,=অভ্যন্তৰে।

অবস্যকে ৫৮, নিশ্চিতভাৱে, নিঃসন্দেহে, নিঃসংশয়ে,=অৱশ্যকে।

অমোল্য ৬, যাৰ মূল্য নিৰূপণ কৰিব নোৱাৰি, মূল্য দিলেও যি অপ্ৰাপ্য,=অমূল্য।

অৰুচি ৮২, ৮৩, ন+ৰুচি, ৰুচিৰ অভাৱ, আহাৰত অপ্ৰবৃত্তি ৰূপ ৰোগ বিশেষ।

অৰ্থ ৬৪, ধন, টকা-পইচা, ধন-সম্পত্তি।

অৰ্দ্ধযোজন ৮২, এযোজনৰ আধা অৰ্থাৎ প্ৰায় ৯.৬ কি. মিঃ

অৱশ্যে ৩৪, ৫৩, নিশ্চিত ভাবে, দৃঢ় ভাবে।

অশ্লিসা ৫৩, যাত্ৰা বিষয়ত অশুভসূচক নক্ষত্ৰ বিশেষ, নৱম নক্ষত্ৰ, ইয়াৰ আকাৰ চক্ৰৰ নিচিনা, অধিপতি সৰ্প। এই নক্ষত্ৰত জন্ম লাভকৰা জাতকৰ জীৱনত বৃথা-ভ্ৰমণ, দুষ্ট চিত্ততা, ক্ৰোধপৰায়ণতা আৰু অসন্তোষত বৃথা কষ্ট ভোগ কৰে,=অশ্লেষা।

অৱস্যে ৫৭, ৬১, ৬২, নিশ্চয়ে,=অৱশ্যে।

অষ্টদিস ৭৭, পূব, পশ্চিম, উত্তৰ, দক্ষিণ, বায়ু অগ্নি, নৈঋত, ঈশান,=অষ্টদিশ।

অষ্টমে ৫৬ ৫৮, লগ্নৰ অষ্টমত।

অসেষ ৫৭, অনেক, বহুবিধ, অসীম,=অশেষ।

অস্তাদশ মূল ৮৪, ওঠৰ বিধ শিপা,=অষ্টাদশমূল।

অহিত ৮১, অমঙ্গল, অশুভ; প্ৰতিকূল, শত্ৰুভাৱাপন্ন।

## আ

আই ২২, মাতৃ, আৰ্য্যিকা, মাই, মা।

আই ৩৮, অৰ্জন, উপাৰ্জন =আয়।

আউল-বাউল ৩৪, বিশৃঙ্খল, অবিন্যস্ত।

আউস ৬৯, আয়ুস, আয়ু, জীয়াই থকা কাল =আয়ুস।

আঁউসি ৭৬, আউসী, অমাৱস্যা, আউহী, <সং অমামাসী।

আক ৫৮, ৭৪, ৭৭, <সং অৰ্ক> অক> অস. আক, সূৰ্য্য, বেলি।

আকা ৭৭, সূৰ্য্য ৰবি, আদিত্য, <সং অৰ্ক।

আকাস ৭২, আকাশ, নভোমণ্ডল, গগন, অন্তৰীক্ষ।

আঁখি ৮৮, চকু, লোচন, নয়ন, <সং অক্ষি।

আগা ১৭, ২৮ আগ, সন্মুখ।

আগে ৭৬, আগত, অগ্ৰভাগত।

আঘ্ৰান ৭৪, আঘণমাহ, আঘোণ মাহ, =অগ্ৰহায়ণ।

আচে ৪৭, ৫৭, আছে।

আচোক ১৫, ৫৭, ৮৪, থাকোক ছাৰি, আছোক্ ছাৰি,=আছোক্।

আঞ্চা গাখিৰ ৮৬, এৰাঁগাখীৰ, দৈ-নোহোৱা গাখীৰ, তপত নকৰা গাখীৰ, ফুটিয়া গাখীৰ।

আটি ১২, যথেষ্ট হয়, যিমান লাগে সিমান হয়।

আঠি ৮২, আম আদিৰ বীজ, <সং অস্থি।

আঠে ৫৪, লগ্নৰ অষ্টম স্থানত।

আতন্ত ৮৪, অন্ত্ৰত বা পেটত,=আঁতত, অথবা আঠত, আঠদিনৰ মূৰে মূৰে।

আথান থান ২০ থান অথানৰ পাৰ্থক্য, ষাঁড় গৰুৱে উপযুক্ত স্থান আৰু অনুপযুক্ত স্থানৰ পাৰ্থক্য বুজিব নোৱাৰে।

আদহি ২৫, মাজ বয়সীয়া তিৰোতা, =আদহী।

আদিত্য ৫৮, ৬০—৬৪, ৬৬—৬৯, ৭২, সূৰ্য্য, ৰবি, ভানু, অদিতিৰ পুত্ৰ—বিৱস্বান, অৰ্য্যমা, পূষা, ত্বষ্টা, সবিতা, ভগ, ধাতা, বিধাতা, বৰুণ, মিত্ৰ, শক্ৰ আৰু উৰুক্ৰম (দ্বাদশ আদিত্য)। ঋক্‌বেদত আদিত্যৰ সংখ্যা ছয়। শতপথ ব্ৰাহ্মণত বাৰ জন আদিত্যৰ উল্লেখ পোৱা যায়। পুৰাণৰ মতে বিশ্বকৰ্মাই আদিত্যক বাৰখণ্ডত বিভক্ত কৰে। বাৰখণ্ডত বিভক্ত আদিত্যই বাৰটা মাহত বাৰটা নামেৰে উদয় হয়: বহাগত তপন, জেঠত ইন্দ্ৰ, আহাৰত ৰবি, শাওণত গভস্তি, ভাদত যম, আহিনত হিৰণ্যৰেতা, কাতিত দিবাকৰ, আঘোণত চিত্ৰ, পুহত বিষ্ণু, মাঘত অৰুণ, ফাগুনত সূৰ্য্য আৰু চ'তত বেদজ্ঞ।

আদ্ৰা ৫৩, অশ্বিনী আদি সপ্তবিংশতি নক্ষত্ৰৰ অন্তৰ্গত ৬ষ্ঠ নক্ষত্ৰ।

আনাজুঝে ৭৩, অনাজুঝে দ্ৰ:,=অনায়ুঁজে।

আপৰনি ২৪, অপৰানি দ্ৰঃ।

আপুনি ৬৪ নিজে।

আবৰন ৫১, ঢাকনি, আৱৰণ,=আৱৰণ।

আৰসে ৪৮, গভীৰ ভাৱে, প্ৰচুৰ পৰি-মাণে,=আৰসে।

আম্ৰ ৬১, আম।

আৰ ৬, ২১, ৬৯, আৰু।

আৰকত ৮৭, ঈষৎ ৰঙা, তেজ বৰণীয়া, <সং আৰক্ত, আৰক্তিম।

আৰি ৭, হাঁৰিলে কোনো বস্তু বিৰবে

উদ্যগ ৫৫, যত্ন, চেষ্টা, প্ৰচেষ্টা,= উদ্যোগ।

উদ্ধবনি ২৪, উত্তোলন, পৰিত্ৰাণ, উদ্ধাৰ, =উদ্ধৰণ।

উনি ৮৪, কম, পাতল, লঘু,<সং উণ।

উপাৰ্য্যন ১০, অৰ্জন, ধন সংগ্ৰহ,= উপাৰ্জ্জন।

উৰিসা ২১, উকথা, যি ঘৰ উকথে, =উকথা।

উৰু ৮৯, আঁঠুৰ ওপৰ ভাগ, কৰঙণ, উৰুত,=উৰু।

উকষা ২৩, উৰিসা দ্ৰঃ।

উল্কা ৭৩, আকাশত ভ্ৰাম্যমান জলন্ত লৌহ প্ৰস্তৰ, meteor,= উল্কা।

## ঊ

ঊপৰ ১৮,বেছি বা অতিৰিক্ত,=ওপৰ।

ঊৰিসা ১৪, উৰিসা দ্ৰঃ।

## ঋ

ঋন ৯, ধাৰ, কৰ্জা,=ঋণ।

ঋক্ষ ৪৪, ৫১, নক্ষত্ৰ, সপ্তৰ্ষিমণ্ডল, মেষাদি ৰাশি, ভালুক।

## এ

একটিৰপো ২০, একমাত্ৰ সন্তান জন্ম দিয়া মাতৃৰ পুত্ৰ।

একত্ৰে ৬১, একেলগে, একেস্থানত।

একলে ৮৯, অকলে, অকলশৰীয়াকৈ, =অকলে।

একাদসি ৭৪, একাদশ সংখ্যা বিশিষ্ট তিথি; যি সময়ত চন্দ্ৰ মণ্ডলৰ একাদশ কলা সূৰ্য্যমণ্ডলৰপৰা বহিৰ্গমন-নিবন্ধন জ্যোতিৰ্ময়ী হয় তাক শুক্লা একাদশী বোলে আৰু যেতিয়া চন্দ্ৰমণ্ডলৰ একাদশ কলা সূৰ্য্যমণ্ডলত প্ৰৱেশ কৰা হেতু জ্যোতি প্ৰকাশ কৰিবলৈ অক্ষম হয় তেতিয়া কৃষ্ণা একাদশী হয়, =একাদশী।

একাদসে ৭০ ৭১, ৰাশিচক্ৰৰ লগ্নৰপৰা একাদশ স্থানত,=একাদশে।

একাবলিযোগ ৫৮, ৬২,=একাবলী-যোগ, লগ্ন বা কোনো ৰাশিৰপৰা ক্ৰমে এটা এটাকৈ গ্ৰহ ৰাশিত থাকিলে একাবলী যোগ সিদ্ধ হয়। বিশেষ শুভকাৰক যোগ :

'লগ্নতশ্চান্যতোবাপিক্ৰমেণ পতিতং গ্ৰহাঃ।
একাবলীমাখ্যাতা মহাৰাজ ভবেন্নৰঃ।'

## ও

ওকাহি ১৬, গল খেকাৰি মৰা, ওক মৰা কাৰ্য্য।

ওৰনি ৩৭, ওৰণী, মুখ ঢকা কাপোৰ।

ওৰে ১৭, সমগ্ৰ, সম্পূৰ্ণ, গোটেই,=ওৰে।

কুজাৰ ঘৰে ৫৪, মেষ আৰু বৃশ্চিক ৰাশি মঙ্গলৰ স্বগৃহ।

কুটনি ২২, কাটনি, পাট-পলু পোহা আৰু তাৰপৰা সূতা প্ৰস্তুত কৰা এশ্ৰেণীৰ লোক।

কুটুমে ৮৭, আপোন-স্বজন, পৰিয়াল আৰু অণ্ডহী-বণ্ডহী।

কুদাতা ৮৯, যাৰ দাঁতবোৰ দেখিবলৈ অশুৱনি।

কুম্ভ ৫৩, মেষাদি দ্বাদশ ৰাশিৰ অন্তৰ্গত একাদশ ৰাশি, কুম্ভৰ অধিপতি গ্ৰহ শনি।

কুৰ কুতা মুৰি ৯০, যি তিৰোতাৰ মূৰৰ চুলি কেকোৰা-কেকুৰি, কুঞ্চিত কেশ বিশিষ্টা নাৰী,=কুৰ কুতা মুৰী।

কুলক্ষন ৯১, অশুভ লক্ষণ, বেয়া চিহ্ন বিশিষ্ট।

কুলক্ষনি ৪০, অশুভ লক্ষণ বিশিষ্টা নাৰী =কুলক্ষণী।

কুৱাকুই ৭৪, কুঁৱলী, কুঁৱা [কথিত], কুঁহেলিকা।

কুষ্টি ৫৫, ৬২, জন্ম পত্ৰিকা, সোঁৱৰণী, কুঠি,=কোষ্ঠী।

কৃষ ৬৪, খীন, ক্ষীণ, দুৰ্ব্বল,=কৃশ।

কৃষ্ণবৰ্ন ৮৬,৮৯, ক'লা বৰণীয়া, কৃষ্ণবৰ্ণ।

কৃসি ৮৫, খেতি, কিৰিষি,=কৃষি।

কেতু ৬০, নৱ গ্ৰহৰ অন্তৰ্গত নৱম গ্ৰহ। স্বৰূপাৰ্থত কেতুক গ্ৰহ বুলি উপগ্ৰহ বুলিহে ধৰে। কেতু গ্ৰহই আন গ্ৰহৰ লগত থাকি সেই গ্ৰহৰ শুভা-শুভ তাৰ বৃদ্ধি কৰে মাথোন।

কেস ৩৪, ৮৭, ৮৮, ৮৯, চুলি, চিকুৰ, কুন্তল, বাল, কচ,শিৰোৰুহ,=কেশ।

কেসৰি ২০, সিংহ, কেসৰিন্, মৃগেন্দ্ৰ, পঞ্চাস্য, হৰ্য্যক্ষ, কেশৰী।

কেহেৰাজ ৮২, বনৌষধি বিশেষ,= কেহৰাজ।

কোৰম্ভে ৫৯ কোৰেৰে খান্দোতে।

কোল ৪১, ৮৯, কোলা, ক্ৰোড়, অঙ্ক।

কোষ্টি ৫৪, ৫৭, কুষ্টি দ্ৰঃ।

কৌষ্টি ৫৪ কুষ্টি দ্ৰঃ।

ক্বাথ ৮২, ৮৪, ৮৫ ঔষধি সিজোৱা পানী; কোনো ঔষধি পানীত সিদ্ধ কৰি যি সাৰ ভাগ নিৰ্গত কৰা হয়, নিৰ্য্যাস, decoction।

ক্ৰোদ্ধ ৬৯, কোপ, ৰাগ, খং, ক্ৰোধ।

ক্ৰোদ্ধযুক্ত ৭০ ক্ৰোধান্বিত, কোপান্বিত।

ক্ৰোযেক ৮১, এক ক্ৰোশ, লীলাৱতীৰ মতে ৮০০০ হাত পৰিমাণৰ দূৰত্ব, মনুৰ মতে ৪০০০ হাত=১ ক্ৰোশ; প্ৰজাপতিৰ মতে ৫০০০ হাত=১ ক্ৰোশ; দুমাইৰ অধিক,=ক্ৰোশেক।

ক্লেস ৬৫, দুঃখ, কষ্ট, যন্ত্ৰণা, =ক্লেশ।

খ

খখন্দা ৮৬, কুচ্ছিৎ, দেখিবলৈ কুশ্ৰী।

খগ ৭৫ পক্ষী, চৰাই, বিহগ, বিহংগ।

খণ্ড ১৪, আংশিক, অসম্পূৰ্ণ।

খণ্ডাজিভা ৮৯,কুশ্ৰী জিভা; চুটি জিভা।

খৰ ৪০ সঘন, শীঘ্ৰ, দ্ৰুত, লৰালৰি।

খবলিয়া ৭৪, শুকান, নীৰস, ঠৰঙা,= খৰলীয়া ।

খাই ৫১, (১) ভাত খোৱা বাসন-বৰ্তন-বোৰ ধুই পেলোৱা পানী আদি, (২) গৰখাই, খাবৈ , (৩) হমৃকা, খোকা ( পাত্তিদৰং অঞ্চল ) ।

খানস্তে ৫২, খান্দোতে ।

খাবাৰবেলা ৬১, খোৱাৰ সময়ত ।

খীন ৮০, দুৰ্বল, কৃশ, নিশকতীয়া, < সং ক্ষীণ

খুল্ল ব্ৰাৰ্কিকি ৩, সৰু বোৰুনা, খকৰা বেঙেনা ।

খুধা ৮৮, ভোক, খোবাৰ ইচ্ছা, বুভূক্ষা, < সং ক্ষুধা ।

খেত্ত ৫৮, খেতি কৃষি, < সং ক্ষেত্ৰ ।

খেদ ৭১, আক্ষেপ, দুঃখ, শোক ।

খোৰা ৫৪—৫৬,৬১, শনি গ্ৰহ । ৰাৱণৰ অস্ত্ৰাঘাতত শনিৰ এখন ভৰি কটা গৈছিল । সেইবাবে শনিক খোৰা ৰূপে জনা যায় ( লোক জোতিষ) ।

খোড ৫৮, খোৰা দ্ৰঃ ।

গ

গগনে ৮৭, আকাশত ।

গজ ৭২, হাতী, হস্তী, দ্বিপ, নাগ, কুঞ্জৰ, কৰী ।

গজকপাল ৮৮, হাতীৰ কপালৰ দৰে বহল কপাল ।

গজাক্রান্তে ৮০, গজ+আক্রান্তে,হাতীয়ে আক্রমণ কৰাৰ নিচিনাকৈ ।

গঙ্গা ৬, ৭ ১০, পবিত্ৰ নদী বিশেষ ।

গঙ্গা সাগৰে ৫৭,সাগৰ সংগমত অৱস্থিত তীৰ্থবিশেষ । ভাগীৰথী আৰু বঙ্গোপসাগৰৰ সম্মিলিত স্থান । গঙ্গা সাগৰ হিন্দুবিলাকৰ প্ৰসিদ্ধ তীৰ্থ-স্থান । মাঘ বিহুৰ সময়ত ইয়াত ডাঙৰ মেলা হয় । গঙ্গাসাগৰত স্নান কৰি তীৰ্থযাত্ৰী সকলে মেলাত অংশ গ্ৰহণ কৰে ।

গন (বন্ধুগন) ৭, সমূহ, দল, বিলাক, সকল =গণ ।

গণ্ড ৫১, ৮০, যবনাচাৰ্য্যৰ মতে অশ্বিনী, মঘা আৰু মূলা নক্ষত্ৰৰ প্ৰথম তিনি দণ্ড আৰু ৰেৱতী, অশ্লেষা আৰু জ্যেষ্ঠা নক্ষত্ৰৰ শেষৰ পাঁচ দণ্ডক গণ্ডযোগ বোলে যেনে :
"অশ্বিনীমঘামূলানাংত্তিস্ৰোগণ্ডাস্ত্য-নাড়িকাঃ ।
অস্ত্যাঃ পৌষ্ণোৰগেন্দ্ৰাণাংপঞ্চৈৱ-যৱনাজগুঃ ॥"

গণ্ডাগণ্ডি ৭৪, সংখ্যা ।

গন্ধাই ৩১ গান্ধাই ।

গঢ় ১৩ ৪ ধাতু বা মাটিৰে নিৰ্মাণ কৰা কাৰ্য্য ।

গতায়ুস ৬২, মৃত, মৰা, আসন্ন মৃত্যু ।

গনিচ্ছিকাৰে ৪৩, গণনা কৰোতা, জ্যোতিষী গণিতাকাৰ ।

গম্ভিৰ ৮৭, ধীৰ, স্থিৰ =গম্ভীৰ ।,

গয়া ৬, বিহাৰ প্ৰদেশৰ বিখ্যাত তীৰ্থস্থান ।

ঘ



চ

চিজে ১৯, ছিঙে।
চিত ২৯, ওপৰলৈ মুখ কৰি থকা, কামিৰ বুকুৰ ফাল।
চিত্ৰৱা ৪৭, চিত্ৰিত।
চিতল ১৪, চিতল মাছৰ দৰে চেপেটা।
চিতি ৭২, চিত, মন, আকৰ্ষণ, চিত্ত।
চিত্ত ১৯, ৮৫, চিতি দ্ৰঃ।
চিন্ন ৭৫, কটা, কাটি খণ্ড কৰা, ছেদন কৰা,=ছিন্ন।
চিৰি ৯০, ৯১, শোভা, লাৱণ্য; ক্ষমতা, পৰাক্ৰম, <শ্ৰী।
চুটা ৩৭, দমৰা বা হালোৱা গৰুৰ ডিঙিৰ ওপৰ ভাগত থকা ওখ মঙহাল অংশ,=চুট (কথিত)।
চুঁতি ৮৯, চুটি, দীঘল নোহোৱা।
চুপচুপনি ২৪, নিঃশব্দ; আনে কব নোৱাৰাকৈ কৰা কাৰ্য।
চেঙা ৩০, চেঙা মাছ, গাতত থকা আৰু মুখত ডাঁটি আৰু গাত বৰ্গাঃ চকণ থকা মাছ বিশেষ।
চেঙেলি ৩০ চেঙা, মাছৰ আকৃতিৰ এবিধ সৰু মাছ।
চেদযোগা ৫৪, লগ্নৰ সৌৰে-বাৰে অশুভ গ্ৰহ থাকিলে ছেদ যোগ হয়, =ছেদযোগ।
চেদয় ৬১, কাটে, ছেদন কৰে,=ছেদয়।
চোট ৯১, আঘাত, খুন্দা, ঠেলা।
চৌঠা ৭৭, একচতুৰ্থাংশ, ¼ অংশ, চতুৰ্থ প্ৰহৰ।
চৌদিশা ৮৫, চাৰিওফালে।
চৌৰকাৰ্য্য ৬৪, চোৰৰ কামত, চুৰি কৰা কাৰ্য্যত।
চ্যুত ৭৩, আম, আম্ৰ,=চুত।

## জ

জগন্নাথ ৫৭, জগৎ+নাথ, পুৰী ধামৰ প্ৰধান দেৱমূৰ্তি। বিষ্ণুৰ অৱতাৰ বিশেষ।
জঙ্ঘা ৬৫, গুল্‌ফৰ পৰা জানুপৰ্য্যন্ত দেহাবয়ৱ; কলাফুল, ডিমা; কৰঙন।
জত ৭,৩৭, যিমান, যি পৰিমাণ,=যত।
জতন ৩, ৬, ২৮, ৩৩, ৩৯, ৪২, ৪৮, ৫০ ৫১, ৫৯, যতন, <যত্ন।
জতেক ৩০, ৩১, যিমান বিলাক,=যতেক।
জদি ৪, ২৩, ৪৩, ৬৬, যদি।
জননি ৩ আই, মাতৃ,=জননী।
জনি ৩৪-৩৭, জনী।
জনে ৩, "দিনত সিস্থক নাচাৰিব জনে", মাহে।
জৰ ৮২, ৮৪, গা-মূৰ তপত হোৱা এবিধ ৰোগ, <জ্বৰ।
জল ৩৭, পানী।
জস ১১, ৫৯, ৬৪, যশস্যা, খ্যাতি,= যশ।
জসি ১১, ৬৪, যশস্যাশালী, খ্যাতিমান, =যশী।

জুথাক ৪৬, যুঁথাক।
জুজ ৫, যুঁজ, যুদ্ধ।
জুবত ১৪. যুবত, যৌৱন কাল প্ৰাপ্ত।
জুবতি ৪১, ৮৯, যুৱতী।
জুবতিৰ সালা ৮৬, যুৱতীশালা, বেশ্যালয়।
জুবতী ৭৬, যুৱতী।
জেই ৫, ৩৩, ৫২, যেই।
জেথনে ৬, যেতিয়া, যেথনে।
জেনে ২, যেনে।
জেঠাল ১৬, বৰজনা, ভাইশহুৰ, স্বামীৰ জ্যেষ্ঠ ভ্ৰাতৃ।
জে ২৪, যে, যি।
জেতুৰ ২১, যিমানদূৰ।
জেবে ৩, ৫, ৮, ৯, ১১, ২২, ৩০, ৩১, ৪৭, ৫০, ৫৩—৫৮ যেবে।
জেবোৱা ২৯, জেওৰা, বাঁহৰ শলিৰে কৰা বেৰা।
জেহেন ৩৯, ৫০, যেন, যেহেন, তুল্য, নিচিনা, = যেহেন।
জৈত ২১, য'ত।
জৈষ্ঠ ৪৩, জেঠ, <জ্যৈষ্ঠ।
জোজলি ৪৯, যোগুলি, যুৱলি।
জোত ৪৯, (বি) যুৱলিৰ লগত হালোৱা গৰুক সংযুক্ত কৰা ৰচী জোঁট, জোঁটনী।
জোৱাই ১৮, জোৱাই, জামাতা।
জ্যোত্তিষ ১২, জ্যোতির্বিদ্যা, গ্ৰহ-নক্ষত্ৰৰ গতিবিধি আৰু ইয়াৰ ফলাফল, গণনাশাস্ত্ৰ।
জৌতি ১৩, জ্যোতি, পোহৰ, আভা, কিৰণ।

## ঝ

ঝাপ ১৭, শোওতে গাত লোৱা কেৰা তৰপৰ কাপোৰ, জাপ।
ঝাপৰ ২৪, জাবৰ, ঝাবৰ।
ঝাপি ৪২, জাপী।
ঝাৰি ৪২, পেটত নলী লগোৱা লোটা, জাৰী, ঝাৰী।
ঝাল ২, আহুজ বা অশৌচ (প্ৰসৱ হোৱা) লগাৰ তৃতীয়দিনা পুৱেতীক বা পোৱাতীক খুওৱা কচু, জলকীয়া, জালুক আদিৰ ব্যঞ্জন বিশেষ।
ঝালুক ২, ৫২. জালুক, গোলমৰিচ।
ঝিন্টিৰ মূল ৩, ৮২, জিন্টি বা ঝিন্টি, এবিধ হালধীয়া ফুল আৰু তাৰ গছ, সেই গছৰ শিপা।
ঝোকাৰি ১৫, জোকাৰি, লৰাই-চৰাই।
ঝোল ২৯, ৩১, ৪১, আঞ্জাৰ ৰস, মাছ-মাংস, কণী আদিৰ সংযোগত প্ৰস্তুত তৰল ব্যঞ্জন, জোল, যূচ্।

## ট

টাকটোক কৰি ৬৩, অতিপাত পৰিশ্ৰম কৰি কোনোমতে খোৱামুঠি যোগাৰ কৰিবলৈ সক্ষম হোৱা কাৰ্য্য।
টালি ৩৬, ৩৮, ফাকি, লৰক-ফৰক, 'টালি-ফালি'।




*জন্ম-পত্ৰিকাৰ চাৰিসাগৰ (চিত্ৰ ১)*




দিশাধিপতি গ্রহ (চিত্র ৩)




*নিষিদ্ধযাত্রা (চিত্র ৪)*




ৰাদশ ৰাশি, অধিপতি গ্ৰহ আৰু নক্ষত্ৰৰ স্থান (চিত্ৰ ৫)

টিপচিক ২০, এবিধ সৰু চৰাই। টেন্টনৰ বৈশিষ্ট্য বিশিষ্ট চৰাই এটিয়ে পালন কৰ্ত্তা সিংহ এটাক বিপদত পেলাই-ছিল (লোক-কাহিনী)।

টেৰাবেকা ১৮, বেঁকা-বেঁকি, বহুত ভাজ থকা।

টেলেঙ্গা ১৮, অস্থিৰ, পাতল,=টুলুঙা।

টোকা ৪৭, মহ-দাহ আদি খেদিব পৰা দীঘলীয়া,—'নেজ'।

টৌটেঙা ৪০, টৌত আঘাত কৰিলে হোৱা মাতৰ দৰে ডাঙৰ আৰু অশান্তিকৰ মাত।

## ঠ

ঠানত ২২, গঢ়ত, সাদৃশ্যত, দেহৰ গঠনত।

## ড

ডৰ ৭৯, ভয়, ত্ৰাস।

ডাইনে ৭৬, দক্ষিণে, সোঁফালে,<দক্ষিণ।

ডাক ২, ৮২, ৮৪, ৮৩, ৯১, সিদ্ধপুৰুষ বিশেষ; জ্ঞানীপুৰুষ, জ্ঞান(-অৰ্ণব)।

ডাঙৰিয়া ২১, ডাঙৰীয়া, মহাশয়।

ডাহিনে ৭৫, ডাইনে দ্ৰঃ।

ডিম্বগ্ৰাস ৮৯, ডিমা বা কণীৰ সমানকৈ টপা মাৰি খোৱা কাৰ্য্য।

ডিম্ববান্ধি ৯০, ডিমা বা কণীৰ নিচিনাকৈ টপা মাৰি।

ডেৰিয়া ৫০, খণ্ড, বিখণ্ড।

## ঢ

ঢৰা ১৭, ঢোকা, দপ্‌দপ্‌কৈ উঠা, '—জুই'।

ঢিল ৪৩, ঢিলা, কোমল, '—মাটি'।

## ত

তণ্ডুল ৭৬ চাউল।

তন্তেক ৩, তেতিক, সিমান।

তত্ত্ব ১০, প্ৰকৃত তথ্য, আচল বিষয়, সত্যত, <তত্ত্ব।

তনু ৬৪, শৰীৰ, কলেৱৰ, গাত্ৰ গা, দেহ, বপু কায়, মূৰ্ত্তি।

তৰণি ৪৪, সূৰ্য্য, আদিত্য,=তৰণী।

তৰল ৫৮, পনী থকা (মাটি), পানীৰ তলত থকা (মাটি) '—ভূমি'

তৰাস ৮১, ত্ৰাস, ভয়, <ত্ৰাস।

তৰিত ৪, পাৰ হবলৈ, অতিক্ৰম কৰিবলৈ, তৰিবলৈ।

তৰ্জ্জ ১৯, সৰু তুল, সৰু ডগা-পাত।

তলমুৰ ৩৩ তলমূৰ।

তহিত ২৮, সেই ঠাইত, তত্ৰ।

তাত ১৯, তাঁতশাল।

তাম্বুল ৪২, তামোল-পাণ, গুৱা।

তাৰা ৭২, তাৰকা, তৰা, তৰাবোৰ।

তাল যুৰিয়া ৪৮, সৰ্বপ্ৰকাৰে সৰ্বসম, সৰ্বপ্ৰকাৰে তুল্য।

তাসম্বাৰ ৬৪, তেওঁলোকৰ।

তাহাৰ ৫৭, তেওঁলোকৰ,<তস্য।

তিতিনি দিনে ৭৫, ত্ৰিত্ৰিনি অৰ্থাৎ ৩×৩=৯ দিনত।

তিনিওলোক ২১, স্বৰ্গ-মৰ্ত্ত্য পাতাল, তিনিলোক।

তিনিভুবন ৫৪, তিনিওলোক দ্ৰঃ।

তিনিস সাঠি ৫২, তিনিশ সাঠি, ৩৬০।

তিৰি ৯০, ৯১, তিৰোতা, নাৰী, < স্ত্ৰী।

তিৰ্থ ৭, ৬৯, পবিত্ৰ স্থান, = তীৰ্থ।

তিক্ষ্ণতৰ ৪৮, বৰচোকা, তীক্ষ্ণ, তীক্ষ্ণতৰ (কথ্য), < তীক্ষ্ণত্ব।

তুঙ্গ ৬০, জন্মকুণ্ডলীস্থ দ্বাদশ ৰাশিত নৱগ্ৰহৰ উচ্চ স্থানক তুঙ্গ বোলে।

তুঙ্গং তুঙ্গ ৫৪, মেষ ৰাশিত দশাংশত ৰবি, বৃষ ৰাশিত চন্দ্ৰ মকৰত মঙ্গল, কন্যাত বুধ, কৰ্কটত বৃহস্পতি, মীনত শুক্ৰ আৰু তুলাৰাশিত শনি থাকিলে স্বতুঙ্গ যোগ হয়। মিথুনত ৰাহু, ধনুত কেতু থাকিলেও এই যোগ হয়।

তুল ৬, ৮২, তুলনা।

তুল ., ওজ, তুলাচনী, বস্তুৰ ভৰ বা গধুৰতা।

তুলসি ৩, তুলসী।

তুলা ৪৫, ৫৮, ৫৯, ৬৯ মেষাদি দ্বাদশ ৰাশিৰ সপ্তম ৰাশি। তুলা-ৰাশিৰ অধিপতি গ্ৰহ শুক্ৰ।

তৃতিয় ৬৪, ৬৫, লগ্নৰ পৰা তৃতীয় স্থানত।

তৃন ৮, ঘাঁহ, বন, = তৃণ

তৃষা ৮১, তৃষ্ণা, পিয়াহ; হেপাহ, বাসনা, কামনা।

তৃষ্ণার্ত্ত ৪, পিয়াহ বা কামনা-বাসনাৰ দ্বাৰা পীড়িত, তৃষ্ণার্ত্ত।

তেজপাত ৮২, মাহপাত, এবিধ সু-গন্ধী পাত।

তেজুৰ ২১, তিমান দূৰলৈ, সিমান দূৰলৈ।

তেবে ৯, ৩১, তেনেহলে, সেইকাৰণে।

তেবেসে ১২, তেতিয়াহে, তেনে অৱস্থাতহে।

তেৰ কৰি ৯১, বেঁকাকৈ, কেৰা কৰি, বক্ৰভাবে, বঙ্কিম দৃষ্টিৰে।

তেলিনা ৮৬ তেল বিক্ৰী কৰোতা, তেলী।

তৈল ২৯, তেল।

তোকন ৯২, লাখুটি, টোকন।

তোকেৰি ৮৬, টোকাৰী, এক তন্ত্ৰী বাদ্য যন্ত্ৰ।

ত্ৰাষ ৯৩, ত্ৰাস, ভয়, বিপদৰ আশঙ্কা।

ত্ৰাস ৮৯, ৯০, ত্ৰাষ দ্ৰঃ

ত্ৰিকুট ৩০, আদাৰ শুঠি, পিপলি, আৰু জালুক—এই তিনিও বিধকে একেলগে ত্ৰিকটু বোলে।

ত্ৰিতিয় ৫৫, ৫৭, ৬৫, ৭৭, লগ্নৰ পৰা তৃতীয় স্থানত।

ত্ৰিতিয়া ৫৩, তৃতীয়া তিথি।

ত্ৰিফলা ৮১, শিলিখা, আমলখী আৰু ভোমোৰা—এই তিনিও বিধ দ্ৰব্যক একেলগে ত্ৰিফলা বোলে।

## থ

থাৰি ১৯, ঠাৰি।

থুল ২০, শকত-আবত, থূলত্বৰ,

## দ

দুখী

**দুষ্ক** ৮৯, দুষ্ক, বেয়া, অশোভনীয়, অনৌচিত্য।

**দৃঢ়মুষ্টি** ২, টান মুঠি, দৃঢ়মুষ্টি।

**দৃষ্টি** ১৩, ৩০, দৰ্শন, দেখা কাৰ্য্য, 'জুইক—,'জুইৰ ফালে দৃষ্টি ৰাখিবে জুই পুৱাব লাগে।

**দৃষ্টিয়াল** ৪৭, দৃষ্টি ৰাখোতা, যিজনে চকু ৰাখে।

**দেৱগুৰু** ৬৬, ৭১, বৃহস্পতি, বৃহস্পতি দেৱতাৰ গুৰু। নৱ গ্ৰহৰ অন্যতম গ্ৰহ। ধনু আৰু মীন ৰাশিৰ অধিপতি গ্ৰহ। বৃহস্পতিৰ মিত্ৰ গ্ৰহ ৰবি, চন্দ্ৰ আৰু মঙ্গল আৰু অৰি গ্ৰহ বুধ আৰু শুক্ৰ।

**দেৱৰ** ৩৫, দিবৰ, স্বামীৰ কনিষ্ঠ ভ্ৰাতৃ।

**দেৱা** ৬, দেৱ, দেৱতা।

**দেবি** ৪৪, দেৱী, পাৰ্বতী, দুৰ্গা।

**দেহ** ৮৪, শৰীৰ, কলেবৰ, তনু।

**দেহা** ৫, দেহ দ্ৰঃ।

**দোসক** ৫৭, দোষক।

**দ্বাদশে** ৭১, লগ্নৰ পৰা দ্বাদশ স্থানত বাৰ্যয়ত (লোকজ্যোতিষ)।

**দ্বাদশৰাশি** ৫৬, জন্ম কুণ্ডলীত লগ্নৰ দ্বাদশ স্থানৰ ৰাশি।

**দ্বাৰমুখত** ৪, দুৱাৰ মুখত।

**দ্বিজ** ৭৭, দ্বৌ জায়তে ইতি, ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, দাঁত, অণ্ডৰপৰা জন্ম লাভ কৰা প্ৰাণীসমূহ।

**দ্বিতিয়ত** ৫৫, ৬৪, লগ্নৰপৰা দ্বিতীয় স্থানত,=দ্বিতীয়ত।

**দ্বিত্ৰিংস** ৭৫, বত্ৰিশ, ৩২, দ্বিত্ৰিংশ।

**দ্বিপক্ষ** ৭৩, ৭৪, কৃষ্ণ আৰু শুক্ল পক্ষ।

## ধ

ধনি ৭১, ধনী।

**ধনু** ৪৮, ৫৭, দ্বাদশ ৰাশিৰ নৱম ৰাশি। ধনু ৰাশিৰ অধিপতি গ্ৰহ বৃহস্পতি।

**ধবলা** ৭৫, শুক্লবৰ্ণ, শুক্লবৰ্ণ বিশিষ্টা ধেনু, বগা তিৰোতা।

**ধৰনি** ১৮, ৩৫, ৮৩ পৃথিৱী, ধৰিত্ৰী, মহী, বসুমতী, মেদিনী, ধৰা,=ধৰণী।

ধাই ৩৮, ধাৱতি আগবঢ়া কাৰ্য্য, চোঁচা মাৰি যোৱা কাৰ্য্য।

**ধান্য** ২৪, ৮৯, ধান।

ধাৰাহান পিঠি ৯১, বহা ঢাৰা বা ঢাৰাৰ দৰে যাৰ পিঠি বহল

ধিকাৰ ৩৯ নিন্দা, তিৰস্কাৰ, গালি, <ধিক্কাৰ।

**ধৈমালি** ৩৮, ধেমালি।

ধোহে ৯১, ঢোহে।

**ধ্বজ** ৭৯, জ্যোতিষমতে ঘৰ-বাৰী পাতিবলৈ স্থিৰ কৰা মাটি ডোখৰ সমানে আঠ ভাগ কৰি ধ্বজ, ধুম্ৰ, সিংহ, শ্বান, বৃষ, খৰ, গজ আৰু কাকপদ নাম দিয়া হয়। ধ্বজত গৃহাদি নিৰ্মাণ কৰিলে সুখ-সম্পত্তি আৰু বৈভৱ লাভ হয়।

( চিত্ৰ ২ )

পূব

| উত্তৰ | | | দক্ষিণ |
|---|---|---|---|
| | ধ্বজ | ধূম | |
| | কাকপদ | সিংহ | |
| | গজ | শ্বান | |
| | খৰ | বৃষ | |

পশ্চিম

চিত্ৰ—১

## ন

নই ১১, নৈ, <নদী ।

নগ ৭৫, পর্ব্বত ; বৃক্ষ ।

নগৰি ৫, নগৰ ।

নট ২২, ২৪, নৰ্ত্তন বিদ্যাত পাৰ্গত লোক ; নাপিত ।

নটি ৩৬, নৃত্য পটীয়সী, নটী ; নাপিতৰ পত্নী ।

নথাকে ৩, নাথাকে ।

নদি ৪২, ৭২, ৮৯, নদী ।

নন্দন বন্দন ৫১, নদন বদন ।

নবিন ৪৪, নবীন, নতুন ।

নৰেন্দ্ৰ ৬১, নৰ+ইন্দ্ৰ, নৃপতি, মহীপতি ।

নৰ্কে ৯, নৰকত ।

নসয় ২১, সহ্য নকৰে, ক্ষমা নকৰে ।

নহই ৪৮, নহয় ।

নহৱে ৪৪, নহয়, উৎপন্ন নহয় ।

নাগ ৮৫, বাস্তু নাগ অৰ্থাৎ সৰ্প, ভাদ মাহৰ পৰা আৰম্ভ কৰি তিনি তিনি মাহ বাস্তুনাগ পূৰ্বাদি দিশলৈ ঘূৰ কৰি বাওঁফালে কাটি হৈ শোৱে। নাগৰ পেটত্তহে ঘৰ নিৰ্মাণ কৰা উচিত ।

নাঙ্গাল ৪৩, নাঙল ।

নাচাৰিব ৩, নেৰিব, অকলে নেৰিব ।

নাজাই ৫, নাযায় ।

নাটে ১২, ঘুকুলায়, অভাৱ হয় ।

নানি ৪৭, অনা উচিত নহয়, নানিবা ।

নাভাসি ৩৬, ৩৯, প্ৰকাশ নেপায়, শোভা নেপায় ।

নাভি ২, ৮৪, ৮৭, উদৰৰ মাজ ভাগত থকা গৰ্তাকাৰ নিম্নাংশ, নাই ।

নামাজে ৪১, নোমোছে, নিলিপে ।

নাৰ ৩৬, নষ্ট ; ধ্বংস ; ভ্ৰষ্ট ; চুৰা ।

নাৰায়ন ৩৯, নাৰায়ণ, নাৰ+অয়ন ; বিষ্ণু ।

নাৰি ৭, ৩৩, ৩৬, ৩৭, ৩৯, ৪১, ৪২, ৫৪, ৬৪, ৬৯, ৭০, ৭৬, ৮৮, স্ত্ৰী, অবলা, সীমন্তিনী, বধূ, বামা, বনিতা, মহিলা,=নাৰী ।

নাস ৪৪, ৪৯, ৫৩, ৫৪, ৭১, ৮২, ৮৩, নষ্ট, ধ্বংস, নাৰ,=নাশ ।

নিআৰ ২৩, নিয়ৰ ।

নিকট ৪৬, ওচৰ, সমীপস্থ ।

নিকাৰ ৩৯, দুখ, কষ্ট, যন্ত্ৰণা, পীড়া ।

নিকালি ৩৩, বাহিৰ কৰি, দূৰ কৰি, খেদি ।

নিচ ৫৫, নীচ।

নিচয় ৬৪, ৬৬, ৬৭, ৭১, ৭৫, নিশ্চয়।

নিচিন্ত ৬৩, নিশ্চিত, ছিগাং।

নিতি ৫, ৭২, নীতি।

নিত্যান্তে ৩৯, অতিশয়, একান্ত,=নিতান্তে।

নিন্ধা ৮৭, টোপনি, ঘুমটি।

নিধি ৫৫, ৫৯, কুবেৰৰ সম্পত্তি; পদ্ম, মহাপদ্ম, শঙ্খ, মকৰ, কচ্ছপ, মুকুন্দ, কুন্দ, নীল, খর্ব. (নৱনিধি); অস্বামিক ধন, গচ্ছিত ধন, সঞ্চিত ধন।

নিন্দ্ৰা ৮৬, নিদ্ৰা দ্ৰঃ।

নিপুন, ৫৯, পাৰ্গত, দক্ষ,=নিপুণ।

নিয়া ১৫, অনা-নিয়া, দিয়া-থোৱা।

নিলাজি ৪২, লজ্জা বিহীনা, নিধকী, =নিলাজী।

নিৰা ৮১, ৰাতি, যামিনী, শৰ্ব্বৰী, নিশীথিনী, ৰাত্ৰি, ৰজনী, বিভাৱৰী, =নিশা।

নিসা ৭৩, নিষা দ্ৰঃ।

নিসান্ত ৩, ৫২, নিশান্ত।

নিসি ৬১, নিশাপতি, চন্দ্ৰ, নৱগ্ৰহৰ অন্যতম গ্ৰহ চন্দ্ৰমা।

নিস্ত ৮৯, নিশ্চয়, স্থিৰ,=নিষ্ঠ।

নিস্ফল ১৪, বিফল, নিৰৰ্থক, ফলৰহিত, =নিষ্ফল।

নিষয় ৯২, নিশ্চয়।

হুবুঝি ৩৪, হুবুজি।

হুকচে ৩৭, ৪০, হুশুজে, কচি নোপজে, ভূমি নহয়।

হুমুনি ৫৬, হুশুনি।

হুমুনে ২১, হুশুনে।

হুহুবা ২৮ নহবা

নেওতা ১৫, নিমন্ত্ৰণ।

নেত ৫৮, পাটৰ কাপোৰ।

নোপোচে ৩৭, নোপোধে,

পই ২১, পৈ, স্বামী।

পঞ্চ ৭৩, পাঁচ।

পঞ্চাস ১৫, পঞ্চাশ, ৫০।

পচিমে ৪৪ পশ্চিমে।

পটা ১২, মচলা বটা শিল।

পত্ৰত ৯, দলিলত, লিখিত কাকতত।

পথৰ ২১, পথাৰ, ক্ষেত্ৰ।

পনেইধুৰ ৪৬, পোন খুৰা (গৰুৰ পোন খুৰা)।

পন্তা ৮৬, পঁইতা, (—ভাত)।

পন্থ ৯১, পথ।

পৰত ১৪, আনত, নিজৰ বাহিৰে আনত।

পৰবাস ১৪, প্ৰবাস, বিদেশত থকা কাৰ্য্য।

পৰলোক ৫, পৰকাল, পৰজন্ম, মৃত্যুৰ পিছৰ লোক।

পৰিমান ৩১, মাত্ৰা, জোখ,=পৰিমাণ।

পৰিসে ২২, ৩০, ৩৫, স্পৰ্শকৰে।

পৰিহৰ ৪১, ৪২, ত্যাগকৰা, এৰা।

পৰিহাস ৮৮, উপহাস, ঠাট্টা, মস্কৰা।

পৰিক্ষা ৮, ১০, পৰীক্ষা।

পল ৭৫, এক দণ্ডৰ ৬০ ভাগৰ এভাগ।

## ফ

## ব

স্থানত চন্দ্ৰ, তৃতীয় স্থানত মঙ্গল আৰু ষষ্ঠ স্থানত ৰাহু থাকিলে জাতকৰ আয়ুস এশ বছৰ।

বল্লভা ৬৪, প্ৰিয়, লগ্নৰ দ্বিতীয় স্থানত শুক্ৰ থাকিলে জাতক নাৰীৰ অতিকে প্ৰিয় হয়।

বসন ৬৬, কাপোৰ, পোছাক পৰিচ্ছদ।

বাই ২১, কামত খটাব পাৰে, বাব পাৰে।

বাউমুৰা ৪৬ বেঁকামুৰ', তলমুৰা ?

বাউল ৩১, পাগল, বাতুল।

বাক ২, কথা।

বাক্কি ৩, বাকী, শেষ কৰি, বাকী নথকাকৈ ঔষধ পান কৰিব লাগে।

বাজে ১০, সংঘটিত, বাপেক-পুতেকৰ মাজত যদি কাজিয়া সংঘটিত হয়।

বাঝ ৭, ৯১, বাজ বাহিৰ হোৱা কাষ্য, নিৰ্গত হোৱা কাষ্য।

বাঝে ৪ বাহিৰে, শেষ হৈ যোৱাৰ পিছত।

বাট ৮১, পটাত পিহা।

বাটি ৮৯, চাকি, দীপ।

বাটি ৮২, পিহি, বটি।

বাণ্ডি ৩৫, বান্দী, দাসী।

বাত ৮২, ৮৫, দেহৰ ধাতু বিশেষ আৰু ইয়াৰ বিকাৰত হোৱা ৰোগ বিশেষ, gout, rheumatism।

বাত্তে ৫৮, বাত-বিষে।

বানি ১৭, ২০, ৪০, ৫০, ৮৯, ৯০ বাণী।

বানিজ্য ২২, ৪৯, বেহা-বেপাৰ।

বাবৰি ৮২, এবিধ সুগন্ধী শাক।

বায়ব্যে ৭৭, বায়ুদিশত, এই দিশৰ অধিপতি গ্ৰহ চন্দ্ৰ।

বাৰানাসি ৬, বাৰানসী।

বাৰাও ৯২, বঢ়োৱা, বৰ্দ্ধিত কৰা।

বাৰি ৩৬, ৬৮, বাৰী, বাটিকা, (কলৰ বাৰী, কপাহৰ বাৰী)।

বাৰিপুষ্প ৩, পানীত হোৱা ফুল, পদুম অথবা ভেট।

বাৰিসা ১৪, ২৫, ৩৩ বাৰিষা।

বাস ৪১, বাঁহ

বাসকাৰ ৮৫, বাহকা, বাসক লতা, বাহক লতা।

বাহ ৫৬, বাঁহ।

বাহি ১৬, বাহা, গুহাৰৰ বাহ।

বাহি ২২, বাহী, অপৰিষ্কাৰ, ধোৱাই কাপোৰ দেখিলেই বাহী অৰ্থাৎ অপৰিষ্কাৰ কাপোৰ বুলি কয়।

বিগ্ৰহ ৬০, যুদ্ধ-বিগ্ৰহ, বিবাদ, কাজিয়া-পেচাল।

বিচা ৪৮, মেষাদি দ্বাদশৰাশিৰ অন্তৰ্গত অষ্টম ৰাশি, বিচা ৰাশিৰ অধিপতি গ্ৰহ মঙ্গল।

বিজ ৪৫, বীজ।

বিত্ত ১২, ৫৭, টকা-পইচা।

বিদি ১৮, বিদিত, পৰিচিত।

বিদ্যাহিন ৪২, বিদ্যাহীন, পঢ়া-শুনা নোহোৱা।

বিধি ৫৯, দৈব্য, অদৃষ্ট, বিধাতা ; ব্ৰহ্মা।

বিধোঅ' ৯০, বিধৱা।

বিনাস ৪৪, ৭১, ৭২, বিনাশ, ধ্বংস ; মৃত্যু।

বিনিত ৭০ বিনীত।

বিন্ধ্যাগিৰি ৪, ভাৰতৰ এখন বিখ্যাত পৰ্বত।

বিপত্তি ৭৩, বিপদ, দুৰৱস্থা, আপদ।

বিপৰিত ৩৪, ৬৩, প্ৰতিকূল,-বিপৰীত।

বিপ্ৰ ১০, ১১, ব্ৰাহ্মণ, দ্বিজোত্তম, ঋষি; অশ্বত্থবৃক্ষ ;, প্ৰশস্তি গীত গায়ক।

বিৰঙ্গ ৮৩, দৰৱৰ গছ বিশেষ, ই দুবিধ : (১) বৰ বিৰিং আৰু (২) বা-বিৰিং ; কীট নাশক ঔষধ ৰূপে প্ৰয়োগ কৰা হয়। 'কৃমিঘ্ন গণ'ৰ মাৰ্চিনেসী জাতীয় বনৌষধি। <সং বিড়ঙ্গ।

বিলাস ৬১, জন্মকুণ্ডলীৰ কোনো এটি ৰাশিত বুধ আৰু বৃহস্পতি একেলগে থাকিলে মাৰক যোগ হয় ; কাৰণ বুধ আৰু বৃহস্পতি শত্ৰু গ্ৰহ। গতিকে এনে জন্ম-কুণ্ডলী বিশিষ্ট জাতকৰ বিনাশ বা মৃত্যু হোৱা স্বাভাৱিক।

বিশুতি ৩৮, বিসংগতিপূৰ্ণ ; অশালীন (?)

বিভাৰমুৱা ৫২, বিভাৰ<বিভান, পোহৰমুৱা, সুকলমুৱা ? বিহান পুৱাতে সাৰ পোৱা ( হালোৱা )।

বিষ্ণু ৬, বিশ্ব-ব্ৰহ্মাণ্ড জুৰি যি ব্যাপক (বিষ্ +নুক্), নাৰায়ণ, গোবিন্দ, হৰি, হৃষীকেশ ; ব্ৰহ্মাদি ত্ৰিমূৰ্তিৰ অন্যতম আৰু সৃষ্টিৰ পালক।

বিস ১২, ৬২, ৮৩, বিষ।

বিস্থ ৭৩, বিষ্ঠু।

বিসেস ৮৭, ৮৯, বিশেষ।

বিস্তৰ ৩১, বেছিকৈ।

বিস্বাস ৩৩, বিশ্বাস।

বিহাৰ ৭৩, আতৰি যোৱা, স্থানান্তৰিত, অপসাৰিত।

বিহিন ৪২, ৰহিত, বৰ্জিত ত্যক্ত,= বিহীন।

বিড়ম্বন ১২, ১৩, বঞ্চনা, প্ৰতাৰণা, পৰিহাস ; যন্ত্ৰণা।

বুঝা ৫৪, বুজিব পাৰি, বুজা যায়।

বুঝাই বুঝাই ৮৯, বুজাই বুজাই, বুজনি দি, উপদেশ দি।

বুঝি ৩১, ৩৯, ৮১, বুজি।

বুঝিয়া ৭, ২৮, ৪৬, জানি উঠি, উপ-লব্ধি কৰি।

বুধ ৫৩, ৫—৫৭, ৫৯, ৬১, ৬৪—৬৬, ৬৮—৭১, নৱগ্ৰহৰ অন্তৰ্গত গ্ৰহ। চন্দ্ৰৰ ঔৰসত তাৰাৰ গৰ্ভত বুধৰ জন্ম। মিথুন আৰু কন্যাৰাশিৰ অধি-পতি গ্ৰহ। বুধৰ মিত্ৰ গ্ৰহ ৰবি আৰু শুক্ৰ ; শত্ৰু গ্ৰহ চন্দ্ৰ। লগ্নৰ ৪ৰ্থ আৰু ৮ম স্থানত বুধৰ দৃষ্টি ত্ৰিপাদ।

বুৰা ৯৩, বুঢ়া, বৃদ্ধ, ; প্ৰবীণ।

বুৰি ৫০, পতি, প্ৰতিটোত, 'থোজত

বুৰি', প্ৰতিটো খোজত।
বুড়িব ৪৫, বুৰিব, বানপানীত তল যাব।
বৃষ ৭৯, বাস্তু মণ্ডলৰ অষ্ট ভাগৰ এভাগ, বৃষত গৃহনিৰ্মাণ কৰিলে তাৰ ফল সুখ ভোগ।
বৃষ ৪৬, হালোৱা গৰু, বলদ, বলধ, ; ষাঁড়।
বৃষ ৫৮, ৬০ ৭২, মেষাদি দ্বাদশ ৰাশিৰ দ্বিতীয় ৰাশি, বৃষৰ অধিপতি গ্ৰহ শুক্ৰ।
বৃষ্টি ৪৩, ৪৪, বৃষ্টি, বৰষুণ।
বৃহস্পতি ৫৭, ৬১, ৬৪, ৬৫, ৬৭—৬৯, নবগ্ৰহৰ অন্যতম গ্ৰহ, গ্ৰহ বিলাকৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ, গুৰু, দেৱগুৰু দ্ৰঃ।
বৃক্ষ ৫, গছ-গছনি।
বেঞ্জন ৩০, ৩১, ৪২, অ'ঞ্জা, ব্যঞ্জন।
বেথা ২৩, ৮৯, আদৰ, সন্মান ; চেনেহ অনুকম্পা।
বেদ ৫৬, ৬৯, ৮৭, হিন্দুৰ সৰ্ব প্ৰাচীন গ্ৰন্থ, ধৰ্ম আৰু ব্ৰহ্ম-প্ৰতিপাদক অপৌৰুষেয় শাস্ত্ৰ, শ্ৰুতি, বেদ চাৰি-খন : ঋক্, যজুঃ, সাম, অথৰ্ব।
বেদবেত্তা ৮, বেদজ্ঞানী, বেদত যি পাৰঙ্গদ।
বেৰাই ৩৭, ইষৰ সিষৰ কৰি ঘূৰি ফুৰা কাৰ্য্য।
বেস ৩৪, বেশ, বেশভূষা সাজ-সজ্জা পোছাক-পৰিচ্ছদ।
বেসুৱাৰ ২৯, ব্যঞ্জনৰ উপকৰণ বিশেষ। এতোলা হিং, দুতোলা আদা, চাৰি তোলা জালুক, আঠতোলা জিৰা, যোলতোলা হালধী আৰু বত্ৰিছ তোলা ধনিয়া একেলগে বটিলেই (বাটিলেই) এইবিধ উপকৰণ প্ৰস্তুত হয়,=বেশৱাৰ।
বেশ্যা ১৯, ৩৮, ৭৬, বেশ্যা, গণিকা, বেইচ্ছা।
বেহা ৫৪, বেহা-বেপাৰ।
বেহাই ৪১, বেহানি কৰে, বেপাৰ কৰে।
বৈদ্য ১২, ৮৪, বেজ, বৈদ।
বৈসাই ৩৮, বহুৱায়, বহিবলৈ দিয়ে।
বৈসাগ ৪৩, ৪৭, বৈশাখ, ব'হাগ।
বৈসাগি বিসু ৭৪, বহাগ বিহু, বহাগৰ দোমাহী।
বোচ্চৰ ১১, বছৰ।
বোয়নি ১৯, বোৱনী, শিপিনী।
বোৱাৰি ১৬, বোৱাৰী, বধূ।
বোল ২২, ৮৯, কথা, বচন।
ব্ৰহ্মবিচাৰ ৮৯, শেষ বিচাৰ, চূড়ান্ত বিচাৰ।
ব্ৰহ্মা ৬, প্ৰজাপতি, সৃষ্টিকৰ্তা, ত্ৰি-মূৰ্ত্তিৰ অন্যতম, ৰজগুণৰ অভি-ব্যক্তি।
ব্ৰাহ্মণ ৫, ৮, ৭২, বামুণ; বিপ্ৰ; দ্বিজোত্তম, 'ব্ৰহ্মবেদং শুদ্ধং চৈতন্যং ৱা বেত্ত্যধীতে বা অন্।' 'মনু-সংহিতা' মতে ব্ৰাহ্মণ : 'জন্মনা ব্ৰাহ্মণো জ্ঞেয়ঃ সংস্কাৰৈৰ্দ্বিজ উচ্যতে। বিদ্যয়া যাতি বিপ্ৰত্বং ত্ৰিভিঃ

শ্ৰোত্ৰিয় উচ্যতে ॥'

অথবা 'জাত্যা কুলেন বৃত্তেন স্বাধ্যায়েন শ্ৰুতেন চ। এভিৰ্যুক্তো হি যস্তিষ্টেন্নিত্যং স দ্বি উচ্যতে ॥'

## ভ

ভগ্ন ৫৭, নোহোৱা, বিদূৰিত, বিনষ্ট যাৰ জন্মকুণ্ডলীৰ মেষ ৰাশিত চন্দ্ৰ থাকে আৰু কৰ্কট বা তুলা বা মকৰত লগ্ন থাকে সেই জাতকৰ অন্যান্য অশুভাদি যোগ বিদূৰিত হয় বা নাথাকে

ভৰা ১৮, ৮৯, বোজা, অতিপাত ভোজন।

ভাণ্ডাৰ ৮০, ভঁড়াল, ভাণ্ডৰী।

ভাতৰ গ্ৰাস ৯০, ভাতৰ গৰাহ।

ভাতৃ ৬৫, ভ্ৰাতৃ, লগ্নৰ পৰা তৃতীয় স্থানত চন্দ্ৰ থাকিলে তাৰ ফল জাতকৰ ভ্ৰাতৃ বিনাস।

ভাদ্ৰ ৮৫, ভাদ মাহ

ভানুতনুজা ৫৫, শনি, সূৰ্য্যৰ ঔৰসত ছায়াৰ গৰ্ভত শনি আৰু সাৱৰ্ণি মনুৰ জন্ম। চিত্ৰৰথৰ কন্যা শনিৰ পত্নী। ধ্যানমগ্ন শনিৰ ওচৰত ঋতুমতী পত্নীয়ে ৰতি ভিক্ষা কৰে। পত্নীৰ একান্ত অনুৰোধৰ প্ৰতি শনিয়ে ভ্ৰূক্ষেপ নকৰিলে। পৰিণতি স্বৰূপে তেওঁ, শনিক অভিশাপ দিয়ে: যাৰ প্ৰতি শনিয়ে দৃষ্টিপাত কৰিব তেৱেঁই বিনষ্ট হ'ব। শনিৰ দৃষ্টিপাতত গণেশ ছিন্নমস্তক হোৱা হেতু মাতৃ পাৰ্বতীয়ে শনিক অভিশাপ দিয়ে। তাৰেই ফলশ্ৰুতিত শনি খোৰা হয়। সেই বাবে শনিক 'খোৰা', খোৰ' ৰূপেও জনা যায়। (ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ)

ভাৰ্গৱ ৬০, ৬৪, নৱগ্ৰহৰ অন্যতম গ্ৰহ শুক্ৰৰ পিতৃৰ নাম ভৃগু। সেইবাবে শুক্ৰৰ আন এটি নাম ভাৰ্গৱ। তেওঁ দৈত্য গুৰু আৰু সৰ্বশাস্ত্ৰ প্ৰবক্তা। বামনক ত্ৰিপাদ ভূমি দান কৰাৰ পৰা বলিক বিৰত কৰাৰ প্ৰয়াসেৰে মাখি ৰূপ পৰিগ্ৰহ কৰি শুক্ৰাচাৰ্যাই ভৃঙ্গাৰত প্ৰৱেশ কৰি জল ৰোধ কৰে। বামনে ভৃঙ্গাৰৰ ভিতৰভাগ কুশেৰে খুচৰি দিয়ে। তাৰ পৰিণতি স্বৰূপে মক্ষিকাৰূপী শুক্ৰাচাৰ্য্যৰ চকু এটা কণা হয়। গতিকে শুক্ৰাচাৰ্য্য 'কণা' বা 'কাণ' ৰূপেও পৰিচিত। এবাৰ মহাদেৱে শুক্ৰক গ্ৰাস কৰি মহাহ্ৰদৰ জলৰ মাজত দশ কোটি বছৰ তপস্যা কৰিছিল। ইয়াৰ দ্বাৰা জঠৰস্থ শুক্ৰাচাৰ্য্যয়ো উৎকৰ্ষ লাভ কৰি মুক্তিৰ বাবে মহাদেৱক স্তুতি কৰিবলৈ ধৰিলে। অৱশেষত তেওঁ মহাদেৱৰ শিশ্ন পথেৰে নিৰ্গত

হয় আৰু সেইবাবে তেওঁৰ নাম হয় শুক্ৰ।

ভালা ৮৬, ভাল, উত্তম।

ভালি ৪৬, ৫০, ভাল, শ্ৰেষ্ঠ, উত্তম।

ভাৱ ২৮, উদ্দেশ্য, অভিপ্ৰায়, সামাজিক বা মানসিক অৱস্থা।

ভাসে ৫৬, দীপ্ত কৰে, প্ৰকাশ কৰে, শোভিত হয়।

ভিসঁন ৯১, ভয়ংকৰ, ভয়াবহ, ভীতিপ্ৰদ, =ভীষণ।

ভুপতি ৬২, নৃপতি, ৰজা, নৃপ,=ভূপতি।

ভুমি ৪৪, মাটি, =ভূমি।

ভুমি নন্দন ৫৯, ৬৫, ৬৯, ৭৪, মঙ্গল গ্ৰহ।

ভুষন ৬২, অলংকাৰ, আভৰণ; শোভা, =ভূষণ।

ভূমি তনুজা ৫৪, মঙ্গলগ্ৰহ।

ভূমিপুত্ৰ ৭০, মঙ্গল গ্ৰহ।

ভৃঙ্গৰাজ ৮২, ভেষজ গুণ সম্পন্ন গুল্ম বিশেষ।

ভৃত্য ১০, চাকৰ, দাস।

ভেকুৰি ৮২, ভেষজ গুণ সম্পন্ন এবিধ গুল্মজাতীয় উদ্ভিদ,<বৃহতী।

ভোখ ২২, ৪৯, ভোক।

ভোগজিৰা ৮২, জীৰা কেবা প্ৰকাৰৰ যেনে: ভোগজীৰা, কালজীৰা ইত্যাদি।

ভোচা ২৪, ভুচি অৰ্থাৎ তুঁহ, পতান আদিৰ ওপৰত শুই থকা (কুকুৰ), কামত নলগা, অপ্ৰয়োজনীয়।

ভোৱন ২২, ভুৱন; পৃথিৱী।

ভৌম ৫৮, ৬৫, মঙ্গল গ্ৰহ।

ভ্ৰষ্ট ১৩, নষ্ট, দোষযুক্ত।

ভ্ৰান্তি ৭৪, ভুল, ভ্ৰম।

ভূঞ্জন্তি ৬৯, ভোগ কৰে।

## ম

মকৰ ৪৫, ৪৮, ৫৬, ৫৭, ৭২, মেষাদি দ্বাদশ ৰাশিৰ অন্তৰ্গত দশম ৰাশি। উত্তৰাষাঢ়াৰ শেষ পাদত্ৰয়, সমগ্ৰ শ্ৰৱণা আৰু ঘনিষ্ঠাৰ আদি পাদদ্বয়—(৯ পাদ) এই ৰাশিৰ ভোগকাল। মকৰ ৰাশিৰ অধিপতি গ্ৰহ শনি। মকৰ ৰাশি মৃগ নামেৰেও পৰিচিত।

মঘা ৫৩, অশ্বিনী আদি নক্ষত্ৰৰ অন্তৰ্গত দশম নক্ষত্ৰ। মঘা নক্ষত্ৰ গৃহাকৃতি, পঞ্চতাৰকাযুক্ত, কোনো কোনোৰ মতে নাঙলৰ আকৃতিৰ। অধিপতি পিতৃগণ।

মঙ্গল ৫৬ ৬৩ ৬৬, ৬৭, ৭২, নৱগ্ৰহৰ অন্যতম। কুঁজ, কুঁজা, ভৌম, ভূমিপুত্ৰ, ভূমি তনুজা আদি ৰূপেও মঙ্গল গ্ৰহ পৰিচিত। মেষ আৰু বৃশ্চিক ৰাশিৰ অধিপতি গ্ৰহ মঙ্গল। মঙ্গলৰ মিত্ৰ গ্ৰহ ৰবি, চন্দ্ৰ, বৃহস্পতি আৰু শত্ৰু গ্ৰহ বুধ।

মঙ্গল্য ৪, মঙ্গলকৰ, শুভজনক,= মাঙ্গল্য।

মেচেকা ৯০, ক'লা আৰু শকত; অতিকৈ স্থূল।

মচ্ছ ৪০, মাছ,=মৎস্য।

মঞি ৪৮, মই।

মত্তোয়াল ১৫, প্ৰমত্ত, উন্মত্ত, মতলীয়া, মত্তোৱাল।

মধু, ৭৬, ৮২, ৮৫, মৌ।

মধ্যস্থ ৯, মাজৰ (মানুহ), উমৈহতীয়া, গোচৰীয়া আৰু পদকীয়া উভয়ৰে প্ৰতি সমদৃষ্টি সম্পন্ন, একলীয়া ভাব বা দৃষ্টি নথকা।

মনযুক্ত ৬৯, সমভাব বিশিষ্ট, একে মনৰ।

মন্ত্ৰি ৭৩, মন্ত্ৰী, ৰাজ বিষয়া।

মন্দ ৯, ৪০, ৫৯, অধম, বেয়া, অহিত-কাৰী, অনিষ্টকাৰী।

মন্দাসয় ৬১, মন্দ অৰ্থাৎ বেয়া মনৰ অধিকাৰী, কু অভিপ্ৰায় যুক্ত; অজীৰ্ণ ৰোগ আক্ৰান্ত; আদিত্যৰ লগত চন্দ্ৰ একে ৰাশিত থাকিলে জাতক অজীৰ্ণ ৰোগাক্ৰান্ত হয়।

মন্মথ ভৱন ৭৫, কন্যা ৰাশি।

মৰকিয়া ২৪ গৰুহাল এঘৰৰ, হালোৱা (হালবাহক) আন এঘৰৰ। হাল বোৱাৰ অনুপাত ২ : ১ অৰ্থাৎ গৰু-হালৰ গৰাকীৰ ঘৰত দুদিন আৰু হালোৱাৰ ঘৰত এদিন। এই ব্যৱস্থাক মৰকীয়া বোলে।

মৰগিয়া ২০, মৰকিয়া দ্ৰঃ।

মৰণ ৪৯, ৭৫, ৮১, মৃত্যু।

মৰন্তি ৬৮, ৭৩, মৰিব। জাতকৰ জন্মকুণ্ডলীৰ লগ্নস্থানৰ পৰা অষ্টমত বৃহস্পতি থাকিলে তীৰ্থস্থানত তেওঁৰ মৃত্যু হ'ব।

মৰিচ ৮২, জালুক।

মৰ্কট ২৪, বান্দৰ, বানৰ।

মল ৮৪, শৌচ; শাক খালে শৌচৰ পৰিমাণ বেছি হয়।

মহাদেৱ ৬৪, শিৱ, ত্ৰিমূৰ্তিৰ অন্যতম মূৰ্তি, তম গুণৰ অভিব্যক্তি, শ্ৰেষ্ঠদেৱ।

মহাৰাই ৫৮, মহাৰাজ, চক্ৰবৰ্তী।

মাকৰি ৭৫, মকৰ দ্ৰঃ।

মাঘৰ বিসু ৭৪, মাঘৰ বিহু, মাঘৰ দোমাহী।

মাঘি সপ্তমি ৭৪, মাঘ মাহৰ সপ্তমী তিথি।

মাচ ১৭, ৩০, ৪১, ৮৯, মাছ, মৎস্য।

মাঝ ৯, ২৯, ৫৫, ৬২, মাজ, মধ্য।

মাঝে ১৬, ৫০, মাজত, মধ্যত।

মাণ্ডলি ৭৯, মাৰলী, মাল্লি।

মাত্ৰা ৭৫, বৰ্ণৰ উচ্চাৰণৰ কাল, স্বৰৰ স্থিতিকাল।

মানিক ৪৯, মাণিক, মহামূল্যবান ধাতু।

মিচা ৩৮, ৬৫, ৮৬, ৯০, মিছা, অসত্য।

মিত ৫১, ৮০, 'মি' বা 'মী' ভাগান্ত তিথি, পঞ্চমী, সপ্তমী, অষ্টমী, নৱমী, দশমী।

মিথুন ৪৮, মেষাদি দ্বাদশ ৰাশিৰ অন্তৰ্গত তৃতীয় ৰাশি। মিথুন ৰাশিৰ অধিপতি গ্ৰহ বুধ।

মিন ৪৪, ৪৮, ৫৭, ৬২, মেষাদি দ্বাদশ ৰাশিৰ অন্তৰ্গত দ্বাদশ ৰাশি, মীন, অধিপতি গ্ৰহ বৃহস্পতি।

মিলন্তি ৭০, মিলে; লগ্নৰ একাদশত আদিত্য থাকিলে পিতৃৰ গচ্ছিত বা সঞ্চিত ধনৰ দ্বাৰা জাতকৰ সুখ-শান্তি লাভ হয়।

মিষ্ট ৪০, মিঠা, ৰুচিকাৰক, সুস্বাদু।

মু ২৯, মুখ, দীঘলকৈ ফুকালেহে জুইৰ মুখ দেখা যায় অৰ্থাৎ জুই উঠে।

মুকা ৭৭, শনি গ্ৰহ? কেতু? পাঠত 'মুকা'ৰ ঠাইত 'সুকা'হে হোৱা উচিত। শুক্ৰবাৰে বায়ুদিশাভি-মুখে যাত্ৰা কৰা অনুচিত।

মুখৰা ১৭, মুখ চোকা, কাজিয়াপ্ৰিয়, লাউপাত কচুপাতৰ দৰে মুখ বিশিষ্ট।

মুগ্ধ ৪১, মূৰ্খ; ছলকৰি আন পুৰুষক স্তন দেখুওৱা, সঘনে পানীৰ ঘাট-লৈ যোৱা আৰু সাঁয়া পাতত গাখীৰ লোৱা এই তিনিশ্ৰেণীৰ নাৰী মূৰ্খ বা অজ্ঞানী।

মুচুকাই ৩৫, মিচিকিয়াই হঁহা কাৰ্য্য।

মুথা ৩, ভেষজ গুণ বিশিষ্ট গুল্ম, ইয়াৰ শিপা সুগন্ধী।

মুণ্ড ৩১, ৭৪, মুৰ,=মুণ্ড।

মুৰ ৪৭, মুৰ, মুণ্ড।

মুৰা ৪৭, মুৰ, যি বলধৰ মুৰটো বৰ ডাঙৰ।

মুৰ্খ ২৩, মূঢ়, নিৰ্বোধ,=মূৰ্খ।

মূল ১০, ৮৫, শিপা,=মূল ৮২।

মূল ৩, আচল, মূলধন।

মুখশুদ্ধি ৮৪, মুখ+শুদ্ধি, মুহদি।

মূলা ৫৩, মূলা, নক্ষত্ৰ মণ্ডলৰ উন-বিংশ নক্ষত্ৰ। ই ১১টা নক্ষত্ৰৰ সমষ্টি। সিংহৰ নেজৰ দৰে মূলাৰ আকৃতি। অধিপতি ৰাক্ষস।

মৃগ ৫৮, মকৰ ৰাশি দ্ৰঃ।

মেঘৰ নাদ ৫৯, মেঘৰ গৰ্জন।

মেচা ৯০, কুঁজা আৰু শকত।

মেচি ৫২, কুঁজী আৰু শকত,=মেচী।

মেদনি ৭৩, ৭৪,=মেদিনী, পৃথিৱী।

মেনা ৫২, তললৈ ওলমা শিং থকা, যি গৰুৰ শিং চুটি।

মেলা ৫৯, সমাগম।

মেষ ৪৫, ৫৬, ৫৮-৬০, ৬২, দ্বাদশ ৰাশিৰ অন্তৰ্গত প্ৰথম ৰাশি, অধি-পতি গ্ৰহ মঙ্গল।

মোল ২২, মূল্য, দাম।

## য

যজ্ঞ ১৩, যাগ, হোমাদি; পূজা—অৰ্চনাদি।

যনি ৮১, য'নী, এবিধ সুগন্ধি মচলাৰ গছ আৰু তাৰ গুটি, য'নীবাখৰ।

যম ৩৪, ৭৭, মৃত্যুৰ দেৱতা।

ৰাশি ৬৭, বাৰটা ৰাশি চক্ৰ; যেনে : মেষ, বৃষ, মিথুন, কৰ্কট, সিংহ, কন্যা, তুলা, বৃশ্চিক, ধনু, মকৰ, কুম্ভ, মীন।

ৰাশি ৪৫, ৫২, ৫৭, ৬০, ৬৪, ৬৭, ৬৯, ৭১, ৰাশি দ্ৰঃ।

ৰাহু ৫৩, ৫৭—৬১, ৭১—৭৩, ৭৭, নৱগ্ৰহৰ অন্তৰ্গত গ্ৰহ বিশেষ। বিপ্ৰচিত্তি দানবৰ ঔৰসত সিংহিকাৰ গৰ্ভত উৎপন্ন চতুৰ্দশ সন্তানৰ জ্যেষ্ঠ। দেৱতাসকলে অমৃত পান কৰাৰ সময়ত ৰাহুৱে দেৱতাৰ ৰূপ পৰিগ্ৰহ কৰি অমৃত পান কৰিবলৈ উদ্যত হয়। ৰাহুৰ কণ্ঠ পৰ্য্যন্ত সেই অমৃত গৈছিল। তেনে সময়তে চন্দ্ৰ আৰু সূৰ্য্যই ৰাহুৰ প্ৰতাড়নাৰ বিষয়ে বিষ্ণুক অৱগত কৰায়। বিষ্ণুই সুদৰ্শন চক্ৰৰ সহায়ত ৰাহুৰ মস্তক ছেদন কৰে। অমৃত পান কৰা হেতু ৰাহুৰ মৃত্যু নহ'ল। মস্তক অংশই ৰাহু আৰু দেহভাগ কেতু ৰূপে খ্যাত হয়। ৰাহু নৈঋত দিশৰ অধিপতি। ৰাহুৰ মিত্ৰ গ্ৰহ শুক্ৰ আৰু শনি, শত্ৰুগ্ৰহ ৰবি, চন্দ্ৰ, মঙ্গল।

ৰিপু ৫৬, ৬৭, শত্ৰু, বৃষৰ ঘৰ ৰিপুস্থান ৰূপে পৰিচিত।

ৰুদ্ৰ ৬, শিৱ, ব্ৰহ্মাৰ কপালৰ পৰা জন্ম লাভ কৰি ৰোদন কৰিছিল বাবে ৰুদ্ৰ।

ৰূপা ৬, ৪৭, ৪৯, ৰজত, ধাতু বিশেষ, =ৰূপা, ৰূপ।

ৰূপে, ৮, ১০, ৮৩, প্ৰকাৰে, ৰকমে,=ৰূপে।

ৰুষ্ট ৪৭, <হৃষ্ট, হৃষ্ট-পুষ্ট, নোদোকা, তেজাল।

ৰেৱতি ৫৩, সপ্তবিংশতি নক্ষত্ৰ, অধিপতি পূষা।

ৰৈয়া ৫৮, শনিগ্ৰহ, <ৰৈৱত।

ৰোগি ৮৩, ৰোগী।

ৰোপন ৫, ৰোপণ, ৰোৱা কাৰ্য্য।

ৰোস ৩৭, ৩৯, ৪১, খং, অভিমান, ৰোহ, <ৰোষ।

ৰোহিত ৫৮, আদিত্য ৰবি, < ৰোহিৎ।

ৰোহিতমাছ ২৯, ৰৌমাছ।

ৰোহিনি ৫৩, চতুৰ্থ নক্ষত্ৰ, ৰোহিণী, অধিপতি ব্ৰহ্মা।

ৰৌদ্ৰ ৩৩, ৩৪, ৰ'দ, সূৰ্য্যৰ তাপ।

## ল

লগা ১৭, আপোন, লগাভগা।

লগা ৫৪, লগ্ন দ্ৰঃ।

লগ্ন ৪৮, ৫৪—৫৭, ৫৯—৬৩, সূৰ্য্যৰ এটা ৰাশিৰপৰা আন এটা ৰাশিলৈ সংক্ৰমণ; মেষাদি ৰাশিৰ উদয় কাল।

লজ্জা ৮৮, লাজ।

লতি ৮২, পটল, পটোল,=লতী [ৰঘুনাথ চৌধাৰী : হেমকোষৰ পৰিশিষ্ট]।

লবন ৮৩, নিমখ, নুন, লবণ।
লব ২১, দোৰ, লাউৰ।
লবক-ক্বক ২৫, লোলোক-ঢোলোক, অনিশ্চয়, টগবৰগব।
ললিত ৮৯, মনোৰম, সুন্দৰ, সুকোমল।
লক্ষণ ৩৯, ৮৭, ৮৮, চিন, চিহ্ন, বৈশিষ্ট্য,=লক্ষণ।
লক্ষ্মি ৩২, ৩৩, ৩৫, ৪০, ৫৭, ৬৯, ৭২, ৮০, ৮৯, ৯১, ৯২, লক্ষ্মী দ্রঃ।
লক্ষ্মী ৮৮, ধন-দৌলতৰ দেৱী, বিষ্ণুৰ পত্নী।
লাকুতি ৯৩, লাখুটি।
লাগনিয়ৰি ৮৫, ভেষজ গুণ বিশিষ্ট গছ।
লাগা ১৭, লগত লাগি অহা।
লাৱন্য ৩২, লাৱণী, কোমল,=লাৱণ্য।
লুটা ২৫, লুটিফুৰা; ঘূৰিফুৰা; বলেৰে নিয়া কাৰ্য্য।
লেব্‌লেবোৱা ২৩, অনর্থক ভাবে কথা কৈ থকা কাৰ্য্য, কেপ্‌কেপা, লপ্‌লপা।
লোচনে হৰিবা ভাগ ৭৫, দ্বা-কইনাৰ চকুৰ সমষ্টিৰে অর্থাৎ ২+২=৪ৰে হৰণ কৰিবা।
লোন ৩০, ৩১, ৩৫, ৮১, ৮২, ৮৪, নিমখ।
লোৱাচুৰ ৮৩, কমাৰ শালত লো তপতাওতে বাহিৰ হোৱা অপৰকাৰী ভাগ; লোৰ গুড়ি, লৌহ-চুর্ণ।

## ৱ

ৱাৰ্ত্তকি ৩, বেঙেনা।

## শ

শনি ৫৬, ৬৭—৭৩, ভানুতনুজা দ্রঃ।
শনৈচ্চৰ ৭৭, শনৈ শনৈ চৰতি, শনিগ্রহ।
শৰণ ৮০, শৰণ, শ্ৰৱনা, ধনিষ্ঠা, শতভিষা, পূৰ্বভাদ্ৰপদ, উত্তৰ ভাদ্ৰ-পদ আৰু ৰেৱতী—এই ছয়টা নক্ষত্ৰ যুক্ত দিনক শৰণ বোলে। এই কেইদিনত ঘৰৰ বাবে বাঁহ, কাঠ আদি কটা অনুচিত।
শাস্ত্ৰবেত্তা ৭০, শাস্ত্ৰ পাৰঙ্গম, শাস্ত্ৰজ্ঞ।
শুক্র ৬১, ৬২, ৬৪—৭৪, ভাৰ্গৱ দ্রঃ।
শুল ৮২, পেটৰ বিষাদি ব্যাধি,=শূল (colic)।
শ্ৰৱণা ৫৩, অশ্বিনী প্ৰভৃতি নক্ষত্ৰৰ অন্তৰ্গত দ্বাবিংশ নক্ষত্ৰ, অধিপতি হৰি।
শ্ৰাবন ১১, শাওণ মাহ।
শ্ৰী ৪০, সম্পত্তি, ধন-দৌলত।
শ্ৰেষ্ট ৫, শ্ৰেষ্ঠ।

## স

সংক্ৰমণ ৭৪, গতি, সূৰ্য্যাদি নৱগ্ৰহৰ অন্য ৰাশিত প্ৰৱেশ কৰা কাৰ্য্য।
সংসয় ৯, ৬৭, সংশয়, সন্দেহ।
সংহৰি ৮, সংবৰণ কৰি; নিশ্চয়কৈ, ভাঙি-পাতি।
সক ৭৪, মবাশক, শম্বুক।

সূজা ৫৫, সূৰ্য্য, আদিত্য দ্ৰঃ,<সূৰ্য্য> সূজ্ জ্ > সূজ+আ।

সুঝিগ্ৰা ৭, জানি বুজি।

সুঠানি ১৯, কমনীয়তা, সুগঠিত ভঙ্গিমা, সুঠাম।

সুঠি ২, ব'দত শুকাই লোৱা 'গোবৰ—', শুঁঠি।

সুণ্ঠী/সুণ্ঠি ৮১, ৮৩, শুকান আদা শুঁঠ, =শুণ্ঠী, শুঁঠি।

সুণ্টি ৪৬,=শুঁড়ী, শুৰী<শুণ্ডী।

সুত ৫৫, পুত্ৰ, পো।

সুতবনি ২০, প্ৰবোধ, সান্ত্বনা,=সুতনি।

সুতিকা ৩, ৪, সদ্য প্ৰসূতা নাৰী, নৱ প্ৰসূতা নাৰী,=সূতিকা, সূতা।

সুদেস ৬৬, সুস্বাস্থ্য, জন্মকুণ্ডলীৰ লগ্ন স্থানৰপৰা পঞ্চম ঘৰত বুধ থাকিলে সুস্বাস্থ্য লাভ হয়।

সুদ্ৰ ৫, ১০, শূদ্ৰ।

সুদ্ধ ২৪, ৩২, ৬৪ শুদ্ধ, পবিত্ৰ।

সুদ্ধি ৮৪, শুচি।

সুন ৪৯, ৯৩, শুন।

সুনা ৮, কাণ বাগৰা, '-কথা'।

সুনি ৩৪, ৩৬, ৩৯, ৭৭, শুনি।

সুন্দৰি ৭০, ৭৬, সুন্দৰী।

সুধা মূণ্ডে ৮৭, শুদা মূৰেৰে, মূৰত কাপোৰ নোলোৱাকৈ।

সুন্য ৪১, ৭৪, শূন্য।

সুভ ৫৪, ৭৯, শুভ।

সুৱাইৰ ৩, শুৱাব।

সুৰা ১৬, মদ, ফটিকা, লাওপানী, জুমাইগ্না, জু, চু, হাবলং, মধু, সাজপানী।

সূৰ্য্য ৪, ৮, ১৩, ৩৩, ৫৩, ৬৩, ৬৫, ৭০, ৭১, সূৰ্য্য, আদিত্য দ্ৰঃ।

সূৰ্য্যপুত্ৰ ৬৯, শনি, সৌৰি, পঙ্গু, কাল, মন্দ, অসিত, পাতাঙ্গি, ভানুতনুজা দ্ৰঃ।

সূল ৬৮, ৬৯, শুল দ্ৰঃ।

সুল ৯০, দুখ, ব্যথা,=শূল,'বিধো আ-'।

সুৱলি ৮০, সুৱলা; শুভ, মঙ্গলকৰ।

সেস ৪৪, শেষ, শেহ।

সেসে ৭৪, ৮১, শেষত, শেহত।

সৈতাৰি ৯৩, লগৰীয়া, সঙ্গী।

সোএ ৮৬, শয়ন কৰে,=শোৱে।

সোক ৬১, ৬৬, দুখ, বেজাৰ,=শোক।

সোকোতা ২৯, মৰাপাটৰ শুকান পাত, শুক্তা, সুক্তা,=শোকোতা।

সোন ৩৫, সোণ।

সোনা ৬, ৪৯, ৫১, সোণ।

সোভন ৫, ৪৯, ৫৯, ৬৮, সুন্দৰ, চকুত লগা, উত্তম,=শোভন।

সোম ৫৩, ৬৯, সোমবাৰ, ইন্দুবাসৰ, বিধুবাসৰ।

সোমান ৯২, সমান।

সোলা, ১৯, দাঁত সৰা মানুহ।

সোৱে ৮৫, শোৱে।

সোসন ৪৩, শোহা কাৰ্য্য, শোষণ।

স্তনৰস ৩, স্তনদুগ্ধ, মাতৃ দুগ্ধ, পিয়াহ।

স্থিত ১২, ঠিক নোহোৱা, নিৰ্ণয় কৰিব নোৱাৰা।

স্বধৰ্ম ৭১, নিজ ধৰ্ম।

স্বৰ্গ ৬৯, সুৰলোক দেৱ-পুৰী, দেৱতাৰ, পুৰী, ভুবঃলোক।

স্বৰ্ণ ৪৮, স্বৰ্ণ, সোণ, সোণা।

স্বস্ত ৬৬, ৬৭, শান্তি, সন্তুষ্টি,=স্বস্থ।

স্বাতি ৫৩, অশ্বিনী আদি নক্ষত্ৰৰ অন্তৰ্গত পঞ্চদশ নক্ষত্ৰ =স্বাতী। অধিপতি পবন।

স্বামি ১০, ৩২—৩৫, ৩৭, ৩৯, ৪১, ৪৭, ৮৮, ৯১, ৯২, প্ৰভু, গৰাকী, পতি, =স্বামী।

স্বাস ২৯, উশাহ,=শ্বাস।

স্মৰন ২৩, স্মৰণ।

শ্যাম ৮৯, দূবৰীৰ দল বা পাহিৰ দৰে ৰং বিশিষ্ট,=শ্যাম।

## হ

হস্তি ৭৩, ধ্বংস হয়, √হন্ +লট্ তি।

হয় ৬৪, ঘোঁৰা, অশ্ব, ঘোটক।

হৰাই ৪৫, ৭২, ৭৩, হেৰায়, নষ্ট হয়।

হৰি ২৩, মায়া-মমতা হৰণকাৰী; বিষ্ণু, শিৱ; ব্ৰহ্মা; ইন্দ্ৰ; অগ্নি; সূৰ্য্য; চন্দ্ৰ; বায়ু; কৃষ্ণ।

হৰিতকি ৮১, ৮২, শিলিখা।

হৰিন ৪৬, হৰিণ।

হৰ্ষ ৬৪, আনন্দ, সুখ, আমোদ।

হস্তা ৫৩, সপ্তবিংশতি নক্ষত্ৰান্তৰ্গত ত্ৰয়োদশ নক্ষত্ৰ; হস্তাকাৰ আৰু পঞ্চতাৰকাযুক্ত নক্ষত্ৰ। অধিপতি গ্ৰহ দিবাকৰ।

হস্তি ৫৮, ৬২, ৬৪, ৭০, হাতী,—হস্তী।

হাতকত ৫০, একহাত আঁতৰে আঁতৰে।

হাতি পিপলি ৮২, এবিধ ডাঙৰ পিপলী, =হাতী পিপলী।

হাথি ৪৪, হাতী, হস্তী।

হাদিৰমেন ৯১, ঘৰুৱা কথা বতৰা, নিজৰ পৰিয়ালৰ মাজত হোৱা কথা-বতৰা? হাটীৰ মেল?

হান ৯০, হেন, যেন, নিচিনা।

হাপামুখি ৯০, হেপাৰ মুখৰ দৰে বহল মুখৰ তিৰোতা, খদামুখী, ফেঁচামুখী।

হাৰাসাস্তি ৭৬, বৰ দুখ-কষ্ট পোৱা, হায়ৰাণ,=হাৰাশাস্তি।

হাৰি ৯০, মাটিৰ পাত্ৰ, চৰু, মলা ইত্যাদি,<ভাণ্ড+ইকা>হণ্ডিকা>হাড়ী।

হালোৱা ৫২, হালবোৱা মানুহ, <হাল +বাহক।

হিৰা ৬, ৪৯, হীৰা; মহামূল্যবান ধাতু।

হুই ৩৪, হৈ।

হুতাসন ৫৪, অগ্নি, জুই,=হুতাশন।

হেকেৰাদাতি ৯১, উচলা দাঁতী, উজলা দাঁতী, দঁতুৱনী।

হেলা ৫৯, অৱহেলা, [illegible], উভৈয়া ভাৱ।

## ক্ষ

ক্ষন ৭৭, শুভ মুহূৰ্ত,=ক্ষণ।

ক্ষয় ৬৭, হ্ৰাস; ধ্বংস।
তপত্তাই ঘন কৰা গাখীৰ,=ক্ষীৰ।
ক্ষাতি ৫৫, খ্যাতি।
ক্ষুত ৭১, ক্ষুধা, ভোক।
ক্ষিতিসুত ৫৫, মঙ্গল, কুঁজ, ভৌম,
ক্ষুধা ৮১, ক্ষুত দ্ৰঃ।
ভূমিজ, বক্ৰ, আৰ,=ক্ষিতিসুত,
ক্ষেত্ৰিয় ৫, চাৰিবৰ্ণৰ অন্যতম; যুঁজাক,
মঙ্গল দ্ৰঃ।
=ক্ষত্ৰিয়।
ক্ষিৰ ১১, এঁৰা গাখীৰ, ফুটীয়া গাখীৰ,
ক্ষৌৰ ২৪, খুৰোৱা কাৰ্য্য।

—০—

## গঃ কেইটিমান প্ৰবচনৰ সৰল ব্যাখ্যা

(১) ঔলচ বাৰো মঙ্গল্য কৰি। সূৰ্য্যক দেখাইবা নয়ন ভৰি। (পৃঃ ৪)

অশৌচ যোৱাৰ পিছত মাঙ্গলিক কাৰ্য্যাদি সম্পন্ন কৰি নৱ জাতকক বাহিৰলৈ আনি সূৰ্য্যক দেখুৱাব লাগে (সূৰ্য্যশুদ্ধি)।

(২) সিজনে পাৰে জদি ইন্দ্ৰিয় জিনিত। তেবে বিন্ধ্যাগিৰি পাৰে সাগোৰ তৰিত। (পৃঃ ৪)

যিজনে দধি-দুগ্ধ আৰু শালি ধানৰ অন্ন ভোজন কৰে আৰু তেওঁ যদি নিজৰ ইন্দ্ৰিয়াদিক দমন কৰিব পাৰে তেন্তে তেওঁ অনায়াসে বিন্ধ্য পৰ্বত আৰু সাগৰ অতিক্ৰম কৰিব পাৰে অৰ্থাৎ দুস্কৰ কাৰ্য্যত সিদ্ধি লাভ কৰিব পাৰে।

(৩) ভেদ দণ্ড সাম দান। চাৰি কপে ন্যায়ক জান। (পৃঃ ১০)

ন্যায়ৰ মূল ভিত্তি ভেদ অৰ্থাৎ শত্ৰুবশীকৰণৰ উপায়, দণ্ড অৰ্থাৎ শাস্তি, শিক্ষা, দমন আৰু শাসন, সম অৰ্থাৎ সন্ধি আৰু দান অৰ্থাৎ ত্যাগ-বিসৰ্জন।

(৪) যেবে চাসি জস বখানে আনে। তেবেসে গৃহস্ত আটি খাই ধানে। (পৃঃ ১১/১২)

সেইজনেই যশস্বী ব্যক্তি যাৰ যশ আনে প্ৰশংসা কৰে আৰু সেই জনেই প্ৰকৃত গৃহস্থ যিজনে ঘৰৰ ধানেৰে বছৰটো খাব পাৰে।

(৫) সৰ্ব্ব গুনিয়াক ভাতে নাটে। দুষ্ট পুত্ৰ জাৰ নিতে কান্দে॥ (পৃঃ১২)

সৰ্ব গুণ যুক্ত লোকক অৰ্থাৎ সৰ্ব গুণীয়াক কোনো দিনে ভাতে নাটে আৰু যি মাক-বাপেকৰ পুত্ৰ দুষ্ট তেওঁলোকে সদায় চকুলো টুকিব লগা হয়।

(৬) অপোচ পাত্ৰ নোহে ভাল। দন্ত খসিলে কিসৰ গিত্তাল॥ (পৃঃ ১২)

যি বিষয়া বা মন্ত্ৰীয়ে শুধি মেলি প্ৰশাসনীয় কাম নকৰে তেওঁক ভাল

বুলিব নোৱাৰি। যেনেদৰে দাঁত সৰাজন কেতিয়াও গীতাল অৰ্থাৎ গায়ক হ'ব নোৱাৰে।

(৭) বোলন্ত ভাকে পাচো বিড়ম্বনা। (পৃঃ ১৩)।

যি বাৰুনী ঘৰত ভাত বন্ধাৰ সময়ত পটাত মচলা বটাৰ শব্দ নহয়, স্নানৰ পিছত বিজনে ফোটা নলয়, শীত কালত গাত লবলৈ যাৰ কাপোৰ নাই, অস্ত্র-শস্ত্র নোহোৱাকৈ যুঁজ কৰিবলৈ যোৱা কাৰ্য আৰু যজ্ঞৰ সমাপ্তিত দক্ষিণা নোহোৱা—এই পাঁচোবিধ কাৰ্য্যই বিড়ম্বনা মাথোন।

(৮) জুইক দৃষ্টি সূৰ্য্যক পিঠি। কৰাই মুঠি মাহ গুটি ॥ (পৃঃ ১৩)

জুই পুৱাব লাগে জুইকুৰা সন্মুখত ৰাখি, সূৰ্য্যৰ ফালে পিঠি দি ৰ'দ লব লাগে। মুঠি মাৰি কৰাই খাব লাগে আৰু মাহৰ চেই এটি এটিকৈ খাব লাগে। সংস্কৃতত এনে ধৰণৰ এটি শ্লোক পোৱা যায়;

"পৃষ্ঠেন সেবয়েৎ অৰ্কং জঠৰেণ হুতাশনম্।
স্বামীনং সৰ্বভাবেন সেবয়েৎ পৰলোকমাশায়াম্॥

(৯) সবলে নিৰ্ব্বলে বিহৰ নিয়া। পাচে পঞ্চ'সে বিহৰ বিয়া॥ (পৃঃ ১৫)

বলী আৰু নিৰ্বলীৰ মাজত সম্পৰ্ক নিষ্ফল। পঞ্চাচ বছৰীয়া দৰাৰ লগত পাঁচ বছৰীয়া কন্যাৰ বিয়াও সেইদৰে নিষ্ফল।

(১০) নিধনি ককা বেঙেনা পকা। দৰিদ্ৰৰ সোদৰ ভাই। (পৃঃ ১৬)

দুখীয়া ককাই (বা ককা/আতা), পকা বেঙেনা আৰু দৰিদ্ৰ জনৰ সহোদৰ ভাইৰো কোনো মূল্য নাই।

(১১) কেসৰি নষ্ট গেল টিপচিক পুসি। মাচুহ নষ্ট গেল অন্যোন্যে দুসি॥ (পৃঃ ২০)।

পোহনীয়া টিপচি চৰাই এটিয়ে সিংহক বিপদত পেলাইছিল, মাচুহেও পৰস্পৰে পৰস্পৰক দোষাৰোপ কৰি বিপদত পৰে।

(১২) মহ বামুন বৰা। পানি নাপালে তিনিও মৰা॥ চাগ চাএ চাই। বকসন হলে তিনিকো নাপাই॥ (পৃঃ ২৫)

ম'হ, বামুণ আৰু গাহৰি এই তিনিৰ বাবে পানী অপৰিহাৰ্য্য। বৰযুণ দি থকা অৱস্থাত ছাগলি, চাঁ আৰু ছাই বাহিৰত পোৱা নাযায়।

(১৩) আসাঢ়ৰ নৱমী শুক্লপক্ষত। যদি বৰিসে ভুমি তলত॥
হাল ভুল বেচি চিঞ্চিয়ো দেৱ। বাজ গৃহত কৰিয়ো সেৱ॥ (পৃঃ ৪৩)

আহাৰ মাহৰ শুক্ল পক্ষৰ নৱমী তিথিত বৰষুণ হলে সেই বছৰত খেতি-বাতি নহয়। গতিকে খেতিৰ আশা এৰি ৰাজসেৱা কৰা উচিত।

(১৪) চৈত্ৰৰ চতুৰ্দ্দশী যদি সমতুল। ডাকে বোলে বৰ্ষা হোৱে বহুল ॥ ( পৃঃ ৪৪ )

যি বছৰত চ'ত মাহত দুটা চতুৰ্দ্দশী তিথি পৰে সেই বছৰত বৰকৈ বৰষুণ হয়।

(১৫) তিথি বৃদ্ধিয়ে সস্যক নাসে। ঋক্ষ বৃদ্ধিয়ে তিল নাসে ॥ ( পৃঃ ৪৪ )

যি বছৰৰ কোনো এটি মাহত তিথিৰ সংখ্যা বেছি হয় সেই বছৰত খেতি-বাতি নষ্ট হয়। আকৌ তেনেদৰে নক্ষত্ৰৰ বৃদ্ধিয়ে তিলৰ খেতি নষ্ট কৰে।

(১৬) উদয়ে সিন্দুৰ পচিমে কালা। তেবে জানা বহু বাৰিসাৰ মালা ॥
( পৃঃ ৪৫ )

যি বছৰত সেন্দুৰৰ দৰে ৰঙা হৈ সূৰ্য্য উদয় হয় আৰু পাটত বহাৰ সময়ত ক'লা হয়—সেই বছৰত দুৰ্ঘোৰ বাৰিষা হয়।

(১৭) ধনু মিন কন্যা তৰনিৰ বাস। হাথি ঘোড়া গৰু মানুহ নাস ॥
( পৃঃ ৪৫ )

যি বছৰত ধনু, মীন আৰু কন্যা ৰাশিত আদিত্য থাকে সেই বছৰত হাতী, ঘোঁৰা, গৰু, মানুহ আদি মৰি দেশত হাহাকাৰৰ সৃষ্টি কৰে।

(১৮) তুলা কৰ্কট মেষ মকৰ। এই চাৰি ৰাশি গ্ৰহৰ সাগৰ ॥ (পৃঃ ৪৫)

জন্ম কুণ্ডলীৰ তুলা, কৰ্কট, মেষ আৰু মকৰ ৰাশিক গ্ৰহৰ সাগৰ বোলে। চাৰি সাগৰ দ্ৰঃ।

(১৯) শুক্ৰ গুৰু চান্দ বাৰক চাই। পঞ্চ ৰেখা আগে কৰিব জাই ॥ (পৃ. ৪৮)

শুক্ৰবাৰ, বৃহস্পতিবাৰ আৰু সোমবাৰ প্ৰথম হল কৰ্ষণৰ বাবে প্ৰশস্ত দিন।

(২০) সাতে পাতাল পাচে ঘন। চয়ে তামোল নন্দন বন্দন ॥ ( পৃ ৫১)

সাত হাতৰ আঁতৰে আঁতৰে তামোল ৰোপণ কৰিলে পাতল হয় আৰু পাঁচ হাতৰ আঁতৰে আঁতৰে তামোল ৰোলে ঘন হয়। ছয় হাতৰ আঁতৰে আঁতৰে তামোল ৰোৱা উচিত।

(২১) ঘন সৰিয়হ পাতাল মাহ। আৱৰণ দি দিয়া কপাহ ॥ ( পৃঃ ৫১ )

সৰিয়হ ঘনকৈ আৰু মাহ পাতলকৈ সিঁচিব লাগে। কপাহ খেতিত লাগে ছাঁ।

(২২) সিত সৰিষা মিতত মাহ। গণ্ডত তামোল সবনত মাহ ॥ পৃঃ ৫১

একাদশী, দ্বাদশী, ত্রয়োদশী, চতুৰ্দশী আৰু আঠমীত শবিবহ যোৱা উচিত। পঞ্চমী, সপ্তমী, অষ্টমী, নৱমী আৰু দশমী তিথিত ম'হ বোৱা শ্ৰেয়। পশু যোগত (পশুত্ৰয়ঃ) তামোল বোৰ নালাগে আৰু শ্ৰৱণত (শ্ৰৱন ত্ৰয়ঃ) বাঁহ কাটিব নালাগে।

(২৩) ভাদ্ৰৰ চাৰি আহিনৰ চাৰি। ম'হ বুৱা ঘিয়'ন পাৰি। (পৃঃ ৫১)

ভাদ মাহৰ শেষৰ চাৰিদিন আৰু আহিন ম'হৰ প্ৰথম চাৰিদিন এই আঠ দিন মাহ বোৱাৰ বাবে প্ৰশস্ত।

(২৪) পুবে ৰবি পশ্চিমে ছায়া। সেইহিনে শস্যৰ অমৰ কায়া॥ (পৃঃ ৫২)

খেতি-পথাৰৰ পূবফা'ল মুকলি আৰু পশ্চিম ফালে গছ গছনি থকা উচিত।

(২৫) তুঙ্গ সুতুঙ্গ কৰ বিচাৰ। যোগাযোগক কৰ পৰিহাৰ॥ (পৃঃ ৫৪)

জাতকৰ ভাগ্য, শুভ যোগ বা অশুভ যোগৰ ওপৰত নিৰ্ভৰ নকৰে, নিৰ্ভৰ কৰে তুঙ্গ আৰু সুতুঙ্গৰ ওপৰতহে।

(২৬) সাতে আঠে খোৰা কুজা। তাতে থাকে ভূমি তনুজা॥

চতুৰ্থে পঞ্চমে থাকে কুজা। তাহাৰ কুষ্ঠি বিফল বুঝা॥

যদি জাতকৰ জন্মকুণ্ডলীৰ লগ্ন স্থানৰ পৰা সপ্তম স্থানত শনি, অষ্টম স্থানত মঙ্গল আৰু এই দুই স্থানৰ যিকোনো এটাত আৰু চতুৰ্থ বা পঞ্চম স্থানত মঙ্গল থাকে তেনেহলে সেই কোষ্ঠী হয় নিৰৰ্থক।

(২৭) দুই দিগি কুগ্ৰহ মাজত লগ্ন। তাহাৰ কোষ্টি ছেদ যোগ॥ (পৃঃ ৫৪)

লগ্নৰ সোঁৱে-বাঁৱে কুগ্ৰহ থাকিলে সেইখন নিশ্চিত ভাবে অশুভ কোষ্ঠী।

(২৮) কুজাৰ ঘৰে ৰবিৰ বাস। অনেক ধনক কৰে নাস॥ (পৃঃ ৫৪)

মঙ্গলৰ ঘৰ মেষ আৰু বৃশ্চিক। এই দুটা ঘৰত ৰবি অৰ্থাৎ আদিত্য থাকিলে জাতকৰ অনেক ধন-সম্পত্তি নাশ হয়।

(২৯) লগ্নে কুজা লগ্নে সুজা। তাতে থাকে ভানু তনুজা॥

সপ্তমে যদি খোৰাক পাই। ষষ্ঠ দিনে পিতা মৰিয়া জাই॥ (পৃঃ ৫৫)

জাতকৰ জন্ম কুণ্ডলীৰ লগ্নত যদি মঙ্গল অথবা আদিত্য থাকে আৰু তাতে যদি শনি গ্ৰহ থাকে তেনেহলে জাতকৰ অমঙ্গল হয়। লগ্নৰ সপ্তম ৰাশিত যদি শনি গ্ৰহ থাকে তেন্তে জন্মৰ ষষ্ঠ দিনত জাতকৰ মৃত্যু নিশ্চিত।

(৩০) ৰিপু নিধনত থাকে চান্দ। শিশু কালতে পাতয় ফান্দ॥ (৫৬)

ৰিপু স্থান অৰ্থাৎ বৃষ ৰাশিত চন্দ্ৰ থাকিলে জাতকে শিশু কালৰে পৰা শত্ৰুক ধৰিবলৈ ফান্দ পাতিবলৈ সক্ষম হয়।

(৩১) মেষত ৰবি চন্দ্ৰ নিজ ঘৰে। কুম্ভত খোড়া বশিষ্ঠ নৰে ॥ (পৃঃ ৫৬)

মেষ ৰাশিত ৰবি থাকিলে, চন্দ্ৰ নিজ ঘৰত অৰ্থাৎ কৰ্কটত থাকিলে আৰু কুম্ভ ৰাশিত শনি থাকলে জাতক ক্ষমতাশালী হয়।

(৩২) মকৰে মঙ্গল লগ্নে লহিত। দোলা চন্দ্ৰ মিলাই বিত্ত ॥ (পৃঃ ৫৭)

লগ্নৰ লৈতে মঙ্গল গ্ৰহ যদি মকৰ ৰাশিত থাকে তেনেহলে জাতক ৰাজ-তুল্য আৰু বিত্তশালী হয়।

(৩৩) মেষত চান্দ সাগৰে লগ্ন। অসেস দোষক কৰয় ভগ্ন ॥ (পৃঃ ৫৭)

মেষত চন্দ্ৰ গ্ৰহ থাকিলে আৰু তুলা বা মকৰ বা কৰ্কট ৰাশিৰ যিকোনো এটা ৰাশিত লগ্ন থাকিলে জাতকৰ অনেক অশুভযোগ নষ্ট কৰে।

(৩৪) চাৰি সাগৰে গ্ৰহৰ যোগ। আচে কোষ্ঠিত নৰপতি যোগ ॥ (পৃঃ ৫৭)

চাৰি সাগৰত অৰ্থাৎ মেষ, কৰ্কট, তুলা আৰু মকৰ ৰাশিৰ প্ৰত্যেকতে গ্ৰহ থাকিলে জাতকৰ ৰাজযোগ সিদ্ধ হয়। (চাৰি সাগৰ দ্ৰঃ)

(৩৫) দুই ভিতি শুভ মধ্যত আৰু। হস্তিৰ বন্ধত দেখিবা তাক ॥ (পৃঃ ৫৮)

যাৰ জন্মকুণ্ডলীত আদিত্যৰ সোঁৱে-বাৱে শুভ গ্ৰহ থাকে তেওঁ সন্মান লাভ কৰে।

(৩৬) জন্ম লগ্ন যাত্ৰা জোড়া। বৰাহ মিহিৰে নাপালে ওৰা ॥ (পৃঃ ৫৯)

জন্ম, লগ্ন, যাত্ৰা আৰু বিবাহাদিৰ যোৰাৰ ক্ষেত্ৰত খাটাং সিদ্ধান্ত দিব নোৱাৰি কাৰণ স্বয়ং বৰাহ মিহিৰেও এই বিষয়ে নিশ্চিত সিদ্ধান্তত উপনীত হ'ব পৰা নাই।

(৩৭) পক্ষ দেওবাৰ বিপক্ষ দিনে। সবক সগুনে নাখাই ঘিনে ॥ (পৃঃ ৭৩)

এটা মাহৰ দুটা পক্ষত (কৃষ্ণ+শুক্ল) যদি পাঁচোটা দেওবাৰ হয়—তেনেহলে সেই বছৰত মাৰি-মৰক হোৱা স্বাভাৱিক।

(৩৮) শনি মঙ্গল বক্ৰ যেবে। নৃপতিৰ পিড়া জাই তেবে ॥ (পৃঃ ৭৩)

যি বছৰত শনি আৰু মঙ্গল বক্ৰী হয়—সেই বছৰত ৰজা পীড়িত হয়।

(৩৯) বিসু জাই কানে কুজে। প্ৰজা মৰে আনা জুঝে ॥ (পৃঃ ৭৩)

যি বছৰত মাঘ বিহু অথবা বহাগ-বিহু শুক্ৰবাৰ বা মঙ্গলবাৰে পৰে সেই বছৰত প্ৰজাসকল অনাযুঁজত মৰে।

(৪০) তিনি একাদসি বিপক্ষে পাই। সক সগুনে পাৰেমানে খাই ॥ (পৃঃ ৭৪)

যি বছৰৰ যি মাহত দুটা পক্ষত (অৰ্থাৎ শুক্ল আৰু কৃষ্ণ) তিনিটা একাদশী তিথি পৰে, সেই বছৰত দেশত মাৰি-মৰকে দেখা দিয়ে।

(৪১) অক্ষৰ দুগুন মাত্রা চাৰি। নাম থিৰ কৰি পুৰুষ নাৰি॥
লোচনে হৰিবা ভাগ। বিৰন মৰন পাইবা লাগ॥
সুন্যে এক মৰে পতি। দুই পাইলে মৰে যুবতি॥
তিনি পাইলে উভয়ৰ মৰন। ডাকৰ এই নিশ্চয় বচন॥ (পৃঃ ৭৫)

স্বামী-স্ত্ৰীৰ মাজত কাৰ আগে মৃত্যু হ'ব তাক জানিবলৈ স্বামী-স্ত্ৰী উভয়ৰে নামৰ অক্ষৰ যোগ কৰি তাক দ্বিগুন কৰি উভয়ৰে নামৰ মাত্রা সংখ্যাক চাৰিগুণ কৰি দুয়োটা অঙ্ক যোগ কৰি যোগফলক লোচনেৰে (২+২) অৰ্থাৎ চাৰিৰে হৰণ কৰিব লাগে। ০, ১ বাকী থাকিলে স্বামীৰ মৃত্যু, ২ বাকী থাকিলে পত্নী আৰু ৩ বাকী থাকিলে উভয়ৰে মৃত্যু হয়।

এটা উদাহৰণ :

ধৰা হওক স্বামীৰ নাম : ৰমাকান্ত, স্ত্ৰীৰ নাম উৰ্মিলা।

অক্ষৰ সংখ্যা = ৪ + ৩ = ৭ × ২ = ১৪
মাত্রা সংখ্যা = আ + আ + উ + ই + আ = ৫ × ৪ = ২০
মুঠ— ৩৪

এতিয়া,

৩৪ ÷ ৪ = ৮, বাকী ২, গতিকে স্বামীৰ পূৰ্বে স্ত্ৰীৰ মৃত্যু হব।

(৪২) ফাল্গুনৰ শেষে চৈত্র প্রবেসে। জেই জেই হোৱে বাৰ॥
আকে খৰলিয়া সনিয়ে কগিয়া। মঙ্গলে ধুলি আন্ধাৰ॥
সোমে বহু জল। কৃষিৰ নিষ্ফল॥
বুধ বৃহস্পতি শুক্রবাৰ। মেদনি নসহে শস্যৰ ভাৰ॥ (পৃঃ ৭৪)

ফাগুন আৰু চ'ত মাহৰ সংক্রান্তি অনুষ্ঠিত হোৱা বিভিন্ন বাৰৰ ফল: দেওবাৰ—খৰ, শনি—বেমাৰ-ব্যাধি, মঙ্গল—ধুলিৰ বতাহ, সোম—বৰ্ষা আৰু বৃষ্টিৰ প্রাবল্যৰ ফলত খেতি-বাতিৰ ক্ষতি, বুধ-বৃহস্পতি আৰু শুক্রবাৰ—শস্য বৃদ্ধি।

(৪৩) পুবে শনৈচ্ছুৰ পাতিলা ফান্দ। অগ্নি দিসক বান্ধিলা চান্দ॥
দক্ষিন দিসক বান্ধিলা বুধে। নৈঋতে শুক্র মৰন সাধে।
পচিমে আকা বায়ব্যে সুকা। উত্তৰে মঙ্গল কৰিবা সঙ্কা।
আট দিসৰ কষ্ট বহু। ইসান দিসক বান্ধিলা ৰাহু॥ (পৃঃ ৭৭)

শনিবাৰে পুব দিশে যাত্রা কৰা নিষেধ। সোমবাৰে অগ্নি দিশ অভিমুখে যাত্রা কৰা অনুচিত। বুধবাৰে দক্ষিণ দিশৰ ফালে, বৃহস্পতিবাৰে নৈঋত

দিশে, শুক্রবারে পশ্চিম ফালে আ.ক শুক্রবারে বায়ু দিশর অভিমুখে যাত্রা করা নিষেধ। মঙ্গলবারে উত্তর দিশে যাত্রা করা অনুচিত। ঈশান দিশত রাহুরে নানা বিপদ-বিঘিনি পাতে।

দিশাধিপতি গ্রহ ঃ

| দিশ | | আধিপাতগ্রহ |
|---|---|---|
| পূব | — | রবি |
| অগ্নি | — | শুক্র |
| দক্ষিণ | — | মঙ্গল |
| নৈঋত | — | রাহু |
| পশ্চিম | — | শনি |
| বায়ু | — | চন্দ্র |
| উত্তর | — | বুধ |
| ঈশান | — | বৃহস্পতি |

( চিত্র ৩ )

নিষিদ্ধ যাত্রা ঃ

| বার | | নিষিদ্ধ দিশ |
|---|---|---|
| রবিবার | — | পশ্চিম |
| সোম | — | অগ্নি |
| মঙ্গল | — | উত্তর |
| বুধ | — | দক্ষিণ |
| বৃহস্পতি | — | নৈঋত |
| শুক্র | — | বায়ু |
| শনি | — | পূব |

ঈশান দিশত রাহুরে নানা বিপদ-বিঘিনি পাতে।

( চিত্র ৪ )

# ডাক-প্ৰবচন

## গ· অধিসমীক্ষা

### ৬ম অধ্যায়

**অসম আৰু ভাৰতৰ বিভিন্ন প্ৰান্তত প্ৰচলিত ডাকৰ পৰম্পৰা**

ডাকৰ বচন অথবা ডাক-প্ৰবচন আৰু তাদৃশ প্ৰবচন অসমৰ বাহিৰেও ভাৰতৰ বিভিন্ন প্ৰান্তৰ লোকসমাজত প্ৰচলিত। ডাকৰ বচন অথবা ডাক প্ৰবচন বোৰ বা সেই জাতীয় প্ৰবচনবোৰ ডাক, খনা, ডঙ্ক, ঘাঘ, ভড্ডৰ, ভড্ডৰী আদি ব্যক্তিৰ নামত জড়িত। কোনো কোনোৱে আকৌ 'ডাকাৰ্ণৱ' গ্ৰন্থৰ লগত ডাক প্ৰবচনবোৰৰ সম্পৰ্ক স্থাপন কৰিবলৈ বিচাৰে। কোনোৱে আকৌ ডাক-প্ৰবচনবোৰৰ মূল গ্ৰন্থ ৰূপে উক্ত গ্ৰন্থ খনলৈ আঙুলিয়ায়।[১] কিন্তু 'ডাকাৰ্ণৱ' গ্ৰন্থৰ বিষয়বস্তু (theme), প্ৰসঙ্গ (Context) আৰু আদৰ্শৰ লগত ডাক-প্ৰবচনৰ কোনো সাদৃশ্য বা মিল নাই। বৌদ্ধ সহজীয়াৰ সাধন তত্ত্ব সম্বন্ধীয় আলোচনাই 'ডাকাৰ্ণৱ'ৰ বিষয়বস্তু। পটল বিভাজন, যন্ত্ৰচক্ৰ, মুদ্ৰা, ষড়চক্ৰ, ঈড়া-পিঙ্গলা-সুষুম্না আদিৰ বৰ্ণনাই গ্ৰন্থ খনিক তান্ত্ৰিক গ্ৰন্থ ৰূপে প্ৰতিপন্ন নকৰাকৈ থকা নাই।

বুদ্ধজ্ঞান, বুধিসত্ত্ব জ্ঞান আদিৰ জ্ঞান দিবৰ বাবেই ৰচিত হৈছে 'ডাকাৰ্ণৱ' গ্ৰন্থ। যেনে :

"নানাগমতন্ত্ৰেষু চৰ্য্যাতন্ত্ৰ বিচাৰয়েৎ।
বিচাৰ্য্যমানয়া যুক্তি সা যুক্তি গৰীয়সী মম॥
চিত্তং তৎপদগন্তশ্চ কথিতং কৰ্ণমূলকে।
শিষ্যায় গুৰবে হস্ত্ৰ ধাৰিতা গৌৰবায় তু।
অন্যযুক্তিৰ্ণ মে হস্তি মন্ত্ৰযুগেষু জন্তবে।
অল্পবুদ্ধিৰল্পপুণ্যো কোটকাকলিযোগকে॥

১. দেৱেন্দ্ৰনাথ বেজবৰুৱা : অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী, পৃঃ ৬৫

তস্মাৎ পুণ্যবননাস্তু জ্ঞানং বুদ্ধগোচৰং।
দীৰ্ঘকালতো ককণাং সেৱয়ন্তি হ্যকল্পিতাং ॥
পুণ্যেষু সংখ্যা কৰ্তুং কঃ পুনজ্জ্ঞানবাচকং।
কঃ বুদ্ধং ক বোধিসত্ত্বং বিশেষং নাত্ৰ বিদ্যতে ॥
বস্তুবোধনাদ্ বুদ্ধোঽহস্তদ্ বস্তু বোধিসত্ত্বকং ॥[২]

সংস্কৃত পাঠৰ মাজে মাজে অপভ্ৰংশত ৰচিত দোহাৱলীৰ সংযোজন 'ডাকাৰ্ণৱ' গ্ৰন্থৰ আন এটি বিশেষত্ব। এই দোহাৱলীৰ বিষয়বস্তুৰ লগত চৰ্য্যাৰ বিষয়-বস্তুৰ সাদৃশ্য নথকা নহয়। উদাহৰণ স্বৰূপে কেইটিমান দোহা উল্লেখ কৰা হ'ল :

পৰমান্দি জগু মহসুহ ভাই বিহৰহু জুইনি চকুকু সহাই।
অবিৰিবি মোহপগুলোঅ ন জাই সহজ সুন্দৰি লই মহসুহ ঠাই ॥
তিহুবন সযলহ জন বুদ্ধ সহাই ককণা জুবই বসহু সহাই।
আৰাজ তুমি পৰমাথু ন ভাবহু তে তুমি সহি বুদ্ধত্তু ন বাচহু অৰি ॥
অন্ত বহুজিঅ ভিন্নহু জানহু লোঅহু সব্‌ভট্টু উত্তৰণু পুৰহু অৰি ॥[৩]

ওপৰোল্লিখিত আলোচনাৰপৰা সহজে অনুমান কৰিব পাৰি যে, 'ডাকাৰ্ণৱ'ৰ লগত ডাক-প্ৰবচনৰ কোনো ধৰণৰ সম্পৰ্ক নাই।

কোনো কোনোৱে আকৌ অনুমান কৰে যে খ্ৰীঃ সপ্তম শতিকাত কাম-ৰূপেশ্বৰ ভাস্কৰ বৰ্মাই উত্তৰ ভাৰতৰ বিখ্যাত হিন্দু সম্ৰাট হৰ্ষবৰ্ধনলৈ হংস বেগৰ জৰিয়তে সাঁচি পাতত লিখা প্ৰবাদ-বচনৰ পুথি এখন উপহাৰ স্বৰূপে পঠিয়াইছিল।[৪] আৰু এই পুথিখনেই ডাক-প্ৰবচনৰ প্ৰটো ৰূপ। সন্দেহ নাই যে, এই পুথিখন সংস্কৃতত ৰচিত হৈছিল। গতিকে ভাস্কৰ বৰ্মাই উপহাৰ স্বৰূপে পঠোৱা সংস্কৃত-প্ৰবাদ গ্ৰন্থৰপৰা অসমীয়া, বঙলা, উড়িয়া, মৈথেলী, ভোজপুৰী আদি ভাষাত ডাক-প্ৰবচন ৰূপে প্ৰবহমান হোৱা কথাটো অনুমানহে কৰিব পাৰি, যুক্তিৰ ওপৰত প্ৰতিষ্ঠা কৰিব নোৱাৰি। দ্বিতীয়তে সাঁচিপতীয়া পুথি-খনৰ বিষয়বস্তু কি আছিল তাৰ নিৰাকৰণ যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত নোহোৱাকৈ

২. মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰী (সম্পা): হাজাৰ বছৰেৰ পুৰাণ বাঙ্গালা ভাষায় বৌদ্ধগান ও দোহা, পৃঃ ১৪৪-১৫৫

৩. উক্ত গ্ৰন্থ, পৃঃ ১৫৭

৪. সৰ্বেশ্বৰ বাৰুকুক (সম্পা): অসমীয়া প্ৰবাদ, ভূমিকা, পৃঃ ১

অৰ্থাৎ পুথিখনৰ বিষয়বস্তু বিশ্লেষণ নকৰাকৈ কব নোৱাৰি; কিন্তু পুথিখনৰ বিষয়বস্তু কি আছিল জানিবৰ উপায় নাই। গতিকে নৃপতি ভাস্কৰ বৰ্মাই উপ-ঢৌকন স্বৰূপে প্ৰেৰণ কৰা সাঁচিপতীয়া পুথিৰ লগত ডাক-প্ৰবচনৰ সংযোগ স্থাপন নকৰাই ভাল।

## (১) অসমত ডাকৰ পৰম্পৰা :

অসমীয়া পণ্ডিত সকলৰ মতে ডাক-প্ৰবচনৰ স্ৰষ্টা ডাকৰ জন্ম হৈছিল বৰপেটাৰ ওচৰৰ লেহিডঙৰা গাঁওত।[৫] ছপা ডাকৰ বচন মতে ডাক কুমাৰৰ ল'ৰা।[৬]

অন্যহাতে ডাকক ব্ৰাহ্মণৰ সন্তানো বোলা হৈছে।[৭]
ওপজিয়েই ডাক দিয়াৰ বাবে এওঁৰ নাম হয় ডাক।[৮]

বৰাহমিহিৰৰ লগত ডাকৰ জন্ম কাহিনী জৰিত। বৰাহমিহিৰৰ আশীৰ্বাদত ডাকৰ জন্ম হৈছিল। ডাকৰ মাতৃ আছিল নিঃসন্তান। বৰাহ মিহিৰ অতিথি স্বৰূপে ডাকৰ পিতৃ গৃহলৈ আহিল। ডাকৰ পিতাকৰ ছয়জন ককায়েক। তেওঁলোকৰ ল'ৰা-লুৰি আছে, কেৱল নাই ডাকৰ পিতৃৰ। ডাকৰ পিতৃৰ সৈতে ককায়েকহঁত গৈছিল ধান ৰখিবলৈ। ঘৰত সাতজনী বোৱাৰীৰ সৈতে আছে শাহুৱেক। তেনে অৱস্থাত অপৰিচিত অতিথি বৰাহমিহিৰক দেখি বুঢ়ীয়ে মাত লগালে :

'শাহু বোলে অতিথি বাপা। টং ৰাখিবা গৈছি সাতোটি আপা॥
ঘৰত নাই মুনিহ লোক। কেনেকৈ বাপা সুধিম তোক॥[৯]

বুঢ়ীয়ে কলে যে, ঘৰত মুনিহ মানুহ এজনো নাই, গতিকে তেওঁ অতিথি সুধিব নোৱাৰে। বৰাহমিহিৰে উপায়ন্তৰ হৈ কলে যে, তেওঁৰ বাবে চাউল-চকৰ প্ৰয়োজন নাই, কেৱল গুৰলৈ এমুঠি খেৰ পালেই হ'ল। বুঢ়ীয়েও মনে মনে চিন্তা কৰিলে বোলে: "গধূলিৰ অতিথি সাক্ষাৎ ঈশ্বৰ, অতিথি

৫. 'লোহ ডঙৰা ডাকৰ গাওঁ।' ডাক-প্ৰবচন, পৃঃ ১৪
৬. 'কুমাৰণী আই তুমি হোৱা পিতা।' হেমবৰ্ণ বৰ্মণ (সম্পা), পৃঃ ৩
৭. 'উত্তম ব্ৰাহ্মণ ঘৰে জনম ধৰিলা।' ডাক-প্ৰবচন, পৃঃ ১৬
৮. 'উপজিয়ে মাৰক দিলা ডাক। সেহিসে কাৰণে তাৰ নাম থৈলা ডাক', হেমৰথ বৰ্মণ (সম্পা): প্ৰা. গ্ৰঃ, পৃঃ ৪
৯. হেমৰথ বৰ্মণ, প্ৰা. গ্ৰঃ, পৃঃ ১

ছন্নধিনি কিহৰ ঘৰ।"[১০] ভাবি-চিন্তি বুঢ়ীয়ে লঁৰা-লুৰি মোহোৰা সক বোৱাৰীয়েকক নিৰ্দেশ দিলে—অতিথি-শুশ্ৰূষাৰ বাবে যাৱতীয় ব্যৱস্থা কৰিবলৈ, ঘৰৰ কাম-বন পিছে-পৰে কৰিলেও হ'ব; কিজানি অতিথিৰ কৃপাত নিঃসন্তানা বোৱাৰীয়ে চা-চলিৰ মুখ দেখেই:

শাহু বোলে সকজনী আই। তোৰ লগত একো চা-চলি নাই॥
ঘৰৰ কামক পাচে কৰ। অতিথি বাপাৰ আলধৰ॥
বেটাৰ কপালে নাহিকে পো। অতিথি পূজি চলি কোলাত লো॥[১১]

সক বোৱাৰীয়েকে অতিথি শুশ্ৰূষাৰ বাবে ছেগ চাই আছিল, শাহুৱেকৰ কথাত তেওঁৰ আপত্তি কৰিব লগীয়া আৰু কিটো থাকিব? তেওঁ 'অতিথি বপুৰা'ৰ আলপৈচান ধৰি সন্তানহীন ব্যৰ্থ জীৱনৰ কাকণ্য অতিথি বৰাহমিহিৰৰ ওচৰত ৰিবৰি কলে। সক বোৱাৰীয়েকৰ সেৱা-শুশ্ৰূষাত সন্তুষ্ট হৈ বৰাহ-মিহিৰে কলে: "পুত্ৰ এক হৈবে মোৰ সমসৰ।" বিহান পুৱাতে বৰাহমিহিৰে বিদায় ললে। জ্যোতিৰ্বিদ বৰাহমিহিৰৰ বৰত; 'সক বোৱাৰীয়েক'ৰ গৰ্ভ চন্দ্ৰ-কলাৰ দৰে দিনে দিনে বাঢ়ি দহ মাহত ভৰি দিলে। তেওঁৰ প্ৰসৱ বেদনা আৰম্ভ হ'ল। অৰ্ধ ৰাজ হৈ গৰ্ভস্থ সন্তানে বাহিৰত পোহৰ নেদেখি মাত লগালে:

অৰ্দ্ধৰাজ হুই মাক ডাক দিলা। পোহৰ নেদেখি অসন্তোষ ভৈলা॥
নাহিকে পোহৰ নাহিকে বাত্তি। পাত নাই পৰিলা মাটিত॥
মাৱক মাত্তিয়া বোলয় বচন। জুই ধৰিব কৰা যতন॥[১২]

ওচৰতে থকা দুই এজনী তিৰোতাই তুঁহ-জুই ফুকাবলৈ ধৰিলে। জুই পিৰিক পাৰাকহে কৰে পোহৰ নহয়। কথা-কাণ্ড দেখি সদ্যজাত শিশু ড'কৰ ৰৰ থং উঠিল। তেওঁ মাত লগালে:

পিৰিক পাৰাক কৰে আগুন। নালাগে দেখিয়া উঠয় খং।'
হেন দেখি মাতিলা ডাক। পোৰঁতী বাখিয়া চা পুতাক॥[১৩]

সন্তজাত শিশুৰ মুখত কথা শুনি সকলোৱে আচৰিত মানিলে। ডাকে জন্মলাভ কৰাৰ দিনা বুঢ়ীৰ পুতেকহঁত গোটেই নিশা টঙিত আছিল। পুত্ৰ

---

১০. হেমৰথ বৰ্মণ, প্ৰা. গ্ৰ.
১১. হেমৰথ বৰ্মণ (সম্পা), প্ৰা. গ্ৰ. পৃঃ ২
১২. দেবেন্দ্ৰ নাথ বেজবৰুৱা, প্ৰঃ গ্ৰঃ পৃঃ ৫৯
১৩. হেমৰথ বৰ্মণ, প্ৰা. গ্ৰ. পৃঃ ৩

জন্ম হোৱাৰ খবৰ শুনি যেওঁলোক আটায়ে বংমনে ঘৰলৈ আহি, সত্তজাত শিশুৰ বিষয়ে নাভূত নাশ্রুত কথা শুনি ভাগুৰজনাই নির্দেশ দিলে: "চক-ভৰাই তাক খেৰৰ মাজত থ" কথামতে কাম হ'ল। তিনিদিনৰ পিছত ভায়েকইত খেৰ কাটিবলৈ গ'ল—কেচুৱা ডাকক চকৰ ভিতৰত পেলাই থৈ দিয়া খেৰখিনিলৈ। কটা খেৰ ৰখাৰ সময়ত সাতোটি ভায়েকৰ মাজত সমস্যাই দেখা দিলে। সেই সমস্যাৰ সমাধানৰ পথ নির্দেশ কৰি তিনিদিনীয়া শিশুটিয়ে মাটিৰ চকৰ বুকুৰপৰা মাত লগালে:

ডাকে বোলে খেৰ কাটা তিনি মুঠি। তেহে দেখিবা পায়ন গুটি॥

ঘটনাক্রমে যেওঁলোকে কটা খেৰ বান্ধি সুফল পাই কোনেনো মাতিছে বুলি চাবলৈ গ'ল। তিনিদিন আগতে থোৱা ঠাইতে শিশুটিক দেখিবলৈ পাই যেওঁলোকে আগে পুত্ৰে কৈ সংবৃটি ধৰি শিশুটিক ঘৰলৈ লৈ গ'ল:

ডাকৰ কথা সত্য পাইলা। কোনে মাতে বুলি চাহিবে গৈলা॥
পূৰ্ব্বৰ ঠাইত শিশুক পাইলা। কোলে সাটটি ঘৰক নিলা॥[১৪]

ডাকৰ জন্ম শুনি পিতৃ বৰাহমিহিৰ আকৌ লেহিডাঙৰালৈ ঘূৰি আহি লগৰ লগৰীয়াৰ লগত খেলি থকা ডাকক লগ ধৰি পিতৃ-পৰিচয় সুধিলে। প্রত্যুত্তৰ স্বৰূপে ডাকে কলে:

ডাকে বোলে পিতা নকৰা চিন্তা। কুমাৰণী আই তুমি হোৱা পিতা॥[১৫]

বৰাহমিহিৰে পুত্ৰ ডাকক নিজ দেশলৈ নিবলৈ অভিলাষ ব্যক্ত কৰি কলে:
তোৰ মুখে জানো মোৰ পুত্ৰ তই। মোৰ কান্ধে উঠ লৈ যাও মই॥
বৰাহমিহিৰৰ কথা শুনি শিশু ডাকে আন এটি জটিল প্রশ্ন উপস্থাপন কৰিলে:

ডাকে বোলে পিতা স্বৰূপ বুজা। মই শুচৰীয়া তুমি হোৱা ৰজা॥
কলো মোৰ মাটিত। বগালে তাৰ তাভিত।
মাটিৰ গিৰিয়ে পায়নে তাভিৰ গিৰিয়ে পায়।
স্বৰূপ কৰিয়া কহা মোত বুজায়॥

অৱশেষত পুত্ৰ ডাকৰ কথা কাটিব নোৱাৰি মনৰ অভিলাষ মনতে ৰাখি বৰাহমিহিৰে কবলৈ বাধ্য হ'ল:

মাতৃৰ লগত তুমি কৰিও বাস। আজিৰপৰা তোৰ এৰিলো আশ॥

---

১৪. হেমবৰ বৰ্দ্ধন, প্রা. গ্র, পৃঃ ৪
১৫. দেবেন্দ্ৰ নাথ বেজবৰুৱা, প্রা. গ্র, পৃঃ ৬২

এদিনাখন লগৰীয়া সকলৰ লগত আলোচনা কৰি ডাক গ'ল ব্ৰহ্মপুত্ৰ-নদত পদুমৰ মৃণাল তুলিবলৈ। ডাকে অগাধ জলত বুৰ দিলে—মৃণাল তুলিবলৈ। ডাকৰ চুলি আছিল আঠৈহাত দীঘল। পদুমৰ নালত চুলিৰ লাগিল জোট। ডাকে পানীৰ ওপৰলৈ উঠিবলৈ কক্‌বকাবলৈ ধৰিলে যদিও কৃতকাৰ্য্য নহ'ল। অৱশেষত ডাকৰ প্ৰাণবায়ু উৰি গ'ল। ডাকৰ এই অপঘাত মৃত্যুৰ পথ প্ৰশস্ত কৰি দিছিল শ্ৰীৰাম চন্দ্ৰই; কাৰণ মানুহে ৰামৰ নাম লবলৈ আশা এৰি ডাকৰ নাম লবলৈ আৰম্ভ কৰিছিল। অৱশেষত শ্ৰীৰামচন্দ্ৰই ছল কৰি ডাকক পানীত পেলাই মৰালে:

শ্ৰীৰামৰ্ব নাম এৰি ডাকৰ নাম কয়। শুনি নসহিলা শ্ৰীৰামৰ গায় ॥
মনে গুণি বোলে কি কাম কৰো। ডাক নাম কেনমতে লুপ্ত কৰো ॥
এহি ভাবি ৰামে মনে কৰি খেদ। ডাকৰ মতি কৰিলা ভেদ ॥[১৬]

আন এটি জনশ্ৰুতি মতে এদিনাখন সৰ্বজান ডাকে বন্ধুসকলৰ লগত আছিল ঘিলা খেল খেলি। সেইদিনাখনেই সেই দেশৰ ৰজাই দূতক মাতি আনি কলে বোলে কোন দিনা ক্ষৌৰ কৰ্ম কৰা বিধেয় ডাকত সুধি আহি তেওঁক জনাব লাগে। ৰজাৰ আদেশ শিৰে ধৰি খেল খেলি থকা ডাকৰ ওচৰলৈ দূতে ঢাপলি মেলিলে। আৰু ৰজাৰ নিৰ্দেশ ডাকৰ ওচৰত পেছ কৰি কলে:

দূতৰ বোলে সৰ্ব্বজান ডাক শুনা। ক্ষুৰ কৰ্ম্ম কৰিবাক দিনবাৰ গুণা ॥
দূতৰ কথা শুনি ডাকে কলে:

ডাকে বোলে পাতঘিলা মাৰো খেলাই। ক্ষুৰ কৰ্ম্ম মঙ্গলৰ আগে পাছে পাই ॥

দূতেও ডাকে কোৱা মতে ৰজাক জনালেগৈ। ৰজাই অৰ্থ কৰিবলৈ অসমৰ্থ হৈ পুনৰ দূতক আদেশ দিলে: পণ্ডিত ব্ৰাহ্মণ আৰু গণকক মাতি আনিবলৈ। ব্ৰাহ্মণ-গণক সকল আহি ডাকৰ বচনবাৰৰ অৰ্থ বুজাই ৰজাক কলে যে, সোম আৰু বুধবাৰ ক্ষৌৰ কৰ্মৰ বাবে প্ৰশস্ত। গণক সবৰ মনত ভয় ওপজিল—যদি ডাক জীয়াই থাকে তেন্তে তেওঁলোকৰ জীৱিকাৰ অন্ত পৰিব। গণকে বুধি কৰি মানিবৰ বাবে সকলো শিশুক মাতি আনিলে। মন সামৰিব নোৱাৰি ডাকো আহিল। ব্ৰহ্মপুত্ৰৰ তীৰত শাৰি বান্ধি ডাকে বন্ধু সবৰ লগত গভীৰ জলত জাপ দিলে। শিশুসৱে ডাকক জলহ

১৬. হেমচন্দ্ৰ বৰ্মণ, প্ৰাঃ প্ৰঃ, পৃঃ ৭

মাজত হৈচা মাৰি ধৰি পানীৰ মাজলৈ ঢকা মাৰি দিয়াৰ পৰিণতি স্বৰূপে সগৰজান ডাকৰ মৃত্যু হ'ল। ডাকক মৰা ঢকাৰ পৰাই ব্ৰহ্মপুত্ৰৰ বুকুত সৃষ্টি হ'ল ডকাৰ।[১৭]

ওপৰত অসমত প্ৰচলিত ডাকৰ জন্ম আৰু মৃত্যু সম্পৰ্কীয় জনশ্ৰুতিৰ এটি সাধাৰণ আভাস দিবলৈ প্ৰয়াস কৰা হৈছে। ইয়াৰ পৰা দেখা যায় যে, ডাকৰ জন্ম আৰু মৃত্যু সম্পৰ্কীয় জনশ্ৰুতিৰ মাজত সাদৃশ্য নাই। দ্বিতীয়তে, ডাক-প্ৰবচন বা ডাক-ভণিতা অথবা ডাকৰ বচন সন্নিবিষ্ট হাতে লিখা পুথিত[১৮] ডাকৰ জন্ম আৰু মৃত্যু সম্পৰ্কীয় কোনো ধৰণৰ বৰ্ণনা পোৱা নাযায়। অৱশ্যে ছপা ডাকৰ বচন আৰু দেবেন্দ্ৰ নাথ বেজবৰুৱাৰ 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী'ত ডাকৰ জন্ম-মৃত্যু সম্পৰ্কীয় বৰ্ণনা পোৱা যায়। সম্ভৱ ডাকৰ জন্ম-মৃত্যু সম্পৰ্কীয় বৰ্ণনা হাতে লিখা 'ডাকৰ বচন' পুথি আশ্ৰিত নহয়। সোণাৰাম চৌধুৰীয়ে 'আৱাহন'ত ডাকপুৰুষৰ জীৱনী আৰু বচনাৱলী শীৰ্ষক প্ৰবন্ধ এটি ৰচনা কৰিছিল।[১৯] ইতি পূৰ্বে তেওঁ 'জোনাকী' কাকতত 'জ্ঞানী ডাক' নামৰ এটি প্ৰবন্ধ লিখিছিল আৰু সেই প্ৰবন্ধটিৰ বিষয় বস্তু দেবেন্দ্ৰ নাথ বেজবৰুৱাই তেওঁৰ দ্বাৰা ৰচিত 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী'ত হুবহু তুলি দিছিল।[২০] ইয়াৰ পৰা অনুমান কৰিব পাৰি যে, দেবেন্দ্ৰ নাথ বেজবৰুৱাই সন্নিবিষ্ট কৰা ডাকৰ জন্ম-মৃত্যু সম্পৰ্কীয় বৰ্ণনা, হাতে লিখা পুথিৰ ওপৰত নিৰ্ভৰশীল নহয়, সোণাৰাম

---

১৭. এহি বুলি ৰাজাত বুজাইলা মৰ্মত। জী থাকে যদি ডাক ভাবিলা মনত ॥
আমাৰ জীৱিকা সবে গুচিব তাবত। ডাকক মাৰোহো সবে স্থান সময়ত ॥
সকলো শিশুক মাতি আনিলা গাৰ। বাৰিৰ নোৱাৰি ডাক আসিলা মনক ॥
ব্ৰহ্মপুত্ৰ তীৰে আহি বান্ধিলন্ত ধাৰি। সকলো শিশুৰ লগে দিলে জাপ মাৰি ॥
দেখে শিশু সব জাপ মাৰিলন্ত ডাক। হেছা মাৰি ধৰিলন্ত কেহো নেদে হাক ॥
মাজক লাগিয়া সবে দিলা মাৰি ঢকা। আজি ধৰি হইয়াছে ব্ৰহ্মপুত্ৰ ডকা ॥
দণ্ডীৰাম দত্ত (সম্পা): ডাকৰ বচন, পৃঃ ১৪৬

১৮. পৃঃ ১ দ্ৰষ্টব্য।

১৯. আৱাহন, ১ম বছৰ, ১ম সংখ্যা আৰু ৩য় সংখ্যা।

২০. সোণাৰাম চৌধুৰী: ডাক পুৰুষৰ জীৱনী আৰু বচনাৱলী
((আৱাহন, ১ম বছৰ, ৩য় সংখ্যা, ১৮৫১ শক) পৃঃ ৩০৫

চৌধুৰীৰ বৰ্ণনাৰ ওপৰত হে প্ৰতিষ্ঠিত। চৌধুৰীদেৱে ক'ৰ পৰা ডাকৰ জন্ম-মৃত্যু সম্পৰ্কীয় বৰ্ণনাংশ গ্ৰহণ কৰিছিল তাৰ সংবেদ দিয়া নাই। দণ্ডীৰাম দত্তৰ দ্বাৰা সম্পাদিত 'ডাকৰ বচন'ত বৰাহমিহিৰৰ আতিথ্য লাভ আৰু তেওঁৰ কৃপাত ডাকৰ জন্ম হোৱা বৰ্ণনাংশ পোৱা নাযায়; কেৱল ডাকৰ মৰণ সম্পৰ্কীয় উপ-কাহিনী ভাগ হে পোৱা যায়।[২১] দ্বিতীয়তে, এই কাহিনী ভাগ তেওঁ কোনখন হাতে লিখা পুথিৰ পৰা গ্ৰহণ কৰিছিল তাৰ কৈফিয়তো দিয়া নাই। শিৱনাথ ভট্টাচাৰ্য্যৰ দ্বাৰা সম্পাদিত 'ডাক-চৰিত্ৰ' বা 'ডাক-ভণিতা'তো ডাকৰ মৃত্যু সম্পৰ্কীয় কথাংশহে পৰিদৃষ্ট হয়, জন্ম সম্বন্ধীয় বৰ্ণনা পোৱা নাযায়।[২২] হেমৰথ বৰ্মণে সম্পাদনা কৰা সম্পূৰ্ণ ডাকৰ বচন'ত ডাকৰ জন্ম আৰু মৃত্যু বিষয়ক বৰ্ণনা পোৱা যায়।[২৩] কিন্তু মূল পুথিৰ বিষয়ে তেওঁ একো উল্লেখ কৰা নাই। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে, ডাকৰ জন্ম আৰু মৃত্যু সম্পৰ্কীয় কাহিনী ভাগ সম্পূৰ্ণ ভাবে মৌখিক পৰম্পৰাৰ পৰিসীমাত সীমিত। ডাকৰ নামত প্ৰচলিত এই কাহিনী ভাগ শেষত ডাকৰ বচন বা প্ৰবচনত সংযোগ কৰি দিয়া হৈছে। গতিকে অসমত প্ৰচলিত ডাকৰ পৰম্পৰাৰ লগত জড়িত ডাকৰ জন্ম-মৃত্যু সম্পৰ্কীয় কাহিনী-ভাগৰ লগত স্বৰূপাৰ্থত ডাক-প্ৰবচনৰ অঙ্গাঙ্গী সম্পৰ্ক অথবা নিবিড় সম্বন্ধ নাই। মৌখিক পৰম্পৰাত প্ৰচলিত ডাক সম্পৰ্কীয় কাহিনী-ভাগ ডাকৰ নামত প্ৰবহমান প্ৰবচন বোৰৰ লগত সংযোগ কৰি দিয়া হৈছে।

## (২) বঙ্গদেশত প্ৰচলিত ডাকৰ পৰম্পৰা :

অসমত প্ৰচলিত ডাক-পৰম্পৰাৰ সমান্তৰালকৈ বংগ দেশতো ডাকৰ পৰম্পৰা প্ৰবহমান। বঙ্গদেশত ডাক আৰু খনা প্ৰায় একাকাৰ হৈ পৰিছে। সাধাৰণতে কৃষি বিষয়ক প্ৰবচন বোৰ খনাৰ বচন আৰু জ্যোতিষ বিষয়ক প্ৰবচন বোৰক ডাকৰ বচন ৰূপে আখ্যা দিয়া দেখা যায়।[২৪] অৱশ্যে খনাৰ বাবেতো জ্যোতিষ বিষয়ক বচন নোহোৱা নহয়। "তথাপি সাধাৰণতঃ যাহা

২১. দণ্ডীৰাম দত্ত ( সম্পা ) : ডাক বচন, পৃঃ ১৪৫—১৪৬

২২. শিৱ নাথ ভট্টাচাৰ্য্য ( সম্পা ) : ডাক চৰিত্ৰ বা ডাক ভণিতা, পৃঃ ৩৫-৩৬

২৩. হেমৰথ বৰ্মণ ( সম্পা ) : সম্পূৰ্ণ ডাকৰ বচন, পৃঃ ১-৭

২৪. আশুতোষ ভট্টাচাৰ্য্য : বাংলাৰ লোক সাহিত্য, পৃঃ ৭৩

দেখা যায়, তাহাতে বুঝিতে পারা যায় যে, কৃষি বিষয়ক বচনগুলি খনার নাম এবং জ্যোতিষ বিষয়ক বচন গুলি ডাকের নামে চলে।'[২৫] কোনো কোনো পণ্ডিতৰ মতে বংগদেশত প্ৰচলিত খনাৰ বচন বোৰকেই অসম, মিথিলা আদিত ডাকৰ বচন আখ্যা দিয়া দেখা যায়। বংগদেশৰ বাহিৰেও আন আন অঞ্চলতো কৃষি আৰু জ্যোতিষ বিষয়ক প্ৰবচন বোৰ ডাক আৰু খনাৰ নামত বিভাজন কৰা যে নহয় তেনেও নহয়। বংগদেশতো দুৰ্গাগতি মুখোপাধ্যায়ে তেওঁৰ 'ডাক পুৰুষেৰ কথা'ত[২৬] খনাৰ নামত প্ৰচলিত অনেক প্ৰবচন ডাকৰ নামত সাঙুৰি দিছে। আনকি সুশীল কুমাৰ দেৰ দ্বাৰা সম্পাদিত 'বাংলা-প্ৰবাদ' গ্ৰন্থত মাজে মাজে ডাকৰ বচন আৰু খনাৰ বচনৰ মাজত বিভাজনৰ সীমা ৰেখা নিৰ্ণয় কৰাত অসুবিধাই দেখা দিছে। উদাহৰণ স্বৰূপে তলত দিয়া প্ৰবচন দুটিলৈ আঙুলিয়াব পাৰি :

(ক) ভৰা হতে শূন্য ভাল যদি ভৰতে যায়।
আগে হতে পিছে ভাল যদি ডাকে যায়।
মৰা হতে তাজা ভাল যদি মৰতে যায়।
বাঁয়ে হতে ডাইনে ভাল যদি ফিৰে চায়।
বাধা হতে খোলা ভাল যদি মাথা তুলে চায়।
হাসা হতে কাঁদা ভাল যদি কাঁদে বাঁয়।[২৭]

(খ) শূন্য কলসী শুকনা না শুকনা ডালে ডাকে কা।
যদি দেখ মাকুন্দ ধোপা এক পা না বাড়াও বাপা।
এ সবলে পায়ে ঠেলি যদি না সমুখে দেখি তেলী।[২৮]

ওপৰোল্লিখিত শুভ যাত্ৰা সম্বন্ধীয় বচন কেইটি ডাক আৰু খনা উভয়ৰে নামত প্ৰচলিত। ইয়াৰ পৰা অনুমান কৰিব পাৰিবে, বংগ দেশত বৰ্তমান ডাক আৰু খনাৰ নামত প্ৰচলিত প্ৰবচন সমূহ আদিতে এগৰাকী জ্যোতিষীৰ নামত অৰ্থাৎ ডাকৰ নামত আৰোপিত হৈছিল। শেষলৈ খনা সম্বন্ধীয় জনশ্ৰুতিৰ বিকাশ আৰু প্ৰসাৰণ হোৱাৰ লগে লগে এই প্ৰবচনবোৰ ডাক

২৫. উক্ত গ্ৰন্থ,
২৬. ১৯০৪ চনত প্ৰকাশিত (২য়+৩য় খণ্ড)
২৭. সুশীল কুমাৰ দে (সম্পা): প্ৰা. প্ৰ, পৃঃ ৫৯২
২৮. সুশীল কুমাৰ দে (সম্পা): প্ৰা. প্ৰ. পৃঃ ৭৬৩

আৰু খনা উভয়ৰে নামত প্ৰচলিত হবলৈ ধৰিলে।[২৯] পশ্চিম অসমত খনাৰ বচনবোৰৰো সমাদৰ অস্বীকাৰ কৰিব নোৱাৰি।

বংগদেশত প্ৰচলিত পৰম্পৰা মতে ডাক গোৱালৰ পুত্ৰ : ফুট ভাবে ডাক গোৱালে—এ গৃহিণীতে ঘৰ না টালে॥[৩০] উত্তৰ বিহাৰত প্ৰবহমান পৰম্পৰা মতেও ডাক গোৱালৰ ল'ৰা।[৩১] আশুতোষ ভট্টাচাৰ্য্যৰ মতে ডাক তান্ত্ৰিক বৌদ্ধ পণ্ডিতসকলৰ উপাধি বিশেষ। গতিকে তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ লগত ডাক-প্ৰবচনৰ সম্পৰ্ক থাকিব পাৰে। কিন্তু ভট্টাচাৰ্য্যৰ অভিভাৱন মানি লোৱা টান এই কাৰণেই যে, তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ প্ৰভাৱ নথকা অঞ্চলতো ডাকৰ বচনৰ লোকপ্ৰিয়তা অনস্বীকাৰ্য্য।[৩২] দীনেশ চন্দ্ৰ সেনে ডাকক 'বঙ্গৰ চক্ৰেটছ' ৰূপে অভিহিত কৰিছে। দ্বিতীয়তে, নেপালত প্ৰাপ্ত 'ডাকাৰ্ণৱতন্ত্ৰ' আৰু 'বজ্ৰডাকতন্ত্ৰ' নামৰ তান্ত্ৰিক পুথি দুখনৰ বিষয়ে উল্লেখ কৰি তেওঁ কব খোজে যে, ডাক শব্দ, ডাকিনী শব্দৰ পুংলিঙ্গ আৰু ডাক-ডাকিনী বৌদ্ধ তান্ত্ৰিকৰ শ্ৰেণী বিশেষ হ'ব পাৰে।[৩৩] স্বকপোলকল্পিত আমাৰ আলোচ্য ডাকৰ লগত তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ কোনো সম্পৰ্ক নাই। অসমত প্ৰচলিত ডাক-পৰম্পৰাৰ লগত যিদৰে বৰাহমিহিৰ জড়িত তদ্ৰূপ বংগদেশত প্ৰচলিত খনা পৰম্পৰাৰ লগতো বৰাহমিহিৰ সংযোজিত। খনা পুৰুষ নে স্ত্ৰী এই বিষয়েও মতানৈক্য আছে। প্ৰবহমান জনশ্ৰুতি মতে খনা স্ত্ৰী। তেওঁৰ পিতৃৰ নামৰ ক্ষেত্ৰতো বিভিন্নত পৰিলক্ষিত। কোনোজনৰ মতে তেওঁ ময়দানৱৰ কন্যা, আন এজনৰ মতে তেওঁ মানৱ কন্যা। অৱশ্যে এইটো ঠিক যে, খনাৰ পিতৃ কোনো এখন

---

২৯. "...in Bengal also, the sayings were originally assigned to a single astrologer but that were divided between two of them only after the development of distinct legends regarding the latter".
[D. C. Sircar: The Sayings of Dak (*Souvenir, XXII Session, All India Oriental Conference* Gauhati; Assam 1965); Published in the *Dākar Vacan*, ed. D. Dutta, Gauhati, 1968, P 161)

৩০. সুশীল কুমাৰ দে (সম্পা), প্ৰা. গ্ৰ. পৃঃ ৩২৯

৩১. D C. Sircar, *Loc-cit* P. 163

৩২. D. C. Sircar, *Loc-cit*, P. 162

৩৩. সোণাৰাম চৌধুৰী, প্ৰা. গ্ৰঃ পৃঃ ৩০৭

ৰাজ্যৰ ৰজা আছিল। লঙ্কাদ্বীপবাসী ৰাক্ষসসকলে খনাৰ পিতৃ-ভ্ৰাতৃ আদিক সবংশে নিধন কৰে। কিন্তু কন্যা খনাক বধ নকৰি আক্ৰমণকাৰীসকলে তেওঁক লৈ গ'ল লঙ্কা দ্বীপলৈ। কন্যাটী আছিল বুদ্ধিমতী। প্ৰচলিত পৰম্পৰা মতে লঙ্কা-দ্বীপতেই খনাই জ্যোতিষ বিদ্যাত পাৰদৰ্শিনী হৈ উঠে।

ইফালে ৰাজচক্ৰবৰ্ত্তী বিক্ৰমাদিত্যৰ ৰাজসভাৰ নৱৰত্নৰ অন্যতম বৰাহ-পণ্ডিতৰ ঔৰসত তেওঁৰ পত্নীৰ গৰ্ভত মিহিৰ নামৰ এটি পুত্ৰ সন্তান জন্মে। বৰাহ আছিল জ্যোতিষশাস্ত্ৰবেত্তা ; কিন্তু নিজৰ পুত্ৰৰ জন্ম কুণ্ডলী নিৰ্ণয় কৰাৰ ক্ষেত্ৰত তেওঁৰ প্ৰমাদ ঘটিল ; আৰু তাৰ পৰিণতি স্বৰূপে পুত্ৰ মিহিৰৰ শতবৰ্ষ পৰমায়ুৰ স্থলত দশবৰ্ষ স্থিৰ কৰি শোক-দুখ জৰ্জৰিত বৰাহে নৱজাতকক তাম্ৰপাত্ৰ এটিত ভৰাই সীমাহীন সমুদ্ৰ বক্ষত উটুৱাই দিলে। তাম্ৰপাত্ৰটি উটি উটি গৈ লঙ্কাদ্বীপৰ ওচৰ পালে। জনৈক ৰাক্ষসে পাত্ৰটি পানীৰ পৰা তুলি আনি পাত্ৰৰ ভিতৰত নৱজাত পুত্ৰ সন্তানটি পাই মিহিৰ নাম দি খনাৰ নিচিনাকৈ লালন পালন কৰিবলৈ ধৰে। মিহিৰেও জ্যোতিষশাস্ত্ৰত পাণ্ডিত্য লাভ কৰিছিল। অৱশেষত খনা আৰু মিহিৰৰ মাজত শুভ পৰিণয় সম্পাদিত হয়।

নৱ দম্পতীয়ে লঙ্কাদ্বীপৰ পৰা পলাই যাবলৈ সুযোগ আৰু সুবিধালৈ অপেক্ষা কৰি থাকিল। এদিনাখন মাহেন্দ্ৰক্ষণত স্বামী-স্ত্ৰী দুয়ো সাগৰাভিমুখে যাত্ৰা কৰিলে। অৱশ্যে জনৈক ৰাক্ষসে মিহিৰ আৰু খনাৰ অভিসন্ধি বুজিব পাৰি ৰাক্ষস ৰজাক জনালে। মাহেন্দ্ৰক্ষণত যাত্ৰা কৰা নৱদম্পতীক বাধা প্ৰদান কৰা যে নিৰৰ্থক হ'ব ৰাক্ষস নৃপতিয়ে তাললৈ বুজিব পাৰিছিল। গতিকে ৰাক্ষস ৰজাই এজন ভৃত্যক নিৰ্দ্দেশ দিলে—খনা আৰু মিহিৰক সমুদ্ৰ পাৰ কৰি দিবলৈ। ৰাক্ষস নৃপতিয়ে ভৃত্যক আৰু কলে যে, সমুদ্ৰ পাৰ কৰি দিয়াৰ অন্তত মিহিৰক যিকোনো এটি প্ৰশ্ন সুধিব, যদি মিহিৰে সেই প্ৰশ্নৰ শুদ্ধ উত্তৰ দিব পাৰে তেন্তে তেওঁক 'ভূতত্ত্ব', 'খতত্ত্ব' আৰু 'পাতালতত্ত্ব'—এই তিনিখন শাস্ত্ৰ প্ৰদান কৰিব অন্যথাই 'পাতালতত্ত্ব'ৰ বাহিৰে বাকী দুখন শাস্ত্ৰ প্ৰদান কৰিব।

খনা আৰু মিহিৰৰ লৈতে ৰাক্ষস ভৃত্য গৈ সমুদ্ৰৰ উত্তৰ কূলত উঠিল। ঠিক সেই সময়তে এজনী গাই গৰু প্ৰসৱ বেদনাত অতীষ্ঠ হৈ থকা দেখি ভৃত্যই মিহিৰক প্ৰশ্ন কৰিলে : "পোৱালিটিৰ বৰণ বগা হব নে ক'লা হ'ব ?"

গণনা কৰি মিহিৰে কলে : 'বগা'। সেই মুহূৰ্ত্তে গাইজনীয়ে এটি পোৱালি প্ৰসৱ কৰিলে। পোৱালিটিৰ বৰণ ক'লা যেন অনুমান হ'ল। ৰাক্ষস নৃপতিৰ নিৰ্দেশ পালন কৰি ভৃত্যই মিহিৰক 'পাতালতত্ত্ব'ৰ ব্যতিৰেক 'ভূতত্ত্ব' আৰু 'খতত্ত্ব' নামৰ শাস্ত্ৰ দুখন দিলে। লজ্জিত মিহিৰে শাস্ত্ৰ দুখন সমুদ্ৰৰ জলত পেলাই দিলে। সেই সময়ত খনা, মিহিৰৰ ওচৰত নাছিল। খনাই মিহিৰৰ পৰা সকলো জানি কলে যে, পোৱালিটিৰ বৰণ বগাই; কিন্তু পোৱালিটোৰ গোটেই গাটো মণ্ডা বিজলুৱা প্ৰলেপেৰে আচ্ছাদিত হৈ থকা কাৰণেহে ক'লা যেন দেখা গৈছিল। খনাৰ নিৰ্দেশ মতে মিহিৰে সাগৰৰ বক্ষৰপৰা শাস্ত্ৰ দুখন উদ্ধাৰ কৰিবলৈ যত্ন কৰিও সম্পূৰ্ণভাবে সফলকাম হ'ব নোৱাৰিলে, কাৰণ শাস্ত্ৰ দুখনিৰ কেইটিমান ফলকহে উদ্ধাৰ কৰিবলৈ সক্ষম হ'ল।

অৱশেষত মিহিৰ আৰু খনাই নানা বিপদ-বিঘিনি অতিক্ৰম কৰি উজ্জয়িনীত উপস্থিত হ'লহি। মৃত্যুৰ গ্ৰাসলৈ ঠেলি দিয়া পুত্ৰই নিজৰ আয়ুস আৰু ভাগ্যৰ বলত বধূসহ প্ৰত্যাবৰ্ত্তন কৰাৰ আনন্দই বৰাহক অধীৰ কৰি তুলিলে। জ্যোতিৰ্বিদ্যাত যে বৰাহৰো প্ৰমাদ ঘটিছিল তাক তেওঁ নিজেই উপলব্ধি কৰিবলৈ সক্ষম হ'ল। শহুৰ বৰাহ আৰু স্বামী মিহিৰে জ্যোতিষ-তত্ত্বৰ যিবিলাক প্ৰশ্নৰ উত্তৰ দিব পৰা নাছিল সেই জটিল প্ৰশ্নবোৰৰ উত্তৰ খনাই অতি সহজে 'দব পাৰিছিল। গতিকে অতি কম সময়ৰ ভিতৰতেই খনাৰ যশ আৰু খ্যাতি চতুৰ্দ্দিশে বিস্তাৰিত হ'ল। অতুলনীয় প্ৰতিভা আৰু দিগন্ত বিসাৰী বিদ্যাই খনাৰ কাল হ'ল। বিক্ৰমাদিত্যই খনাক ৰাজসভাৰ পণ্ডিত মনোনীত কৰিলে। কুলবধূক গৃহৰ চাৰিবেৰৰ আবেষ্টনী ভঙ্গ কৰি ৰাজ-সভালৈ প্ৰেৰণ কৰা কুলদূষণৰ নামান্তৰ মাথোন। গতিকে বৰাহে, পুত্ৰ মিহিৰৰ লগত আলোচনা কৰি খনাৰ বাগ্মিতা লোপ কৰাৰ উদ্দেশ্যেৰে তেওঁৰ জিভা ছেদন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে। খনায়ো গণনাৰ জৰিয়তে ভালদৰে বুজিব পাৰিছিল যে, জিভা ছেদনৰ সংযোগত তেওঁৰ মৃত্যু সুনিশ্চিত। পিছদিনা স্বামী মিহিৰে খনাৰ জিভা ছেদন কৰিলে। এইদৰে খনাই নশ্বৰ দেহ ত্যাগ কৰে।[৩৪]

ওপৰোল্লিখিত খনা বিষয়ক কাহিনীটোৰ পৰা সহজে অনুমান কৰিব পাৰিযে, খনাৰ জীৱন-বৃত্তত ঐতিহাসিক সমল নাই, কিয়নো ময়দানৱ, ৰজা

৩৪. প্ৰভাত কুমাৰ দাস (সম্পা): খনাৰ বচন, ভূমিকা, পৃঃ ৩—৬

বিক্রমাদিত্য, মিহিৰ, লঙ্কাৰ ৰাৱণ ৰজা আদিত ঐতিহাসিকতা মুঠেই নাই। খনা কথা-বৃত্ত সম্পূৰ্ণভাৱে জনশ্ৰুতিৰ ওপৰত প্ৰতিষ্ঠিত। উজ্জয়িনীৰ নৃপতি বিক্ৰমাদিত্যৰ ৰাজসভাৰ 'নৱৰত্ন'ৰ অন্যতম ৰত্ন আছিল বৰাহমিহিৰ, তেওঁ আছিল জ্যোতির্বিদ। বৰাহৰ পুত্ৰ মিহিৰ অথবা মিহিৰৰ পিতৃ বৰাহ-কথাটো বৰাহমিহিৰ সম্পৰ্কীয় ঐতিহ্যই স্বীকাৰ নকৰে, ই সম্পূৰ্ণভাৱে কাল্পনিক। আনকি ভাৰতীয় পৰম্পৰাত বিস্ময়কৰভাৱে স্থান লাভ কৰিবলৈ সক্ষম হোৱা ৰজা বিক্ৰমাদিত্যও প্ৰকৃত ইতিহাসত অপৰিচিত।[৩৫] অৱশ্যে প্ৰথিত যশা জ্যোতির্বিদ পণ্ডিত বৰাহমিহিৰৰ অভ্যুদয় ঘটিছিল উজ্জয়িনী অঞ্চলৰ পশ্চিম মালৱাত, খ্ৰীঃ ৬ষ্ঠ শতিকাত। ঐতিহাসিক বৰাহ মিহিৰক কেন্দ্ৰ কৰি 'বৰাহৰ পুত্ৰ মিহিৰ' জনশ্ৰুতিৰ বিকাশ হোৱা স্বাভাৱিক। খ্ৰীঃ ৬ষ্ঠ শতিকাত মালৱাত জন্ম লাভ কৰা জ্যোতির্বিদ বৰাহমিহিৰৰ পুত্ৰ বধূৱে, বাংলা ভাষাত প্ৰবচন ৰচনা কৰা কথাটো বাস্তৱিকতে আশ্চৰ্যজনক। এই প্ৰসংগত D. C. Sircar এ সমীচীন মন্তব্য উপস্থাপন কৰিছে : "It has to be noted that nothing can be more absurd than the conception of the daughter-in-law of a sixth century astronomer of Malwa composing aphorisms in the Bengali Language."[৩৬]

অসমৰ ডাকৰ প্ৰসংগতো ঠিক একেই মন্তব্য কৰিব পাৰি। উজ্জয়িনীৰ প্ৰথিতযশা জ্যোতির্বিদ পণ্ডিত বৰাহমিহিৰৰ আতিথ্যলাভ আৰু তাৰ ভৱিষ্যতে 'এদিন এনিশাৰ' বাবে জন্মা ডাকে অসমীয়া ভাষাত প্ৰবচন ৰচনা কৰাটো সম্পূৰ্ণ ভাৱে অবিশ্বাস্য। ডাক পৰম্পৰা অথবা খনা পৰম্পৰাৰ লগত বৰাহ মিহিৰক লোক-মানসে সংযোগ কৰি দিয়াৰ বাহিৰে আন একো বিশ্বাস্য কথা থাকিব নোৱাৰে।

অসমত প্ৰচলিত ডাকৰ বচনৰ লগত বংগদেশত প্ৰচলিত ডাকৰ বচন আৰু খনাৰ বচনৰ বিষয়বস্তুগত আৰু সাংস্কৃতিক সাদৃশ্য মন কৰিব লগীয়া। দৃষ্টান্ত স্বৰূপে অসমীয়া ডাকৰ বচন আৰু বঙলা ডাকৰ বচন কেইটি মানৰ তুলনা তলত দিয়া হ'ল :

৩৫. "...King Vikrama of Indian tradition being unknown to genuine history'. D. C. Sircar, *Op-cit*, P. 162

৩৬. *The Sayings of Dak*, P. 163

## ডাক-প্রবচন :

অসমীয়া : জিতো প্রভাতে নিদ্রা জাই। বাহি সজ্যাত সুর্য্যে পাই।
( ডাক-প্রবচন পৃঃ ৩৩ )

বঙলা : প্রভাত কালে নিদ্রা যায়, বাসি শয্যা সুর্য্যে না পায়।
( বাংলা প্রবাদ, পৃঃ ১৫৬ )

অসমীয়া : বন্দন শুনি বাহিৰে জাই। নাচ গিত সুনি সত্বৰে ধাই॥
সেই স্ত্রী সমে জি কৰে কৰে বাস। তাহাৰ্ কেনে জিবনে আস॥
( ডা. প্র. পৃঃ ৩৪ )

বংলা : কান্দনা শুনিয়া বাহিৰ হয়, নাটে-গীতে ধাইয়া যায়। এ নাৰীতে যাহাৰ বাস, তাহাৰ কোন জীবনেৰ আশ॥ ( বাং. প্র. পৃঃ ১৫৬ )

অসমীয়া : আই নাচাই ব্যয় কৰে ৫ চুৰ॥··· ভাল বস্তু পালে আপুনি খাই।
···ভাল বুলিলে কৰে খঙ্গ। তাইৰ সঙ্গে নিমিলে ৰঙ্গ॥
ৰৌদ্ৰত ৰান্ধে কাঠে খেৰে। বৰ্ষাত ৰান্ধে চালে বেৰে॥
হাতত জি জনি পৰিসে লোন। তাইৰ ঘৰে নাথাকে সোন॥
এক বোলন্তে দুগুন বোলে। স্বামিৰ সজ্যা পাৱে ঠেলে॥
( ডা. প্র. পৃঃ ৩৪-৩৫ )

বংলা : ভাল খায়, আয়না বুঝে, বোল বলিতে উত্তৰে যুঝে।
ভাল বলিতে ৰোষ কৰে, তাহাৰ স্বামী কেন থাকে ঘৰে।
ৰৌদ্ৰে ৰান্ধে কাঠে খেড়ে, বৰ্ষাকালে চাল আঁচড়ে।
ওদা হাতে কাড়ে লবণ, গুরু গেৰাসে কৰে ভোজন।
এক বলিতে দু'বোল বলে, স্বামীৰ শয্যা পায়ে টালে।
কিছু বলিতে পাড়ে গালি, তাৰ স্বামী কেন নহে ভিখাৰী॥
( বাং. প্র. পৃঃ ১৫৬ )

অসমীয়া : পিঙ্গল নয়নে চঞ্চলা আতি। কৰাল নয়নে পিঙ্গটা জাতি॥
জাৰ পেট পিঠি উচলা দান্ত। তাইক দেখিলে লক্ষিৰ অন্ত॥
স্বামিক মাৰে ৰধে দেৱৰ। ডাকে বোলে তাইক নানিবা ঘৰ॥
( ডা. প্র., পৃঃ ৩৫ )

বঙলা : পিঙ্গল আঁখি, চপলমতি, ওষ্ঠ ডাগৰ, অলক্ষণ অতি।
পেট পিঠ উচ্চ ললাট, দেখ যদি ছাড়িহ বাট।

দেওৰ বধে স্বামী মাৰে, ডাকে বলে—কাজ কিবা তাৰে ॥

( বাং. প্র. পৃঃ ১৫৭ )

অসমীয়া : অল্প খাই পেলাই প্রচুৰ। ডাকে বোলে তাইক নিকাল দূৰ ॥

( ডা. প্র. পৃঃ ৩৪ )

বঙলা : ফেলায় খায়, চায় প্রচুৰ, বলে ডাক—নিকালহ দূৰ ॥

( বাং. প্র. পৃঃ ১৫৭ )

অসমীয়া : ঘুমটিত জি জনি থাকে ঘেঙ্গাই। খৰত স্বামিক বোলে বপাই ॥

ধৰনি কাম্পে পাৱৰ ঘাৱে। সি জনি জানিবা স্বামিক খাৱে ॥

( ডা. প্র. পৃঃ ৩৫ )

বঙলা : নাক বাজে যাৰ নিদ্রমহলে, কন্থ ভাষে ভুষ্য বলে।

ভুমিকাঁপে পায়েৰ ঘায়, তাৰ এয়োতী ক'দিন ৰয় ॥ ( বাং. প্র. পৃঃ ৪৬৭ )

অসমীয়া : ওচৰত পুখুৰি ডুৰক জাই। পৰ পুৰুষৰ মুখক চাই ॥

( ডা. প্র. পৃঃ ৩৮ )

বঙলা : নিয়ড় পোখৰী দূৰে যায়, যাত্তি বুলে গীতি গায়। (বাং. প্র. পৃঃ ৪৭৯ )

অসমীয়া : জলকে পেলাই জলকে জাই। পৰ পুৰুষৰ মুখক চাই।

× × ×

তাইক নোবোলা নাৰি সতি। সততে পৰ পুৰুষে ৰতি ॥ (ডা.প্র.পৃঃ ৩৭)

বঙলা : পানি ফেলিয়া পানিকে যায়, আন পুরুষে আড়ে চায়।

তাৰে না বলিহ সতী, স্বৰূপে সে দুষ্টমতি ॥ ( বাং. প্র. পৃঃ ৫০৭ )

অসমীয়া : জিতো ঘৰে থাকে কুৰ্কুতা মুৰি। খাইবাক নাপাইলে ভাঙএ হাৰি ॥

( ডা. প্র. পৃঃ ৯০ )

বঙলা : যে গৃহিনী আউদড়মুণ্ডী, খায়-দায় নাপালে হাণ্ডী ॥

( বাং. প্র. পৃঃ ১৫৭)

অসমীয়া : সাখিক দেখাই ঋনক দিব। পত্রত নাম লিখি ৰাখিব।

লাভমূল জতেক ধন। ঘৰতে হৈবে উপাৰ্য্যন ॥ ( ডা. প্র. পৃঃ ৯-১০ )

বঙলা : ঋণ দিব বান্ধা লইয়া, সকল পাব ঘৰে বসিয়া।

লাভেমূলে যতধন, ঘৰে বসিয়া তাৰ মিলন ॥ ( বাং. প্র. পৃ, ১৬৬ )

অসমীয়া : বৃক্ষ ৰোপনত অধিক ধৰ্ম্ম। মঠ মণ্ডপ সোভ ন কৰ্ম্ম ॥

( ডা. প্র. পৃ, ৫ )

বঙলা : গাছ কইলে বড় কৰ্ম, মণ্ডপ দিলে বড় ধৰ্ম। (বাং. প্ৰ. পৃঃ ২৯২)
অসমীয়া : কাখত কলচি জলক জাই। জলমূৰ কৰি কাকো নাচাই॥
জেই পথে জাই সেই পথে আসে। ডাকে বোলে ভাল মনত ভাসে॥
(ডা. প্ৰ. পৃ, ৩৩)
বঙলা : কাঁখে কলসী পানিকে যায়, হেঁটমুণ্ড কা'কেও না চায়।
যেন যায় তেন আইসে, ডাকে বলে—গৃহিনী সে॥ (বাং. প্ৰ. পৃ, ৩২৯)
অসমীয়া : চক্ষুত অঞ্জন দান্তত লোন। উদৰ ভৰিব তিনি কোন॥
উদৰ ভৰিব গুনি গুনি। তেবেসে পাইবা দেহৰ উনি॥
একেবাৰে পেটত নিদিবা ভৰা। আচোক লাভ মূলো হৰা॥ (ডা. প্ৰ. পৃঃ ৮৪)
বঙলা : চোখে অঞ্জন, দাঁতে লবণ, পেট ভৰিব তিন কোন।
ভাত খাইব গুণি গুণি, তেবে হয় দেহেৰ উনী।
একেবাৰে না দিহ ভৰা, আছুক লাভ মূলে হাৰা। (বাং. প্ৰ. পৃঃ ৩৪৭)
অসমীয়া : চাগ পাৰা পোহে হাস। দুই সিমাত ৰোৱে বাস॥
বোলন্ত ডাকে মোত দোস নাই। নিত্তে নিত্তে আহুকালে জাই॥
(ডা. প্ৰ. পৃঃ ৪১)
বঙলা : ছাগল পায়ৰা পোষে হাঁস, সীমাৰ মাঝে ৰোয় বাঁশ।
নিতি নিতি অপৰাধ কৰে,
ডাক বলে—মো কি সৰিবু তাৰে॥ (বাং. প্ৰ. পৃঃ ৩৫৮)
অসমীয়া : উপজিয়া ডাকে বোলন্ত বাক। পোঞাতি ৰাখি চাৱ পুতাক।
(ডা. প্ৰ. পৃঃ ২)
বঙলা : জন্ম মাত্ৰে বলে ডাক, পো এড়িয়ে পোয়াতীৰাখ। (বাং প্ৰ. পৃঃ ৩১১)
অসমীয়া : জেবে ধৰ্ম কৰিবা জানি। পুখুৰি খানিয়া ৰাখিবা পানি॥
(ডা. প্ৰ. পৃঃ ৫)
বঙলা : ধৰ্ম কৰিতে যেবে জানি, পোখৰী দিয়া ৰাখিব পানি॥
(বাং.প্ৰ. পৃঃ ৪৫০)
অসমীয়া : পৰিহৰ বিনা ঢাকনি ঝাৰি। পৰিহৰ নিলাজি যদি কুল নাৰি॥৮
(ডা. প্ৰ. পৃঃ ৪২)
বঙলা : পৰিহৰ বিনা ঢাকনে বাৰি, পৰিহৰ লাজ বিহনে বহুড়ী।
(বাং. প্ৰ. পৃঃ ৪৯৫)
অসমীয়া : পৰিহৰ কৰি নাই বেহাৰ খোজে হাট॥ (ডা. প্ৰঃ পৃ. ৪২)

বঙলা ঃ পৰিহৰ বিনা কড়িতে হাট…। (বাং. প্ৰ পৃঃ ৪৯৩)
অসমীয়া : পৰিহৰ পুখুৰিৰ পিচলা বাট। পৰিহৰ জতনে যদি ভগা হাট ॥
(ডা. প্ৰ. পৃঃ ৪২)
বঙলা ঃ পৰিহৰ পোখৰী পিছল ঘাট, পৰিহৰ যত্নে ভাঙ্গা হাট ॥
(বাং. প্ৰ. পৃঃ ৪৯৪)
অসমীয়া : পৰিহৰ দুতয় গ্ৰামত বাস। পৰিহৰ জতনে পৰ নাৰিৰ আস ॥
(ডা. প্ৰ. পৃঃ ৪২)
বঙলা : পৰিহৰ দুই গ্ৰামে বাস, পৰিহৰ পৰ যুবতীৰ আশ ॥ (বাং. প্ৰ. পৃঃ ৪৯৪)
অসমীয়া : পোৰোলা সাক ৰোহিত মাছ। ডাকে বোলে সেই ব্যঞ্জন সাচ ॥
(ডা. প্ৰ, পৃঃ ·৯)
বঙলা ঃ পলতা শাক, ৰুহি মাছ, ডাক বলে ব্যঞ্জন সাঁচ ॥ (বাং. প্ৰ. পৃঃ ৪৯৯)
অসমীয়া : সিৱা পাত নৈই খাই দুগ্ধ। ডাকে বোলে তিনিও মুগ্ধ ॥
(ডা. প্ৰ. পৃ. ৪১)
বঙলা ঃ (ক) দিয়া পাতে খায় দুধ, ডাকবলে—সে বড় অবুধ। (বাং.প্ৰ.পৃঃ ৫৪২)
(খ) সিয়া পাতে খায় দুধ, ডাকবলে—সে অবুধ। (বাং. প্ৰ. পৃঃ ৭৬৪)
অসমীয়া ঃ সোনাৰ তুল্য কন্যাদান। ডাকে বোলে তাৰ স্বৰ্গত থান ॥
(ডা. প্ৰ. পৃ, ৬)
বঙলা : স্বৰ্ণ ভূমি কন্যা দান, বলে ডাক স্বৰ্গে স্থান। (বাং. প্ৰ. পৃঃ ৭৭৫)
অসমীয়া : হৰিতকি সুণ্ঠী লোন যনি। তাক খায়া নৰে পিৱয় পানি ॥
ভেং যাম গলে খাইবেক ভাত। বল বুধি অতি পাইবেক গাত ॥
(ডা. প্ৰ. পৃঃ ৮১)
বঙলা : হৰিদ্ৰা শুণ্ঠী লবন জোয়ানি, ইহা সংযোগে পিয় পানি।
ৰবি শেষে পানি পিয়ে, বলে ডাক সে নৰ শতেক জীয়ে ॥ (বাং. প্ৰ. প্ৰঃ ৭৭৯)
অসমীয়া : জি ৰাজায় প্ৰজাক পালে। তহিতে বসতি কৰিবা ভালে ॥
(ডা. প্ৰ. পৃঃ ২৮)
বঙলা : যথা ৰাজা পালে, তথা বসতি ভালে। (বাং. প্ৰ. পৃঃ ১৪)
অসমীয়া : জি নাৰি বাৰিয়ে কৰে বাট। ঘনে ঘনে জাই বেহাৰে হাট ॥
চল চাই দেখায় স্তন। ডাকে বোলে বেশ্যাৰ লক্ষণ ॥ (ডা. প্ৰ. পৃঃ ৩৮)
বঙলা : যথা বাড়ী তথা বাট, যুবতী লইয়া যায় হাট।
দূৰ হইতে স্তন দৰিশে, ডাকে বলে ছিনাল আইসে ॥ (বাং. প্ৰ. পৃঃ ৬৬১)

অসমীয়া : অন্ন জল জানা অধিক দান। তাত কৰি শ্ৰেষ্ঠ নাহিকে আন॥
(ডা. প্ৰ. পৃঃ ৫)

বঙলা : অন্ন বিনু নাহি দান, ইহাৰ পৰ ধৰ্ম নাহি আন॥ (সো. চৌ. পৃঃ ৩০০)

অসমীয়া : বাপে পোৱে যদি কন্দল বাজে। পুত্ৰক দণ্ডিব পণ্ডিত ৰাজে॥
শূদ্ৰ জনে যদি বধে বিপ্ৰক। বধিবে নৃপতি সিটো শূদ্ৰক॥
সজ্জনে যদি গোবধ কৰে। ভিক্ষা মাগি ভুঞ্জিব বাৰে বচ্ছৰে॥
গঙ্গা স্নান কৰি নিস্তাৰ পাই। প্ৰায়শ্চিত্ত কৰি গৃহক যাই॥
জেবে অন্ন জল জাতিয়ে খাই। তেবেসে তাহান নিষ্কল কাই॥
(ডা. প্ৰ. পৃঃ ১০—১১)

বঙলা : বাপে পোয়ে কন্দল বাজে, তা বিচাৰে অবুধ ৰাজ।
শূদ্ৰ যদি ব্ৰাহ্মণ মাৰে, কোন মূঢ়ে তা বিচাৰে।
সজ্জন যবে গৰু মাৰে, পৰেৰ নাৰী স্থাপ্য হবে।
বাৰ বৎসৰ ভিক্ষা মাগে, শেষে ভ্ৰমিয়া নাহে গাঙ্গে।
প্ৰায়শ্চিত্ত কৰিয়া যায়, যাহাৰ পাপ তাহাক সি পায়॥
(সো. চৌ. ৩১১)

এইদৰে অসমত প্ৰচলিত ডাক-প্ৰবচনৰ লগত বংগদেশত প্ৰচলিত ডাক-বচনৰ সাদৃশ্য দেখুৱাব পাৰি। অসম আৰু বংগদেশত প্ৰচলিত ডাক-প্ৰবচন বোৰৰ বিষয়বস্তুগত, সাংস্কৃতিক আৰু ভাষাগত সাদৃশ্যই স্পষ্টভাবে দেখুৱাই দিয়ে যে, এইবোৰৰ উৎপত্তি স্থল (Source) একেটাই—অৰ্থাৎ কৃষিজীৱি সমাজৰ পৰাই এই প্ৰবচনবোৰৰ উদ্ভৱ আৰু বিকাশ সম্ভৱ হৈছে।

খনাৰ বচনৰ লগতো ডাকৰ বচনৰ অনেক সাদৃশ্য পৰিলক্ষিত। বঙ্গদেশ আৰু পশ্চিম অসমতেই যিহেতু ডাক আৰু খনাৰ নামত প্ৰচলিত প্ৰবচনৰ মাজত জলৰোধক (Watertight) ভাবে কটকটীয়া সীমাৰেখা নিৰ্দ্ধাৰণ কৰিব নোৱাৰি, তেনেক্ষেত্ৰত উভয় শ্ৰেণীৰ প্ৰবচনৰ মাজত মিল থকা স্বাভাৱিক। কেইটিমান প্ৰবচনৰ সংযোগত ডাক আৰু খনাৰ বচনৰ মাজত থকা সাদৃশ্যৰ আভাস তলত দিয়া হ'ল :

ডাক প্ৰবচন : জন্ম লগ্ন যাত্ৰা জোড়া। বৰাহমিহিৰে নাপালে ওৰা॥
(ডা. প্ৰ পৃঃ ৫৭)

খনা : মৰণ ধৰণ পাণি বৰাহ বলে তিন নাহি জানি॥ (বাং. প্ৰ. পৃ; ৮২৪)

ডাক : নগৰৰ উপৰে কুৱাকুই দেখি। নৰৰ মুণ্ড গণ্ডাপতি লেখি॥
(ডা. প্ৰ. পৃঃ ৭৪)

খনা : চৈতে কুয়া, ভাদরে বান। নরের মুণ্ড গড়াগড়ি যান্ ।। (বাং. প্র. পৃঃ ৮২৪)

ডাক : আসাঢ়ৰ নবমি শুক্লপক্ষত। যদি বৰিসে ভুমি তলত ।।
হাল তুল বেচি চিন্তিয়ো দেৱ। ৰাজগৃহত কৰিয়ো সেৱ ।। (ডা.প্র.পৃঃ ৪৩)

খনা : কি কব শ্বশুর লেখা জোকা। আষাঢ়ে নবমী শুকল পাখা ।।
যদি বর্ষে মুষল ধারে। মাঝ সমুদ্রে বগা চরে ।। (বাং. প্র. পৃঃ ৮২৫)

ডাক : চৈত্ৰত কেন্দুফল নিৰন্তৰ। বৈসাগ মাসত পৰে পাথৰ ।।
ৰিনি ৰিনি জল পৰে জৈষ্ঠত। চাৰি মাহ বৃষ্টি হোৱে লোকত ।।
(ডা. প্র. পৃঃ ৪৩)

খনা : চৈতে থৰ থৰ। বৈশাখে ঝড় পাথৰ ।।
জ্যৈষ্ঠে তারা ফুটে। তবে জানবে বর্ষা বটে ।। (বাং. প্র. পৃঃ ৮২৬)

ডাক : মাঘি সপ্তমিৰ উপৰে কালি। আহু এড়ি ধৰা সালি ।।
মাঘি সপ্তমিত গৰজে দেৱ। বেহা এড়ি নাঙ্গল কৰা সেৱ ।। (ডা.প্র. পৃঃ ১৪)

খনা : মাঘ মাসে বর্ষে দেবা। রাজা ছেড়ে প্রজার সেবা ।।
যদি বর্ষে মকরে। ধান হয় টেকরে ।। (বাং. প্র. পৃঃ ৮২৭)

ডাক : পঞ্চ দেওবাৰ দ্বিপক্ষ দিনে। সৱক সগুনে নাথাই ঘিনে ।। (ডা. প্র. পৃঃ ৭৩)

খনা : পাঁচ ৰবি মাসে পায়। ঝৰায় কিংবা খৰায় যায় ।। (বাং. প্র. পৃঃ ৮২৮)

ডাক : ফাগুনৰ মাটি সোনাৰ মাটি। চৈত্ৰৰ মাটি ৰূপাৰ পাটি ।।
বৈসাগৰ মাটি গুণ্ডাগুণ্ডি। জেঠৰ মাটি ৰাঙ্গৰ গুড়ি ।। (ডা. প্র. পৃঃ ৪৭)

খনা : মাঘের মাটি হীরের কাঁঠী। ফাগুনের মাটি সোণা ।।
চৈত্রের মাটি যেমন তেমন। বৈশাখের মাটি নোনা ।। (বাং. প্র. পৃঃ ৮২৯)

ডাক : ভাদ্ৰৰ চাৰি আহিনৰ চাৰি। মাহ মুৰা জিমান পাৰি ।। (ডা. প্র. পৃঃ ৫১)

খনা : ভাদ্রের চারি আশ্বিনের চারি। কলাই বো'রি যত পারি ।।
(বাং. প্র. পৃঃ ৮৩১)

ডাক : ঘন সৰিহয় পাতাল মাহ। আবৰন দি দিয়া কপাহ ।। (ডা. প্র. পৃঃ ৫১)

খনা : ঘন সরিষা পাতলা রাই। লেঙ্গে লেঙ্গে কাপাস ·ই ।। (বাং. প্র. পৃঃ ৮৩২)

ডাক : যত লাভ পাই সৰিসা মাহে। তত লাভ পাই কলা কপাহে ।।
(ডা. প্র. পৃঃ ৩৬)

খনা : যত হয় কলা কাপাসে। তত হয় সরিষা মাষে ।। (বাং. প্র. পৃঃ ৮৩২)

ডাক : (i) এক শাওনে ধান, তিনি শাওনে পান। ( পৰিশিষ্ট ২ ক )
(ii) এক আষাঢ়ে ধান, তিনি শাওনে পান। ( পৰিশিষ্ট ২ খ )

খনা : এক আঘনে ধান। তিনি শাওনে পান॥ (বাং. প্র. পৃঃ ৮৩২)

ডাক : ষোল্ল চাসে মূলা। তাৰ আধা তুলা॥
তাৰ আধা ধান। বিনা চাসে পান॥ (পৰিশিষ্ট ১)

খনা : ষোল চাষে মূলা, তাৰ অৰ্দ্ধেক তুলা।
তাৰ অৰ্দ্ধেক ধান, বিনা চাষে পান॥ (বাং. প্র. পৃঃ ৮৩০)

ডাক : পূবে হাঁহ, পচিমে বাঁহ, উত্তৰে গুৱা দক্ষিণে ধুৱা॥ (ডা. প্র. পৃ, ৮০)

খনা : পূবে হাঁস, পশ্চিমে বাঁশ, উত্তৰে কলা, দক্ষিণে মেলা॥
(বাং. প্র. পৃঃ ৮৩৭)

ডাক : তিনিস সাঠি জোপা কৰা কল। মাহিলি মাহিলি সিকোনাবা তল।
পাত-পচলা লাভতে খাবা। লক্ষাৰ বনিজ হাততে পাবা॥
(ডা. প্র. পৃঃ ৫২)

খনা : ডাক ছেড়ে বলে ৰাৱণ। কলা লাগাবে আষাঢ় শ্রাৱণ।
তিনশত ষাট ঝাড় কলা রুয়ে। থাক গৃহস্থ ঘৰে শুয়ে॥
রুয়ে কলা না কাট পাত। তাতেই হবে কাপড় ভাত॥
(খনাৰ বচন, পৃঃ ২৩)

ডাক : ভাদত কৰিয়া কলা ৰোপন। সবংসে মৰিল লঙ্কাৰ ৰাৱণ॥
(ডা. প্র. পৃঃ ৫২)

খনা : ভাদ্র মাসে রুয়ে কলা। সবংশে ম'লো ৰাবণ শালা॥ (খ. ব. পৃঃ ২৪)

ডাক : পচিমৰ ধেনু নিত্য খৰা। পুবৰ ধেনু বৰিষে ধাৰা॥ (পৰি. ৪)

খনা : পশ্চিমে ধনু নিত্য খৰা। পূবেৰ ধনু বৰ্ষে ধাৰা॥ (খ. ব. পৃঃ ২৯)

ডাক : যদি বৰসে আঘনে। ৰাজা যায় মাগনে॥
যদি বৰসে পুহে। ধান হয় তুহে।
যদি বৰসে মাঘৰ শেষ। ধন্য ৰাজা পুন্য দেশ॥
যদি বৰসে ফাগুনে। চিটা ধান পাবা দুগুনে॥ (পৰি. ৫)

খনা : যদি বৰ্ষে আঘ্রাণে। ৰাজা যান মাগনে।
যদি বৰ্ষে পৌষে। কড়ি হয় তুঁষে॥
যদি বৰ্ষে মাঘেৰ শেষ। ধন্য ৰাজাৰ পুণ্য দেশ॥
যদি বৰ্ষে ফাল্গুনে। চিনা কাউন দ্বিগুণে॥ (খ. ব. পৃঃ ৩০)

ডাক : অক্ষৰ দুগুণ মাত্রা চাৰি। নাম থিৰ কৰি পুৰুষ নাৰি॥

লোচনে হৰিবা ভাগ। জিবন মৰণ পাইবা লাগ।।
শুন্য একে মৰে পতি। দুই পাইলে মৰে যুবতি।।
তিনি পাইলে উভয়ৰ মৰন। ডাকৰ এই নিচয় বচন।। (ডা.প্র.পৃঃ ৭৫)

খনা: অক্ষৰ দ্বিগুণ চৌগুণ মাত্রা। নামে নামে কৰি সমতা।।
তিন দিয়ে হৰে আন। তাহে মৰা বাঁচা জান।।
একে শূন্য মৰে পতি। দুই ৰহিলে মৰে যুবতী।। (খ. ব. পৃ ৪৩)

ডাক: জেই জেই মাসৰ জেই জেই ৰাসি। তাৰ সপ্তমে থাকে সসি।।
তাতে আসে পূর্ন্নিমা হে'ৱে। অৱস্তে সসিক ৰাহুয়ে গ্রহে।।
(ডা.প্র. পৃ ৫২-৫৩)

খনা: যে যে মাসে যে ৰাশি। তাৰ সপ্তমে থাকে শশী।।
সেই দিন হয় পৌর্ণমাসী। অবশ্যে ৰাহু গ্রাসে শশী।। (খ. ব. পৃঃ ৪৪)

ডাক: লগ্নে কুজা লগ্নে সুজা। তাতে থাকে ভানু তনুজা।।
সপ্তমে যদি খোৰাক পাই। ষষ্ঠ দিনে সিতো মৰিয়া জাই।। (ডা.প্র. পৃঃ৫৫)

খনা: লগ্নে আকা লগ্নে বাঁকা। লগ্নে দি ভানুতনুজা।।
লগ্নেৰ সপ্তম অষ্টমে থাকে পাপ। মৰে জননী পীড়ে বাপ।। (খ. ব. ৪৪)

এইদৰে ডাকৰ বচন আৰু খনাৰ বচনৰ মাজত মিল দেখুৱাব পাৰি। ইয়াৰ পৰা সহজে অনুমান কৰিব পাৰি যে, ডাক-পৰম্পৰা আৰু খনা পৰম্পৰাৰ উৎপত্তি স্থল এটাই। দুজন স্বকীয়া ব্যক্তিৰ ৰচনা হোৱাহেঁতেন এই বচনবোৰৰ মাজত পাঠ (text), জমিন (texture), প্রসঙ্গ (context) আৰু সংযুক্তিৰ (structure) মাজত সাদৃশ্য পৰিলক্ষিত নহ'লহেঁতেন। গতিকে অসমৰ ডাক-পৰম্পৰা আৰু বংগদেশৰ ডাক-পৰম্পৰাৰ প্রসংগত মন্তব্য ডাঙি ধৰাৰ নিচিনাকৈ খনাৰ বচনৰ ক্ষেত্রতো কব পাৰি যে, এইবোৰ ব্যক্তি নিৰপেক্ষ ৰচনা আৰু তাৰ ভিত্তি কৃষি আৰু কৃষিজীৱি সমাজ।

## উৰিষ্যাত প্রচলিত ডাক-পৰম্পৰা:

অসম-বঙ্গদেশ আদিৰ নিচিনাকৈ পশ্চিম উৰিষ্যাৰ লোক সমাজতো কিছুমান কৃষি আৰু জ্যোতিষ বিষয়ক প্রবচন মুখ পৰম্পৰা প্রচলিত। এই বচনবোৰো ডাক নামৰ ব্যক্তি এগৰাকীৰ লগত সংযোজিত। উৰিষ্যাত প্রচলিত জনশ্রুতি মতে ডাকৰ জন্ম হৈছিল অচ্যুত কন্যাৰ গর্ভত। উৰিয়া ভাষাত ডকৰ অর্থ ভবিষ্যদ্বক্তা। কুঞ্জবিহাৰী দাসৰ মতে উৰিষ্যাৰ লোক জীৱনত সদা

সৰ্বদাই প্ৰচলিত প্ৰবচন বা Proverb বোৰ 'ডাক বছন' ৰূপে পৰিচিত।[৩৭] অৱশ্যে 'ডাকবছন'বোৰ 'ঢগ' ৰূপেও জনা যায়। উৰিষ্যা লোকসমাজত প্ৰচলিত প্ৰবচন বোৰক কেইটিমান শ্ৰেণীত ভাগ কৰিব পাৰি : (ক) ডাক বচন : ডাক বচনে খেতি-বাতি, বতৰ, ৰবযুণ, জ্যোতিষ, লোক-ঔষধ আদি বিষয় সামৰে। (খ) ছটা (Chata): ছটাৰ বিষয় বস্তু প্ৰায়ে সতিনী, অনাঠন বোৱাৰী, দাম্পত্য জীৱন, স্বামী, পুত্ৰ আদি। পশ্চিম অসমত খনা-পৰম্পৰাৰ প্ৰচলন থকাৰ নিচিনাকৈ উৰিষ্যাৰ অঞ্চল বিশেষে লোক জীৱনত খনা পৰম্পৰাৰ প্ৰচলনো অস্বীকাৰ কৰিব নোৱাৰি। বঙ্গদেশত প্ৰচলিত পৰম্পৰাৰ নিচিনাকৈ উৰিষ্যাতো ডাক আৰু খনা, বৰাহমিহিৰৰ লগত জৰিত। কোনো কোনো পণ্ডিতৰ মতে উৰিষ্যাতো জ্যোতিষ বিষয়ক প্ৰবচনবোৰ প্ৰায়ে ডাকৰ লগত সম্পৃক্ত আৰু কৃষি বিষয়ক প্ৰবচনবোৰ খনাৰ লগত সম্পৰ্কান্বিত।

অৱশ্যে ডাক আৰু খনা একেজন ব্যক্তিৰে দুটা নাম নহয়; ডাক পুৰুষ, খনা স্ত্ৰী; কিন্তু খনা, ডাকৰ পত্নী নহয় বা ডাক, খনাৰ স্বামী নহয়। উৰিষ্যাৰ অঞ্চল বিশেষে খনাক চাৰিক নামেৰেও জনা যায়। ডাক আৰু খনাৰ উল্লেখ কেবল বচন, প্ৰবচন, লোকোক্তি আদিতহে পোৱা যায়। বৃন্দাবন চন্দ্ৰ আচাৰ্য্যৰ মতে ডাক বা খনা ঐতিহাসিক ব্যক্তি নহয়, পৰম্পৰাহে। গতিকে বৰাহমিহিৰৰ লগত ডাকৰ সম্পৰ্ক যৌক্তিকতাৰ ওপৰত প্ৰতিষ্ঠিত নহয়; যিহেতু বৰাহমিহিৰ ঐতিহাসিক ব্যক্তি, ডাক জনশ্ৰুতি আশ্ৰিত। লোক মানসে কৰা সংযোগ প্ৰক্ৰিয়াৰ ফলশ্ৰুতিতহে বৰাহমিহিৰৰ পুত্ৰৰূপে ডাকে ধৰা দিছে।

অসম, বঙ্গদেশ, বিহাৰ, উত্তৰ প্ৰদেশ, পঞ্জাব, ৰাজস্থান আদি বিভিন্ন প্ৰান্তৰ নিচিনাকৈ উৰিষ্যাত প্ৰচলিত ডাক-প্ৰবচন বা খনাৰ বচনবোৰ লোকোক্তিহে, ব্যক্তি বিশেষৰ ৰচনা নহয়,—আৰু এই জাতীয় প্ৰবচনৰ পটভূমি—লোক সমাজ। পৰৱৰ্তী কালত ডাক, খনা বা চাৰিক নামৰ কাল্পনিক ব্যক্তিৰ লগত প্ৰবচনবোৰ সংযোগ কৰি দিয়া হৈছে।[৩৮]

---

৩৭. "Every village has, to its credit, a number of intelligent men and women. Proverb or Dākbachan is their creation."

*A Study of Orissan Folklore* (1953), P. 28

৩৮. সংবাদ দাতা : ড° বৃন্দাবন চন্দ্ৰ আচাৰ্য্য, প্ৰাধ্যাপক, উৰিষ্যা বিভাগ, সম্বলপুৰ বিশ্ববিদ্যালয়, ৫।৪।৮৭, ৭।৭।৮৭

উৰিষ্যাত প্ৰচলিত ডাকবচনৰ লগত অসমত প্ৰচলিত ডাকৰ বচনৰ সাদৃশ্য সুস্পষ্ট। উদাহৰণ স্বৰূপে অসম আৰু উৰিষ্যাৰ সংস্কৃতিত সদা-সৰ্বদাই প্ৰচলিত দুটিমান ডাক-প্ৰবচনৰ তুলনা তলত দিয়া হ'ল :

উৰিয়া ডাক-প্ৰবচন : যদি বৰষই মাঘৰ শেষ।
ধন্য সে ৰাজ ধন্য সে দেশ।[৩৮] (ক)

অসমীয়া ডাক-প্ৰবচন : যদি বৰষে মাঘৰ শেষ।
ধন্য ৰাজা পুণ্য দেশ॥ (পৰি. ৫)

উৰিয়া ডা. প্ৰ : উই ন দিশো হসি পশে।
উত্তৰ মেঘ দক্ষিণে আসে।
সজ গোবৰৰে অংশোই বসে।
ডাক বোলে পুত্ৰা নিশ্চে বৰষে।[৩৯]

অসমীয়া ডা. প্ৰ : প্ৰকাশিয়া ৰবি উঠিয়া নাসে।
উত্তৰৰ মেঘ দক্ষিণে ভাসে॥
পূৰ্ব্ব দিশে প্ৰকাশে ধেনু।
ডাকে বোলে বৃষ্টি হৈব জানু॥ (পৰি. ১২)

উৰিয়া ডা. প্ৰ : চন্দ্ৰ মণ্ডল মধ্যৰে তাৰা।
মেঘ বৰযে মূষল ধাৰা।[৪০]

অসমীয়া ডা. প্ৰ : চন্দ্ৰ মণ্ডলৰ মাজত তৰা।
মেঘে বৰষে মুষল ধাৰা॥ (পৰি. ১৩)

উৰিয়া ডা. প্ৰ : চোৰকু অড়ুআ চাঁদনী ৰাতি দাণ্ডীকি অড়ুআ পুঅ।[৪১]

অসমীয়া ডা. প্ৰ : চোৰে ভাল নেদেখে চন্দ্ৰৰ জ্যোতি।
দুষ্টা স্ত্ৰীৰ নাই পুত্ৰত ৰতি॥ (ডা. প্ৰ. পৃঃ ১৩)

উৰিয়া ডা. প্ৰ : অলপ তেন্টা মাইপ ধেন্টা মঠুআ বলদ জাৰ।[৪২]

অসমীয়া ডা. প্ৰ : বুঢ়া গৰুৰ সিঙে ভাৰ।
ঘৰিনি মূখৰা পো জুঝাৰ॥ (ডা. প্ৰ. পঃ ১৭)

---

৩৮. (ক) সংবাদ দাতা : বৃন্দাবন চন্দ্ৰ আচাৰ্য্য
৩৯. K. Das : *Op-cit*, P. 29
৪০. K. Das, *Op cit*, P. 29
৪১. K. Das, *Loc-cit*, P. 38
৪২. K. Das, *Loc-cit*

উৰিয়া ডা. প্ৰ : ভাঙ্গিলে জুআলি ছিণ্ডিলে জোত।
ঝিঅ মলে জোঈ কাঁহিবে পুত।[৪৩]

অসমীয়া ডা. প্ৰ : বাইমৰা তিনিহি, কঠিয়া মৰা কৃষি। (ডা. প্ৰ. পৃঃ ২৪)

উৰিয়া ডা. প্ৰ : স্তিৰী হোই জদি ন থিব গুণ।
ঘোইকি পিইব সুন্দৰ পণ।

অসমীয়া ডা. প্ৰ : স্তিৰী গেল্লেলী।। (পৰি. ১৫)

ওপৰোল্লিখিত তুলনাৰ সংযোগত সহজে অনুমান কৰিব পাৰিযে, অসমীয়া ডাকৰ বচন আৰু উৰিয়া ডাকৰ বচনৰ মাজত পাঠ, জমিন আৰু প্ৰসংগৰ ক্ষেত্ৰত অনেক মিল আছে। অসমৰ দৰে উৰিয়্যাতো 'ডাকবছন'বোৰ মুখ পৰম্পৰা প্ৰচলিত আৰু এইবোৰ বাচিক কলাৰ ( verbal art ) অন্তৰ্গত শ্ৰেণীবিশেষ (genres) ৰূপে পৰিগণিত। অৱশ্যে বৰ্তমান এই প্ৰবচনবোৰে লিখিত ৰূপ পাইছে ; যদিও অনেক ডাক-প্ৰবচন মুখ-পৰম্পৰা অধুনাও প্ৰচলিত। বিষয়বস্তু আৰু প্ৰসংগৰ ফালৰ পৰা আন নহলেও এটা কথা নিশ্চিতভাবে অনুমান কৰিব পাৰি যে, অসমীয়া ডাক-প্ৰবচন আৰু উৰিয়া 'ডাকবছন'ৰ উৎস ভূমি একেটাই।

## মিথিলাত প্ৰচলিত ডাক-পৰম্পৰা :

মিথিলাত প্ৰচলিত পৰম্পৰা মতে ডাক, মিথিলা অঞ্চলৰ জ্ঞানী পুৰুষ। পিৰ মহম্মদ যুচুফ, উমেশ মিশ্ৰ আৰু জীৱানন্দ ঠাকুৰে স্পষ্ট ভাবে কব খোজে যে ডাক মিথিলাৰ লোক।[৪৪] জীৱানন্দ ঠাকুৰৰ মতে 'ডাকৰ বচন' মৈথিল ভ সাত ৰচিত আৰু মিথিলাৰ পৰাহে আন আন অঞ্চললৈ (উত্তৰ প্ৰদেশ, ৰাজস্থান, ঙ্গ অসম ইত্যাদি) সাংস্কৃতিক সংযোগ বশতঃ প্ৰব্ৰজন কৰিছে। তেওঁৰ ১ ত মিথিলাতহে কেৱল লিখিতৰূপত ডাকৰ বচন পোৱা হৈছে, আন আ- অঞ্চলত মৌখিক পৰম্পৰাতহে ডাকৰ বচন পোৱা যায়।[৪৫] অৱশ্যে তেওঁ কবলৈ বাধ্য হৈছে যে, সম্ভৱতঃ একেজন ব্যক্তিয়েই মিথিলাত ডাক আৰু মিথিলা ভিন্ন অন্য প্ৰান্তত ঘাঘ, ডক্ক আদি নামেৰে প্ৰসিদ্ধি লাভ কৰিব

৪৩. K. Das, *Op-cit*, P. 39

৪৪. J. Mishra : *Introduction to the Folk Literature of Mithila* (Part I) P. 44

৪৫. অসমতো লিখিত ৰূপত ডাকৰ বচন পোৱা হৈছে।

পাৰে। দ্বিতীয়তে, মিথিলাৰ লোকজীৱনৰ ওপৰত ডাক-প্ৰবচনবোৰৰ প্ৰভাৱ সুদূৰ প্ৰসাৰী হোৱাৰ উপৰিও, মিথিলাত সংস্কৃতত ৰচিত হোৱা ধৰ্মশাস্ত্ৰ আৰু জ্যোতিষশাস্ত্ৰাদিতো এই প্ৰবচন বোৰে স্থান লাভ কৰিছে। মিথিলাৰ বাহিৰে আন প্ৰদেশত ডাক-প্ৰবচন সমূহে এতাদৃশ বিশিষ্ট স্থান লাভ কৰিবলৈ সক্ষম হোৱা নাই। বিদ্যাপতি ঠাকুৰৰ পুত্ৰ মুদ্ৰাহস্তৰ 'দৈবজ্ঞ বান্ধৱ' কৰ্তা হৰপতি ঠাকুৰে নিজৰ 'ব্যৱহাৰ প্ৰদীপক' নামৰ জ্যোতিষ নিবন্ধত বীজবন্ধন সিদ্ধযোগ বিচাৰে ডাক: তথাচ ডাক: অথ যমঘণ্ট বিচাৰে দগ্ধতিথি বিচাৰে যোগিনী বিচাৰে পশুযাত্ৰা নৱান্ন ভক্ষণ, বীজবপন, গ্ৰামবাস, অষ্ঠদিশা ফলশ্ৰুতি, বৃক্ষৰোপণ, অথ সেৱাচক্ৰ অৰিষট্‌ক লক্ষণ' ইত্যাদি বিচাৰৰ ক্ষেত্ৰত ডাকৰ প্ৰমাণত্বৰ উল্লেখ কৰা দেখা যায়।[৪৬] মিথিলাধীশ শুভঙ্কৰ ঠাকুৰকৃত "তিথিদ্বৈধনিৰ্ণয়' নামৰ ধৰ্মগ্ৰন্থত 'সুখৰাত্ৰি বিচাৰে ডাক:' বুলি ডাকৰ প্ৰমাণত্বৰ উল্লেখ কৰা হৈছে।[৪৭] 'গ্ৰামবাস বিচাৰ' নামৰ গ্ৰন্থত 'গ্ৰামবাস বিচাৰে ডাক' ৰূপে উল্লেখ কৰি ডাকৰ প্ৰমাণত্ব স্বীকাৰ কৰা দেখা যায়।[৪৮]

মৈথিল ভাষাৰ প্ৰাচীন লিপিত তালপত্ৰত লিখা জ্যোতিষ বিষয়ক কিছুমান নিবন্ধ পোৱা গৈছে। এই নিবন্ধত আলোচনা কৰা 'তৰুৰোপণ', 'অশ্বযুদ্ধ যোগিনী', কাক-শকুন, বৰ্ষা, বীজবপন, যাত্ৰা আদিত ডাকৰ নাম লক্ষ্য কৰিব পাৰি।[৪৯] ইয়াৰ বাহিৰেও মিথিলাৰ আবাল-বৃদ্ধ-বনিতাই দৈনন্দিন আৰু ঘৰুৱা জীৱনত ডাক-প্ৰবচন ব্যৱহাৰ কৰাত সদা সৰ্বদাই অভ্যস্ত।

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে, ডাকে কেৱল মিথিলাৰ লোক-সমাজতেই নহয় বৰং নিজৰ যোগ্যতাৰ কাৰণে আন প্ৰদেশৰ বিদ্বৎ সমাজতো সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল আৰু গোপকুলালঙ্কাৰ হোৱা সত্বেও দ্বিজকুলৰ দ্বাৰা সমাদৃত নোহোৱাকৈ থকা নাছিল।[৫০]

৪৬. জীৱানন্দ ঠাকুৰ (সম্পা): মৈথিল ডাক, পৃ: ৪-৫

৪৭. উ. গ্ৰ. পৃ: ৫

৪৮. উ. গ্ৰ.

৪৯. উ. গ্ৰ.

৫০. উ. গ্ৰ. পৃ. ৬

জীৱানন্দ ঠাকুৰৰ মতে, তালপত্ৰত ৰচিত হোৱা প্ৰায়বিলাক 'ডাক-প্ৰবচন'ৰ ভাষা 'অবহট্ট' (অপভ্ৰংশ)। কবিকোকিল বিদ্যাপতি ঠাকুৰে ৰচনা কৰা 'কীৰ্তিলতা'ত 'অবহট্ট' ভাষা ব্যৱহাৰ কৰা হৈছে। পৰৱৰ্তী কালত ডাক-প্ৰবচনবোৰে মৈথিল ভাষাত আত্ম প্ৰকাশ কৰা হেতু এশ-ডেৰশ বছৰৰ পূৰ্বে ৰচিত ডাক-প্ৰবচনৰ ভাষাৰ লগত বৰ্তমান মিথিলাত প্ৰচলিত ডাক-প্ৰবচনৰ ভাষাৰ পাৰ্থক্য দেখা যায়। তেওঁৰ মতে মিথিলা ভিন্ন অন্য অঞ্চলত প্ৰচলিত ডাক-প্ৰবচনতো মৈথিলী ভাষাৰ শুদ্ধ ৰূপ পোৱা যায়।[৫১] জয়কান্ত মিশ্ৰই ডাকৰ সময় নিৰ্ণয় কৰিবলৈ গৈ কৈছে: 'কোন সময়ত ডাকৰ উদ্ভৱ হৈছিল তাক নিৰ্ণয় কৰা অসম্ভৱ, মাত্ৰ এইটোৱেই কব পাৰি যে, তেওঁৰ প্ৰবচন বোৰৰ উল্লেখ খ্ৰীঃ ১৪ শ শতিকাৰ পৰা খ্ৰীঃ ১৭ শতিকাৰ ভিতৰত মিথিলাত ৰচিত জ্যোতিষ শাস্ত্ৰৰ হাতে লিখা পুথিত পোৱা যায়।'[৫২] জীৱানন্দ ঠাকুৰে অনুমান কৰে যে, খ্ৰীঃ চতুৰ্দশ শতিকাৰ পূৰ্বেই ডাকৰ জন্ম হৈছিল।[৫৩] উমেশ মিশ্ৰই ভাবে যে, খ্ৰীঃ ষোড়শ শতিকাত ডাকৰ জন্ম হ'ব পাৰে।[৫৪]

বঙ্গদেশত প্ৰচলিত পৰম্পৰাৰ নিচিনাকৈ মিথিলাত প্ৰবহমান দন্তকথা মতেও ডাক, গোৱালৰ ল'ৰা অৰ্থাৎ গোৱালৰ ঘৰত ডাকৰ জন্ম হৈছিল: "কহিগেল ডাক, গোআৰ।" মিথিলাত প্ৰচলিত লোক বিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰি কব পাৰি যে, আভীৰ ক্ষেত্ৰত দৈৱজ্ঞাচাৰ্য্য বৰাহমিহিৰৰ ঔৰসত ডাকৰ জন্ম। আকৌ অসমৰ ডাকৰ নিচিনাকৈ মৈথিল ডাকেও পানীত পৰি মৃত্যু বৰণ কৰিছিল। জনশ্ৰুতি মতে বাৰ বছৰ বয়সত মৈথিল ডাকে পুখুৰীৰ পানীত জাপ দিওতে কেশত জোট লগা হেতু সাঁতুৰিবলৈ অক্ষম

---

৫১. জীৱানন্দ ঠাকুৰ (সম্পা); প্ৰা. গ্ৰ. পৃঃ ১০

৫২. "It is impossible to fix upon any date when he flourished; all that can be said is that his aphorisms are quoted in some Maithila Mss. of *Jyotiṣa śāstra* in the 14th and 17th centuries."
Jayakanta Mishra, *Op-cit*, P. 45

৫৩. জীৱানন্দ ঠাকুৰ (সম্পা) প্ৰা. গ্ৰ. পৃ ১১

৫৪. উ. গ্ৰ. পৃ. ১১

হয় আৰু তেনেদৰে তেওঁ মৃত্যুৰ মুখত পৰে। অসমৰ ডাকৰ দৰে মৈথিল ডাকেও মৃত্যুৰ সময়ত কৈছিল:

'ঐ জন্ম বুঝী ডাক নিবুৰ্দ্ধী।
নাশহি কাল বিনাশহি বুদ্ধী।'[৫৪(ক)]

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে, অসম, বঙ্গ আৰু উৰিষ্যাৰ পণ্ডিত সকলৰ নিচিনাকৈ মিথিলাৰ পণ্ডিত সকলেও ডাকক মিথিলাৰ পণ্ডিত-কবি ৰূপে প্ৰতিপন্ন কৰিবলৈ প্ৰয়াস কৰিছে। মিথিলাত ৰচিত জ্যোতিষ-প্ৰবন্ধাদিত ডাকৰ নামোল্লেখ পোৱা যায়। সিছে সেইবোৰ গ্ৰন্থত ডাক পদৰ প্ৰয়োগ জ্ঞানী অৰ্থতহে।[৫৫] অসমত প্ৰচলিত ডাক-পৰম্পৰাৰ লগত জ্যোতিষ-পণ্ডিত বৰাহমিহিৰক সংযোগ কৰাৰ নিচিনাকৈ মৈথিল ডাকৰ সৈতে বৰাহমিহিৰৰ পিতা-পুত্ৰৰ সম্পৰ্ক স্থাপন কৰা হৈছে। দ্বিতীয়তে, মিথিলাত প্ৰচলিত ডাক-প্ৰবচনৰ লগত অসম, বঙ্গ, বিহাৰ, উত্তৰ প্ৰদেশ, ৰাজস্থান আদিত প্ৰবহমান তেনে জাতীয় প্ৰবচনৰ সাংযুক্তিক, বিষয়গত আৰু ভাবগত সাদৃশ্য পৰিলক্ষিত। এই কাৰণৰ পৰা সহজে অনুমান কৰিব পাৰি যে, মিথিলাত প্ৰচলিত ডাক-প্ৰবচন সমূহ কোনো ব্যক্তি বিশেষৰ ৰচনা নহয়। অসমীয়া ডাক-প্ৰবচনৰ নিচিনাকৈ মৈথিল ডাক' বচনবোৰো কৃষি, বৰ্ষফল, বৰ্ষা, যাত্ৰা, গাৰ্হস্থ্য, গ্ৰহণ আদি প্ৰকৰণত ভাগ কৰিব পাৰি।

অসমীয়া ডাক-প্ৰবচন আৰু মৈথিল ডাক-প্ৰবচনৰ মাজত থকা সাদৃশ্যৰ আভাস তলত দিয়া তুলনাই স্পষ্ট কৰি তুলিব:

অসমীয়া ডাক-প্ৰবচন: ৰবিবাৰে মঘা পূৰ্ব ফাল্গুনি।
অশ্লিসা পুষ্যা সোমে জানি॥
কুজে অনুৰাধা শ্ৰবনা জান।
বুধে আদ্ৰা হস্তা মিলন॥
মূলা ৰেবতি শুকবাৰে পাই।
স্বাতি ৰোহিনি শুক্ৰে মিলাই॥
সনিবাৰে সতভিষা জেৰে।
ডাকে বোলে যমঘন্ট তেৰে॥ (ডা. প্ৰ. পৃঃ ৫৩)

---

৫৪ (ক) জীৱানন্দ ঠাকুৰ (সম্পা), প্ৰা. গ্ৰ. পৃ. ১৩
৫৫ পৰবৰ্তী অধ্যায়ত বিস্তৃতভাৱে আলোচনা কৰা হৈছে।
৫৬ জীৱানন্দ ঠাকুৰ (সম্পা): প্ৰা. গ. পৃঃ ২

মৈথিল ডাক-প্ৰবচন :

জই ৰবিবাৰে মঘা ধনিষ্ঠা সোমে পুষ্য বিশাৰা (খা) জট্টা।
মঙ্গল কৃত্তিক ভৰণি বিকল্পা কৰ পূবফল্গুনী বুধ বিকল্পা ॥
বাৰে ৰেহুফফই মূল ৰেৱতী শুক (ক্র) হি বাৰহি ৰোহিনি স্বাতী।
শ্ৰৱণা শতভিশা জই শনিবাৰে, এহু যমঘন্ট কহিঅ গোআৰে ॥[৫৬]

অ. ডা. প্ৰ :

অক্ষৰ তৃগুন মাত্রা চাৰি। নাম থিৰ কৰি পুৰুষ নাৰি।।
লোচনে হৰিবা ভাগ। জীৱন মৰন পাইবা লাগ ॥
স্বন্যে একে মৰে পতি। দুই পাইলে মৰে যুবতি ॥
তিনি পাইলে উভয়ৰ মৰন। ডাকৰ এই নিচয় বচন ॥ (ডা. প্ৰ. পৃঃ ৭৫)

মৈ. ডা. প্ৰ :

অথ থৰ দোগুণ চৌগুণ মত্তা ভাগ হৰহ না হৰসি নেত্তা।
এক স্থন জঅো পুৰুষ হলট্ঠা বেৰি হোএ জঅো তিৰি অবিলট্ঠা ॥[৫৭]

অ. ডা. প্ৰ : আগে জুগুনি পুত্ৰক খাই। ডাইনে জুগুনি সৰ্ব্বচ্চ হৰাই ॥
বামে পৃষ্টি জুগুনি পাই। লঙ্কা জিনি ৰাম অজোধ্যাক জাই ॥
(ডা. প্ৰ. পৃঃ ৭৬)

মৈ. ডা. প্ৰ : অআোধে ষোগিনি মাৰ মাৰ কৰ পাছে অতি সুখদেএ।
বামে যোগিনি লাভ কৰাবএ দহিনে জীৱ হৰিলেএ।[৫৮]

অ. ডা. প্ৰ : লগ্নে কুজা লগ্নে সুজা। তাতে থাকে ভানু তনুজা ॥
(ডা. প্ৰ. পৃঃ ৫৫)

মৈ. ডা. প্ৰ : লগ্নহি কুজা লগ্নহি সুজা, লগ্নহি হোৱএ ভানু তনুজা ॥[৫৯]

অ. ডা. প্ৰ : সক সকৈ বান্ধিবা ঘৰ। এটা নালাগে দহোটা কৰ ॥
(ডা. প্ৰ. পৃঃ ৮০)

মৈ. ডা. প্ৰ : ছোট ছোট ঘৰ বান্হী চৌধৰা।
নামে ফাৰ জোতাৰী হৰা।[৬০]

৫৭ জীৱানন্দ ঠাকুৰ (সম্পা), প্ৰ. গ্ৰ, পৃঃ ৬
৫৮ প্ৰ. গ্ৰ. পৃঃ ৮
৫৯ প্ৰা. গ্ৰ. পৃঃ ১৮
৬০ প্ৰা. গ্ৰ. ডাক, পৃঃ ৩৫

অ. ডা. প্র: শ্রাবণ মাসত ৰোহিণী ঋক্ষত যদি বৰি:স দেৱ।
হাল তুল বেচি কৰ সব লোক দেখি মহাদেৱ সেৱ॥
(ডা. প্র. পৃঃ ৪৪)

মৈ. ডা. প্র: সাঔন কৃষ্ণ একাদশী ৰোহিনি জেতো হোয়।
তেতো সময়া জানিএ থড়ো ঘসএ নহি কোএ॥[৬১]

অ. ডা. প্র: তিথি বৃদ্ধিয়ে সস্যক নাসে।
ঋক্ষ বৃদ্ধিয়ে তিল বিনাসে॥ (ডা. প্র. পৃঃ ৪৪)

মৈ. ডা. প্র: তিথি বঢ়এ তো ধান নশাবএ।
নক্ষত্র বঢ়এ তো ধান উপজাবএ॥[৬২]

অ. ডা. প্র: পৌষ মাসে জদি মেঘ গর্জন। মাঘ মাসত মেঘ সোসন॥
চৈত্রত কেন্দুফল নিৰন্তৰ। বৈশাগ মাসত পৰে পাথৰ॥
ৰিনি ৰিনি জল পৰে জৈষ্ঠত। চাৰি মাহ বৃষ্টি হোৱে লোকত॥
(ডা. প্র. পৃঃ ৪৪)

মৈ. ডা. প্র: অগহন যদি তিথি অষ্টমী জোঁ মেঘ দর্শত।
ও মেঘ সাঔনি ভৰি কহএ 'ডাক' বর্ষত॥
অগহন সুদি একাদশী তিথি দ্বাদশ কাত্তিক বাত্তি॥
পৌষ পঞ্চমী আৰ সুদ্ধ মাঘ মাসমে সাত্তি।
ই সব্ব দিন যদি মেঘ দেখো চাৰি মাস বর্ষা অতি পেখী॥[৬৩]

অ. ডা. প্র: মাঘৰ সেসত যদি বৰিষে পানি। তেবে অলপ বৃষ্টি আগলে জানি॥[৭২] ( ডা. প্র. পৃঃ ৪৪ )

মৈ. ডা. প্র, মাঘ বদী সপ্তমী কে তাহি জোঁ বিজ্জু চমকয় নভ মাহি।
মাস বাৰহু বৰষে মেহ মত সোচহু চিন্তা তজি দেহ॥[৬৪]

অ. ডা. প্র, ধনৰ মধ্যত ধান্য সোভন। ধান্য নহলে মৰে তেখন॥
( ডা. প্র. পৃঃ ৪৯ )

---

৬১ মৈথিল ডাক, পৃঃ ৩৬
৬২ উ. গ্র. পৃঃ ৩৬
৬৩ উ. গ্র. পৃঃ ৪৪
৬৪. উ. গ্র. পৃঃ ৪৫

মৈ. ডা. প্র, ধনমে ধান আঙোৰ ধন গায়, কিছু কিছু সোনা আঙোৰ সব ছায় ॥[৬৫]

অ ডা. প্র: বিক তিথি জেবে ছুয়ো ভুল। বৈবেক বাবিবা নাহিকে ভুল ॥ (ডা. প্র. পৃ: ৪৫)

মৈ. ডা. প্র: তিথি নক্ষত্র হোরএ সমতুল পুহমী উপজয় তুলম ভুল ॥[৬৬]

অ. ডা. প্র: ফাগুন গতে চৈত্রব সংক্রান্তি জে বাব।
ৰবি সোসে সোমে বৰিসে মঙ্গলে ধুলি অন্ধকাব॥
মেদনি নসহে সস্যব ভাব, বুধ বৃহস্পতি শুক্রবাব ॥
আ.দ দৈব বসে হএ শনিবাব। সস্য নাহি প্রজাব খয়কাব ॥
(ডা. প্র. পৃ: ৪৫)

মৈ, ডা, প্র: ৰবি কুজ শনিহো সংক্রান্তি ৰাজা অগ্নি ঘোৰ ভয় ভাঁতি।
বুধ চন্দ্রহি জোঁ হো সক্রমন সন্তী কল্যান শোভীত জন ॥
গুক শুক্র বাসৰ জোঁ হো পৰবেশ ধন্যবৃদ্ধি সোঁ 'ডাক' ন কলেশ।
ঘোড়া বোড়া টিড্ডী জোঁ উড়এ ৰাজা মৰএ কী পৰতী পড়এ ॥[৬৭]

অ. ড. প্র: তিনিস সাঠি জোপা কবা কল।
মাহিলি মাহলি লিকোনাবা তল ॥
পাত পচলা লাভতে খাবা।
লঙ্কাৰ বনিজ হাততে পাবা ॥ (ডা. প্র. পৃ: ৫২)

মৈ. ডা. প্র. বয় 'ডাক' তো সুনহ ৰাহ্মন, কেৰা ৰোপী আষাঢ় সাবন।
তীন সএ সাঠি জে কেৰা ৰোপএ আবি নিচিন্ত ঘৰহি ভএ সুতএ ॥[৬৮]

অ. ডা. প্র: জেই জেই মাসৰ জেই জেই ৰাশি। তাৰ সপ্তমে থাকে সসি ॥
তাতে আসে পুর্নিমা হোবে। অবশ্যে শসিক, ৰাহুৰে গ্রহে ॥
(ডা. প্র. পৃ: ৫২-৫৩)

---

৬৫. মৈথিল ডাক পৃ: ৬৯

৬৬ উ. প্র. পৃ: ৩৭

৬৭ উ. প্র. পৃ: ৪০

৬৮ উ. প্র. পৃ: ৬৭

মৈ. ডা. প্ৰ: ৰবি সঁ চন্দা সাত মে ৰাহু সঁ হো একন্ত।
তখন গহনা লাগিএ কথী লএ খড়ী বসন্ত ।।৬৯
অ. ডা. প্ৰ: এক সনি গুৰু মঙ্গলবাৰ। দক্ষিণ নাসিকা পবন সঞ্চাৰ।।
সোম শুক্ৰ বুধ বাম। জিনিবে লঙ্কা গোসাই ৰাম ।।
(ডা. প্ৰ. পৃঃ ৭৬)
মৈ. ডা. প্ৰ: শনি ৰবি মঙ্গল ও গুৰুবাৰ দক্ষিণ পবন কৰব সঁচাৰ।।
সোমে শুক্ৰে বুধে বাম এহি বিধি লঙ্কা জীতল বাম ।।৭০

অসমীয়া ডাক-প্ৰবচন আৰু মৈথিল ডাক প্ৰবচনৰ মাজত থকা সাদৃশ্যৰ পৰা সিদ্ধান্তত উপনীত হ'ব পাৰি যে, উভয় অঞ্চলত প্ৰচলিত ডাক-প্ৰবচন ৰাজিৰ উৎসৰ প্ৰসংগত বিভিন্নতা নাই। মৈথিল পণ্ডিত সকলৰ অনুমানৰ ওপৰত নিৰ্ভৰ কৰি ডাকক ঐতিহাসিক ব্যক্তি বুলিব নোৱাৰি।

মিথিলা অঞ্চলৰ বাহিৰে বিহাৰ প্ৰদেশৰ বিভিন্ন অঞ্চলতো ডাক-পৰম্পৰা প্ৰবহমান। অৱশ্যে ডাক পৰম্পৰাৰ লগত ঘাঘ, খোনা (খনা), ভাড আদি নামো জৰিত। সম্ভৱ উত্তৰ প্ৰদেশ আৰু ৰাজস্থানৰ অঞ্চল বিশেষে প্ৰচলিত ভড্ডৰী পদটো বিহাৰ ত'ভাড' ৰূপ (form) পৰিগ্ৰহ কৰিছে। ৭০(ক) বংগদেশ, অসম, উৰিষ্যা, আদিত ডাক-প্ৰবচন আৰু খনাৰ বচন যি দৰে একেটা উৎসৰ পৰাই বিকাশ লাভ কৰিছে তদ্ৰূপ বিহাৰতো ডাক, খোনা আৰু ভাডৰ উৎস একেটাই। ডাক পৰম্পৰাই বিহাৰত ঘাঘ, খোনা আৰু ভাড ৰূপে আত্মপ্ৰকাশ কৰা স্বাভাৱিক।

## ভোজপুৰী ক্ষেত্ৰত প্ৰচলিত ডাক-পৰম্পৰা :

আধুনিক ভোজপুৰী ক্ষেত্ৰৰ প্ৰাচীন সীমা প্ৰামাণিকভাবে নিশ্চিত কৰিব নোৱাৰি। কোনো কোনো পণ্ডিতৰ মতে প্ৰাচীন কালৰ মল্ল, বজ্জি, কাশী, কাৰুষ আদি জনপদৰ সমষ্টিয়েই বৰ্তমানৰ ভোজপুৰী ক্ষেত্ৰ। সম্পূৰ্ণ ভোজপুৰী ক্ষেত্ৰত ইতিহাসৰ কোনো এক সময়ত কোনো এজন ৰজাই ৰাজত্ব কৰাৰ প্ৰমাণ পোৱা নাযায়। বৌদ্ধ-গ্ৰন্থৰ ওপৰত নিৰ্ভৰ কৰি কৰ পাৰি যে,

---

৬৯ মৈথিল ডাক, পৃঃ ৬৬

৭০. উ. গ্ৰ, পৃঃ ৫৬

৭০ (ক) ৰাম নৰেশ ত্ৰিপাঠী (সম্পা): ঘাঘ ঔৰ ভড্ডৰী, পৃঃ ২৬

ভোজপুৰী ক্ষেত্ৰ শাক্য, কৌলিয়, মৌৰ্য্য, বুলি, কাশী আৰু মগ্ গ জনপদৰ সমষ্টি। বৰ্ত্তমান এই ক্ষেত্ৰৰ উত্তৰে নেপাল, দক্ষিণে উৰিষ্যা, পূবে মিথিলা আৰু পশ্চিমে ছট্টিচগড়। মাগধী অপভ্ৰংশৰ পৰা ভোজপুৰী ভাষা উদ্ভব হৈছে। বিহাৰ প্ৰদেশৰ চম্পাৰণ, চাৰণ, চাহাবাদ, ৰাঁচি, পলামু জিলা; উত্তৰ প্ৰদেশৰ গাজীপুৰ, বলিয়া, বাৰানসী, মিৰ্জাপুৰ, জৌনপুৰ, আজমগড়, গোৰখপুৰ, বস্তী আৰু মধ্যপ্ৰদেশৰ চৰগুজা, বিয়াচত, জচপুৰৰ অধিকাংশ অঞ্চলত ভোজপুৰী ভাষাৰ প্ৰচলন দেখা যায়।[৭১]

লোকোক্তি-প্ৰবচন আদিৰ ক্ষেত্ৰত ভোজপুৰী ভাষা সমৃদ্ধ। এই লোকোক্তি আৰু প্ৰবচন ৰাজি ঘাঘ, ভড্ডৰ, ভড্ডৰী, ডাক আদিৰ নামৰ লগত জৰিত। যেনে:

ডাক প্ৰবচন: (১) আদি ন বৰসে আদৰা, হস্ত ন বৰসে নিদান।
কহে ডাক সুনি ভিল্লৰী, ভয়ে কিসান পিসান।[৭২]

(২) মাঘ বৰসে সবাই, ফাগুন বৰসে গঁৱাই।

(৩) কাম কৰে মউসী, ভোজ পৰে লবাৰ।

(৪) জতনা তপী ওতনে বৰসী।

(৫) আগে মে পীছে ভান বৰখা হোখে ওস সমান।

(৬) সাৱন শুক্লা সপ্তমী ছিপকে উগে ভান।
তবতক মেঘা বৰসে, জবতক দেৱ উঠান॥*

(৭) ধন উ ৰাজা ধন উ দেশ, জহৱাঁ বৰসে অগহন সেস।

(৮) আসাঢ়ী শুদি নৌমী না বাদৰ না বীজ।
হৰ ফাড়ি ইন্হনা কৰঅ বইঠল চামঅ বীজ॥

(৯) অচ্ছী গায় বৈসাহিএ জিস্কী কজ্জল বান।
সোলহ সিংঘ বত্তীস খুৰী নব থন তেহৰ কান॥

(১০) খেতী বেটী নিজে গায় না দেখে ওকৰ জায়।[৭৩]

ভোজপুৰী অঞ্চলত ডাকৰ নামত প্ৰচলিত ওপৰোল্লিখিত প্ৰবচন সমূহৰ লগত অসম, বঙ্গ, উৰিষ্যা আদিত প্ৰবহমান ডাক প্ৰবচনৰ লগত সাংস্কৃতিক,

---

৭১ শশিশেখৰ তিৱাৰী: ভোজপুৰী লোকোক্তিয়াঁ, পৃঃ ২৫-২৮, ২৩১
৭২ উ. গ্ৰ. পৃঃ ২৩২
৭৩. প্ৰা. উ. গ্ৰ. পৃঃ ৭০-৮৬

বিষয়গত আৰু ভাবগত মিল অস্বীকাৰ কৰিব নোৱাৰি। দ্বিতীয়তঃ, ভোজপুৰী পৰম্পৰা অনুসৰি ডাকৰ জন্ম অহীৰ কুলত অৰ্থাৎ গোৱালৰ ঘৰত।

## উত্তৰ প্ৰদেশত প্ৰচলিত ডাক-পৰম্পৰা :

অসম, বঙ্গ, মিথিলা আদিত প্ৰচলিত ডাক-প্ৰবচনৰ সদৃশ কিছুমান প্ৰবচন উত্তৰ প্ৰদেশৰ লোক সমাজত সদা সৰ্বদাই ব্যৱহাৰ হোৱা দেখা যায়। এই প্ৰবচন বোৰ ডাকৰ লগত সংযোজিত নহয়, ঘাঘৰ লগতহে জৰিত। ডাক আৰু ঘাঘ মূলতঃ একেই; ডাকৰ অৰ্থ জ্ঞানী আৰু ঘাঘৰ অৰ্থও জ্ঞানী। গতিকে পূৰ্ব ভাৰতত প্ৰচলিত 'ডাক-পৰম্পৰা'ৰ লগত উত্তৰ প্ৰদেশত প্ৰচলিত ঘাঘ-পৰম্পৰা অভিন্ন। উত্তৰ প্ৰদেশত 'ঘাঘ' আৰু 'ডাক' দুয়োটা নামৰেই প্ৰচলন আৰু ব্যৱহাৰ অস্বীকাৰ কৰিব নোৱাৰি। ভোজপুৰী অঞ্চলত 'ডাক' আৰু 'ঘাঘ' উভয় পৰম্পৰাৰ মাজত সহ-অৱস্থান স্বীকাৰ কৰিবলৈ বাধ্য হোৱাৰ নিচিনাকৈ ভোজপুৰী অঞ্চলৰ পৰিসীমাৰ বহিঃস্থ উত্তৰ প্ৰদেশীয় অঞ্চলতো ডাক আৰু ঘাঘৰ মাজত ঐক্য আৰু সাদৃশ্য পৰিলক্ষ্যণীয়।

ঘাঘৰ বিষয়ে শিৱসিংহই তেওঁৰ 'সৰোজ'ত লিখিছে: "ঘাঘ কান্যকুব্জ অন্তৰ্বেদ ৱালে সং ১৭৫৩ মে উ।"[74] তেওঁ আৰু কৈছে যে, ঘাঘৰ দোহা, ছপ্পয়, লোকোক্তি তথা নীতি সম্বন্ধীয় বচনবোৰ গ্ৰাম্য জনৰ কথাৰূপে বিখ্যাত। মিশ্ৰবন্ধুই তেওঁৰ 'বিনোদ'ত উল্লেখ কৰিছে: "সেই গৰাকী মহাশয়ে ১৭৫৩ সনত জন্ম লাভ কৰিছিল আৰু ১৭৮০ত তেওঁ কবিতা ৰচনা কৰিছিল। নীতি সম্পৰ্কীয় প্ৰবচনবোৰ তেওঁ শক্তিশালী লোক ভাষাত ব্যক্ত কৰিছিল।"[75]

'হিন্দী-শব্দ সাগৰ'ৰ সম্পাদক মহোদয়ে উল্লেখ কৰিছে: "ঘাঘ গোণ্ডত বাস কৰা এগৰাকী অতিশয় চতুৰ আৰু অনুভৱ বিশিষ্ট ব্যক্তিৰ নাম। তেওঁ কোৱা অনেক প্ৰবচন উত্তৰীয় ভাৰতত প্ৰসিদ্ধ। খেতি বাৰী, ঋতু-কাল তথা লগ্ন মুহূৰ্ত আদিৰ বিষয়ে তেওঁৰ অভিজ্ঞতালব্ধ যুক্তি খেতিয়কে তথা জন-সাধাৰণে ব্যাপক ভাৱে ব্যৱহাৰ কৰে।"[76]

কোনো কোনো পণ্ডিতৰ মতে ঘাঘৰ জন্ম হৈছিল কনৌজত, খ্ৰীঃ ১৬৩৬ চনত। শিৰ মহম্মদ যুচুকে ঘাঘৰ প্ৰবচনৰ ভাষাতাত্ত্বিক দিশৰ ওপৰত দৃষ্টি

---

৭৪. ৰামনৰেশ ত্ৰিপাঠী (সম্পা.): ঘাঘ ঔৰ ভড্ডৰী, ভূমিকা, পৃঃ ১৩

৭৫. উঃ গ্ৰ.

৭৬. উঃ গ্ৰ.

ৰাখি কব খোজে যে, চম্পাৰণ আৰু মুজফ্ফৰপুৰ জিলাৰ উত্তৰ ফালে অৱস্থিত ঔৰৈয়ামঠ বা বৈৰগনিয়া আৰু কুড়ৱা চৈনপুৰৰ ওচৰৰ কোনো গাঁওত ঘাঘৰ জন্ম হোৱা অসম্ভৱ নহয়; অথবা চম্পাৰণৰ নিকটৱৰ্ত্তী কোনো গাঁওত তেওঁৰ জন্ম হ'ব পাৰে, নাইবা আন ঠাইৰ পৰা আহি তেওঁ এই অঞ্চলত কিছুদিন থাকিব পাৰে।[১৭]

ঘাঘ সম্বন্ধে প্ৰচলিত জনশ্ৰুতি মতে প্ৰাচীন কালত জ্যোতিষাচাৰ্য্য বৰাহমিহিৰে তেওঁৰ গাঁওৰ পৰা বিক্ৰম ৰজাৰ ৰাজধানীলৈ যাত্ৰা কৰি সন্ধিয়া হোৱা বাবে এঘৰ গোৱালৰ ঘৰত আলহি ৰূপে থাকে। গোৱালে বৰাহমিহিৰক আদৰ-সাদৰকৈ ভোজনাদিৰ ব্যৱস্থা কৰি দিলে আৰু অতিথিৰ যাৱতীয় সেৱা-শুশ্ৰূষাৰ বাবে নিজৰ যুৱতী কন্যাজনীক নিয়োজিত কৰিলে। প্ৰাৰব্ধবশতঃ মধ্যৰাত্ৰি গোপকন্যাৰ লগত বৰাহমিহিৰৰ যৌন মিলন সংঘটিত হ'ল। ৰাতিপুৱা বৰাহমিহিৰ যাবলৈ ওলাল। তেনে সময়তে বিষাদ-বিমনা গোপ কন্যাক লক্ষ্য কৰি বৰাহমিহিৰে কলে যে, মিলনৰ ফল স্বৰূপে গোপ-কন্যা গৰ্ভৱতী হ'ব আৰু তেওঁ এটি বিদ্বান বালকক জন্ম দিব। পুত্ৰ-জন্ম হোৱাৰ কেইদিনমানৰ পিছতেই বৰাহমিহিৰ পুনঃ গোপ কন্যাৰ ওচৰলৈ ঘূৰি আহিব।[১৮]

ঘাঘ জাতিত আছিল অহীৰ বা গোপ বা গোৱাল।[১৯] নিজৰ পাণ্ডিত্য আৰু প্ৰতিভাৰ বলত তেওঁ সৰ্বজনৰ দ্বাৰা সমাদৃত হৈছিল।

ওপৰৰ আলোচনাৰপৰা দেখা যায় যে, ঘাঘৰ জন্মস্থান আৰু সময়লৈ নানা মুনিৰ নানা মত। কনৌজ, গোণ্ডা, চম্পাৰণ, গোৰখপুৰ, কানপুৰ, ফতেহপুৰ, ৰায়বৰেলী, ছপ্ৰা আদি বিভিন্ন স্থানৰ লগত ঘাঘক সংযোগ কৰিবলৈ প্ৰয়াস কৰা হৈছে। কোনো কোনোৰ মতে ঘাঘৰ বংশধৰ সকল বৰ্ত্তমানো জীৱিত; তেওঁলোক কনৌজ নিবাসী। অৱশ্যে বৰ্ত্তমান তেওঁলোকৰ

---

১৭ ৰামনৰেশ ত্ৰিপাঠী (সম্পা): প্ৰা. গ্ৰ. পৃঃ ১৩

১৮ কপিলেশ্বৰ ঝা: বিশাল ভাৰত, ৰামনৰেশ ত্ৰিপাঠীৰ প্ৰা. উ. গ্ৰন্থৰ পৰা উদ্ধৃত, পৃঃ ১৮

১৯ 'घाघ नामक एक अहीर की उपहासात्मक कहावतें भी स्त्रियों पर आक्षेप के रूप में हैं।'
बी. एन. मेहता: युक्तप्रान्त की कृषि सम्बंधी कहावतें।

উপাধি দুবে। হুমায়ুনৰ ৰাজত্ব কালত ঘাঘে গঙ্গাপাৰত বাস কৰিছিল আৰু হুমায়ুনৰ ৰাজ দৰবাৰত তেওঁ সন্মানিত স্থান লাভ কৰিছিল। আকবৰৰ ৰাজ সভাতো ঘাঘে নিজৰ বিদ্যা-বুদ্ধিৰ সহায়ত স্থান লাভ কৰিবলৈ সক্ষম হৈছিল। ঘাঘৰ পাণ্ডিত্যত মুগ্ধ হৈ মোগল সম্রাট আকবৰে তেওঁৰ (ঘাঘৰ) নামত এখন গাঁও পাতিবলৈ নির্দেশ দিছিল। তদনুক্রমে ঘাঘে এখন গাঁও পাতি নাম দিছিল 'অকবৰাবাদ সৰায় ঘাঘ।' আকবৰেই ঘাঘক চৌধৰী উপাধি প্রদান কৰে। সেইহে ঘাঘৰ বংশধৰ সকলক বৰ্ত্তমানো চৌধৰী উপাধিৰে জনা যায়।[৮০]

ঘাঘৰ প্রবচন বোৰ মুখ পৰম্পৰা প্রচলিত। অৱধ আৰু কনৌজ অঞ্চলত ঘাঘৰ প্রবচন বোৰৰ যি সমাদৰ আৰু প্রচাৰ দেখা যায় তেনে সমাদৰ আৰু প্রয়োগ যুক্ত প্রদেশ (উত্তৰ প্রদেশ) আৰু বিহাৰত দেখা নাযায়।[৮১] অৱশ্যে সেইবোৰ অঞ্চলত ঘাঘৰ প্রবচন বোৰ ডাক-প্রবচন ৰূপেও জনা যায়।

লালবুঝক্কড় শীৰ্ষক এটি উপ-কাহিনী ঘাঘৰ জীৱন-বৃত্তৰ লগত সম্পৃক্ত। পৰম্পৰা মতে ঘাঘৰ নিবাসস্থানৰ কিছু দূৰৈত লালবুঝক্কড়ে বাস কৰিছিল। লালবুঝক্কড়ৰ প্রকৃত নাম 'লাল' আৰু 'বুঝক্কড়' উপাধি। ঘাঘে লাভ কৰা ৰাজকীয় সন্মান আৰু প্রতিষ্ঠা আদায় কৰিবলৈ লালবুঝক্কড়ে নিজৰ বিদ্যা-বুদ্ধিৰ ঢোল বজাবলৈ ব্যর্থ চেষ্টা কৰিছিল।[৮২]

ডাকৰ নিচিনাকৈ ঘাঘৰ মৃত্যুৰ লগতো একাধিক দন্তকথা সংযোজিত। ঘাঘে জ্যোতিষ চৰ্চা কৰিছিল। গণনা কৰি ঘাঘে পাইছিল যে, তেওঁৰ মৃত্যু হ'ব পুখুৰীত গা ধোৱাৰ সময়ত। সেই বাবে তেওঁ পুখুৰীত কোনো দিনে স্নান কৰা নাছিল। সংযোগৰ কথা—এদিনাখন ঘাঘৰ লগৰীয়া সকলে পুখুৰীত গা ধুই আছিল। লগৰীয়াসকলে ঘাঘকো পুখুৰীৰ মাজলৈকে টানি লৈ গ'ল। বন্ধুসকলৰ লগত পুখুৰীৰ মাজত গা ধুই থাকোতে হঠাত ঘাঘ পানীত তল গ'ল। মৃত্যুৰ সময়ত ঘাঘে কৈছিল:

ঈ নহি জান ঘাঘ নিবুর্দ্ধি।
আৱৈ কাল বিনাসৈ বুদ্ধি।।[৮৩]

---

৮০. ৰামনৰেশ ত্ৰিপাঠী (সম্পা.: প্রা. গ্ৰ. পৃ: ১৯-২০
৮১. উ: গ্ৰ. পৃ: ২০
৮২. প্রা: গ্ৰ. পৃ: ২২-২৩
৮৩. উ: গ্ৰ. পৃ: ২৪

ঘাঘ-পৰম্পৰা আৰু ডাক-পৰম্পৰা যে অভিন্ন তাৰ সপক্ষে—এইদৰে যুক্তি দাঙি ধৰিব পাৰি :

(ক) ডাক বৰাহমিহিৰৰ পুত্ৰ; অনুৰূপে ঘাঘো বৰাহমিহিৰৰ পুত্ৰ

(খ) ডাকৰ জন্ম কুমাৰৰ ঘৰত, ঘাঘৰ জন্ম অহীৰ অৰ্থাৎ গোৱালৰ ঘৰত।

(গ) ডাক আৰু ঘাঘ দুয়ো গণনাকাৰী অৰ্থাৎ জ্যোতিষী।

(ঘ) ডাকৰ বিৰুদ্ধে ঠিয় হৈছিল জ্যোতিষীসকল আৰু ঘাঘৰ বিৰুদ্ধে ঠিয় দিছিল লালবুঝক্কৰ নামৰ জ্যোতিষী জন।

(ঙ) ডাকৰ জন্মৰ পিছত খবৰ লবলৈ পুনঃ বৰাহমিহিৰ আহিছিল; তদ্ৰূপ ঘাঘৰ জন্মৰ পিছত খবৰ লবলৈ আকৌ বৰাহমিহিৰ আহিছিল।

(চ) বন্ধু সবৰ লগত ডাকে পানীত জাপ দি অৱশেষত মৃত্যু বৰণ কৰিছিল; তদনুৰূপে ঘাঘেও বন্ধুসকলৰ লগত পুখুৰীৰ পানীত গা ধুই থাকোতে মৃত্যুৰ মুখত পতিত হৈছিল।

(ছ) মৃত্যুৰ সময়ত ডাকে এইদৰে কৈছিল :
'ডাক মৰো আপোন বুধি।
অপঘাত মৃত্যু তেৰাত্ৰে শুদ্ধি॥'
তেনেদৰে মৃত্যুৰ আগ মুহূৰ্তত ঘাঘেও কৈছিল :
"ঐ নহি জান ঘাঘ নিবুৰ্দ্ধি।
আবৈ কাল বিনাসৈ বুদ্ধি॥"

ঘাঘৰ এই কথাষাৰৰ লগত মৈথিল ডাকে মৃত্যুৰ আগমুহূৰ্তত কোৱা কথাষাৰৰ সাদৃশ্য চকুত লগা। ( দ্রঃ পৃঃ ১৭ )

(জ) ডাক আৰু ঘাঘ উভয়ে স্ত্ৰীৰ ক্ষেত্ৰত কঠোৰতা অৱলম্বন কৰা দেখা যায়।

(ঝ) ডাকৰ বচন লোকসমাজত বিশেষ ভাবে সমাদৃত; অনুৰূপে ঘাঘৰ বচনো গ্ৰামীণ লোকৰ মাজতহে সীমিত।

(ঞ) ডাকৰ বচন মৌখিক পৰম্পৰাত প্ৰবহমান হৈ থকা হেতু ইয়াৰ লগত বিভিন্ন কথাবৃত্ত সম্পৃক্ত, তদ্ৰূপ ঘাঘৰ প্ৰবচন বাজিও মুখ পৰম্পৰা প্ৰচলিতহৈ থকা বাবে ইয়াৰ লগত বিভিন্ন জনশ্ৰুতি আৰু দন্তকথা সংযোজিত নোহোৱাকৈ থকা নাই।

ওপৰৰ আলোচনাৰ পৰা স্পষ্টভাবে অনুমান কৰিব পাৰি যে, ডাক-পৰম্পৰা আৰু ঘাঘ-পৰম্পৰা উভয়ে মূলতঃ একেটা উৎসৰ পৰাহে উদ্ভৱ আৰু বিকাশ লাভ কৰিছে। বিষয়বস্তু, প্ৰসঙ্গ, পাঠ আৰু সংযুক্তিৰ ফালৰ পৰা উভয়ৰে প্ৰবচনবোৰৰ মাজত বিশেষ বৈসাদৃশ্য নাই। অৱশ্যে আঞ্চলিকতাৰ প্ৰভাৱ নোহোৱা নহয়; কিন্তু মূল পৃষ্ঠভূমিৰ মাজত বৈপৰিত্য নাই। একে জাতীয় প্ৰবচন বোৰকেই অসম, বঙ্গ, মিথিলা, ভোজপুৰক্ষেত্ৰাদিত ডাক-প্ৰবচন আৰু উত্তৰ প্ৰদেশাদিত ঘাঘ-প্ৰবচন বোলা হৈছে। ডাকৰ বচন আৰু ঘাঘৰ বচনৰ মাজত থকা সাদৃশ্যই আমাৰ অনুমানৰ সপক্ষে যুক্তি দাঙি ধৰে। উদাহৰণ স্বৰূপে ডাক আৰু ঘাঘৰ কেইটিমান বচনৰ তুলনা তলত উদ্ধৃত কৰা হ'ল:

ডাক-প্ৰবচন: পানিৰ ঘাটক একলে জাই। চলে চওে পুৰুষৰ মুখ চাই॥
কাতিকুতি কৰি দৰসাধে পিঠি। বোলন্ত ডাকে তাইৰ ঢুৰু দৃষ্টি।
কৃষ্ণবৰ্ণ নাৰি জদি কুদাতা হয়। সৰ্ব্বদাই তাৰ পাসও আৰ্য্য॥
(পৃঃ ৮৯)

ঘাঘ: পৰমুখ দেখি অপন মুখ গোৰৈ। চুৰী কংকন বেসৰি টোৰৈ॥
আঁচৰ টাৰি কে পেট দিখাবৈ। অব কা ছিনাৰি ডংকা বজাবৈ।[৮৪]

ডা. প্ৰ: দখিনে গৰ্জ্জে পুবে বৰিসে পচিমে দিঞ থেছ।
ডাকে বোলে পৰ্ব্বত বুৰাঞ জানো॥ (পৃঃ ৪৬ পা. টী)

ঘাঘ: পুৰব ধনুহী পচ্ছিম ভান। ঘাঘ কহে বৰখা নিয়ৰান।[৮৫]

ডা. প্ৰ: শ্ৰাৱণ মাসত ৰোহিণী ঋক্ষত যদি নবৰিসে দেৱ।
হাল তুল বেচি কথ সব লোক দেখি মহাদেৱ সেৱ॥
(পৃঃ ৪৪)

ঘাঘ: সাৱন মাস বহৈ পুৰবাঈ। বৰদা বেঁচি লিহা থেনু গাই॥[৮৬]

ডা. প্ৰ: কষ্ট পুষ্ট যদি হোৱে মুৰ। তাঙৰ মুৰা চাৰিবা দুৰ॥
(পৃঃ ৪৭)

ঘাঘ: বৰসিংগা জানিজীজো মোল। কুএঁ মে ডাৰো কপিয়া খোল॥[৮৭]

---

৮৪. ত্ৰিপাঠী, প্ৰঃ প্ৰ. পৃঃ ৪০
৮৫. ত্ৰিপাঠী, পৃঃ ৭০
৮৬. ত্ৰিপাঠী, পৃঃ ৭০
৮৭. ত্ৰিপাঠী, পৃঃ ৭২

ডা. প্ৰঃ গৰু কিনিবা দিঘল নেজা। মৈত দিলে নহই কুজা॥ (পৃঃ ৪৮)
ঘাঘ : পতলী পেণ্ডুলী মোটী ৰান। পুঁছ হোয় ভুইঁ মে তবিয়ান॥
জাকে হোবৈ ঐসী গোঙ্গ। বাকী তকৈ ঝোৰ সৱ কোঙ্গ॥[৮৮]
ডা. প্ৰঃ গৰু কিনিবা তিক্ষুত্তৰ বগা। বোলন্ত ডাকে মঞি হলো লগা॥ (পৃঃ ৪৮)
ঘাঘঃ (১) শ্বেত ৰঙ্গ ঔ পীঠ বৰাৰী। তাহি দেখি জনি মূল্যো লাৰী॥
(২) জহাঁ দেখিহো কপা ঘঁবৰ। সুকা চাৰ বক দীহত্ম অৱৰ॥[৮৯]
ডা. প্ৰঃ কান লটপট্ সিং সৰু। লেঙুৰ চাই কিন্‌বা গৰু॥
ঘাৰ কজ্‌লা কুকা ৰঙা। কানৰ সোনা বেচি আনা॥ (পৰি-১৬)
ঘাঘ : সীঙ্গ মুড়ে মাথা উঠা, মুঁহ কা হোৱে গোল।
ৰোম নৰম চঞ্চল কৰন তেজ বৈল অনমোল॥[৯০]
ডা. প্ৰঃ হৰিনৰ সম জিহ্বা কান। হেন বলধক বিচাৰি আন॥ (পৃঃ ৪৬)
ঘাঘ : হিৰন মুতান ঔৰ পতলী পূঁছ। বৈল বেসাহো কন্ত বে পূঁছ॥[৯১]
ডা. প্ৰঃ যদি বৰসে আঘনে। ৰাজা যায় মাগনে॥
যদি বৰসে পুহে। ধান হয় তুহে॥
যদি বৰসে মাঘৰ শেষ। ধন্য ৰাজা পুণ্য দেশ॥
যদি বৰসে ফাগুনে। চিটা ধান হয় দুগুণে॥ (পৰি-৫)
ঘাঘ : ধনি বহ ৰাজা ধনি বহ দেশ। জহৱাঁ বৰসৈ অগহন সেস॥
পূস মে দূনা মাঘ সৱাঙ্গ। ফাগুন বৰসৈ ঘৰো সে জাঙ্গ॥[৯২]
ডা. প্ৰঃ মাঘত ৰদ বহাগত শিত। চাৰি মাহে অল্প বৃষ্টি ভূমিত॥(পৃঃ৪৪)
ঘাঘ : মাঘ মাহ জো পৰৈ ন শীত। মহঁগা নাজ জানিয়ো মীত॥[৯৩]
ডা. প্ৰঃ ফাগুনৰ সেসে চৈত্ৰ প্ৰবেসে। জেই জেই হোৱে বাৰ॥
আকে থৰলিয়া সনিয়ে কগিয়া। মঙ্গলে ধুলি আন্ধাৰ॥

৮৮. ত্ৰিপাঠী, পৃঃ ৭২
৮৯. ত্ৰিপাঠী, „ ৭৪, ৭৭
৯০. ত্ৰিপাঠী, „ ৭৩
৯১. ত্ৰিপাঠী, „ ৭৪
৯২. ত্ৰিপাঠী, „ ৮০
৯৩. ত্ৰিপাঠী, „ ৬৬

সোমে বহু জল। কৃষিৰ নিষ্ফল ।। (পৃঃ ৭৪)

ঘাঘ : মঙ্গল পড়ে তো ভূ চলৈ বুধ পড়ে অকাল।
জো তিথি হোয় সনীচৰী নিহচৈ পড়ে অকাল ।।[১৪]

ডা. প্ৰ: গৃহিনি হুই বোলে কটুৰ। (পৃঃ ৩৪)

ঘাঘ : নাৰি কৰকসা কটুৰ ঘোৰ।[১৫]

ডা. প্ৰ: ডাকে বোলে বাপ শুনা উপাই।
বানিজ্যাৰ ফল কৃষিতে পাই।। (পৃঃ ৪৯)

ঘাঘ : উত্তম খেতি মধ্যম বান।[১৬]

ডা. প্ৰ: একে লগে উদৰত তুলি নিদিবা ভৰা।
আছোক ভাল পাবা দেহাৰ আশা এৰা ।। ( পৃঃ ৮৪, পা, টী )

ঘাঘ : ৰহৈ নিৰোগী জো কম খায় ।।[১৭]

ওপৰোল্লিখিত তুলনাৰ পৰা স্পষ্টকৈ বুজিব পাৰি যে, ডাক আৰু ঘাঘৰ প্ৰবচনবোৰৰ মাজত বিষয় বস্তুৰ ফালৰ পৰা সাদৃশ্য আছে। ডাকৰ বচনবোৰৰ নিচিনাকৈ ঘাঘৰ প্ৰবচনবোৰো কৃষি, জ্যোতিষ, নীতি, গৃহিণী, বৰ্ষা আদি বিভিন্ন শ্ৰেণীত বিভাজন কৰিব পাৰি। গতিকে ডাকৰ বচনবোৰ যি উৎসৰ পৰা উদ্ভূত সেই একেই উৎসৰ পৰা ঘাঘৰ বচনবোৰো উদ্ভৱ হোৱা স্বাভাৱিক। গতিকে ডাক আৰু ঘাঘ আপাততঃ একে পৰম্পৰাৰেই মাত্ৰ দুটি সুকীয়া নাম—যাৰ মাজত আন্তৰিক সংগতি (internal consistency) অব্যাহত ভাৱে ৰক্ষিত।

## ভড্ডৰী-পৰম্পৰা :

ভড্ডৰ আৰু ভড্ডৰী-পৰম্পৰা বিহাৰ, মধ্যপ্ৰদেশ, উত্তৰ প্ৰদেশ, পঞ্জাব আৰু ৰাজস্থানত প্ৰচলিত। প্ৰচলিত জনশ্ৰুতি অনুসৰি কাশীত এগৰাকী জ্যোতিষীয়ে (ৱৰাহমিহিৰ ?) বাস কৰিছিল। তেওঁ গণনা কৰি পালে যে, এনে এক শুভমুহূৰ্ত সমাগত হোৱাৰ যোগ পৰিলক্ষিত যে, যদি সেই শুভ মুহূৰ্ত কোনো তিৰোতাই গৰ্ভাধান কৰে তেন্তে তেওঁ, জ্যোতিষী গৰাকীতকৈও অৰ্থাৎ ৱৰাহ

১৪ ত্ৰিপাঠী, পৃঃ ৮৪
১৫ ত্ৰিপাঠী, „ ৩৭
১৬ ত্ৰিপাঠী, „ ৪২
১৭ ত্ৰিপাঠী, „ ৪৩

মিহিৰতকৈও বিদ্বান আৰু যশস্বী পুত্ৰ সন্তান এটি জন্ম দিব। জ্যোতিষীয়ে বিদ্বান আৰু যশস্বী পুত্ৰ লাভৰ আশাত স্বগৃহাভিমুখে যাত্ৰা কৰিলে। তেওঁৰ ঘৰ কাশীৰ পৰা অনেক দূৰত অৱস্থিত। তেওঁ বুজিব পাৰিলে যে, সেই শুভ-ক্ষণ সমাগত হোৱাৰ পূৰ্বে গৈ তেওঁ নিজৰ গৃহত উপস্থিত হবলৈ সক্ষম নহ'ব। ইতিমধ্যে ৰাতিৰ অন্ধকাৰ নামি আহিছিল। উপায়ন্তৰ হৈ জ্যোতিষীয়ে ৰাতিটোৰ বাবে এঘৰ অহীৰৰ ঘৰত আশ্ৰয় ল'লে। অহীৰৰ পত্নী আৰু তেওঁৰ যুৱতী কন্যাই জ্যোতিষীৰ বাবে খাদ্য সামগ্ৰী প্ৰস্তুত কৰিছিল। জ্যোতিষী হৈ উঠিছিল অত্যন্ত বিষণ্ণ। অহীৰ পত্নীয়ে জ্যোতিষীক তেওঁৰ বিষণ্ণতাৰ কাৰণ সোধাত বহুত সময় ইতস্ততঃ কৰি শেষত প্ৰকৃত কথাটো ব্যক্ত কৰিবলৈ বাধ্য হ'ল। অহীৰ পত্নীয়েও সেই অপূৰ্ব মুহূৰ্ত অথলে যাবলৈ নিদি নিজেই সেই বিদ্বান আৰু যশস্বী পুত্ৰৰ মাতৃ হ'বলৈ আকাংক্ষা কৰি তেওঁৰ মনোৰথ পূৰ্ণ কৰিবলৈ জ্যোতিষীক প্ৰাৰ্থনা জনালে। অৱশেষত জ্যোতিষীয়ে অহীৰ বধূৰ মনোবাঞ্ছা পূৰ কৰিলে। জ্যোতিষীৰ ঔৰসত অহীৰ বধূৰ গৰ্ভত এটি পুত্ৰ সন্তানৰ জন্ম হ'ল আৰু তেওঁৰ নামেই ভড্‌ডৰী। বয়স বঢ়াৰ লগে লগে ভড্‌ডৰী প্ৰসিদ্ধ জ্যোতিষী ৰূপে আত্মপ্ৰকাশ কৰিবলৈ সক্ষম হৈছিল।[১৮]

বি. এন. মেহতা, আই. চি. এছ মহোদয়ে ভড্ডৰীৰ লগত সম্পৃক্ত এই জনশ্ৰুতিটোৰ বিষয়ে এনেদৰে লিখিছে: ভড্‌ডৰ-পৰম্পৰাৰ লগত জ্যোতিষাচাৰ্য্য বৰাহমিহিৰ সম্পৰ্কীয় এটি মনোৰম কাহিনী বিজড়িত। এসময়ত তেওঁ তীৰ্থ ভ্ৰমণ কৰিবলৈ গৈছিল। তেনে অৱস্থাত তেওঁ গণনা কৰি পাইছিল যে, অমুক দিনা গৰ্ভাস্থিত হোৱা সন্তানটি ভৱিষ্যতে গণিত আৰু ফলিত জ্যোতিষত অপ্ৰতিদ্বন্দ্বী পণ্ডিত হৈ উঠিব। এনে যশস্বী পুত্ৰ সন্তানৰ পিতৃ হ'বলৈ আকাংক্ষা কৰি বৰাহমিহিৰে যাত্ৰা কৰিলে স্বগৃহাভিমুখে অৰ্থাৎ উজ্জয়িনীলৈ। কিন্তু উজ্জয়িনীলৈ ইমান দূৰ যে, সেই শুভদিনৰ ভিতৰতে তেওঁ স্বগৃহত উপস্থিত হোৱা অসম্ভৱ। গতিকে ৰাস্তাৰ ওচৰৰে এখন গাঁৱৰ মেৰ পালকৰ কন্যা এজনীক, তেওঁ বিয়া কৰালে। বৰাহমিহিৰৰ ঔৰসত সেই কন্যাৰ গৰ্ভত এটি পুত্ৰ সন্তানৰ জন্ম হ'ল। তেৱেঁই ভড্‌ডৰ বা ভড্‌ডৰী। ব্ৰাহ্মণ গুৰুৰ ভৱিয়তে শিক্ষা লাভ নকৰাকৈয়ে সেই পুত্ৰ সন্তানটি কালত

---

১৮ ত্ৰিপাঠী, পৃঃ ২৫

প্ৰসিদ্ধ জ্যোতিষী হৈ উঠিল। অধুনাও নক্ষত্ৰ সম্বন্ধীয় প্ৰবচন বাজিৰ বক্তা ৰূপে ভড্ডৰ বা ভড্ডৰী লোক সমাজত চিৰ পৰিচিত।[99]

অসম, বঙ্গ, মিথিলা, বিহাৰ আদি অঞ্চলত প্ৰচলিত ডাক-পৰম্পৰাৰ সৈতে সম্পৃক্ত জনশ্ৰুতি বিশেষকৈ বৰাহমিহিৰ সম্পৰ্কীয় কাহিনীৰ লগত ভড্ডৰীৰ লগত জড়িত জনশ্ৰুতিৰ সাদৃশ্য অতিকৈ স্পষ্ট। ভড্ডৰী আৰু ডাক উভয়ে বৰাহমিহিৰৰ বীৰ্য্য সম্ভূত। উভয়ৰে জন্ম অনগ্ৰসৰ সমাজত। জনশ্ৰুতি মতে ব্ৰাহ্মণ-পণ্ডিতৰ পৰা ভড্ডৰীয়ে শিক্ষা-বিদ্যা লাভ কৰিবলৈ সক্ষম হোৱা নাছিল। অসম আৰু মিথিলাত প্ৰচলিত জনশ্ৰুতি অনুসৰিও ডাকে, ব্ৰাহ্মণ পণ্ডিতৰ ওচৰত পঢ়া শুনা কৰা নাছিল। ভড্ডৰীৰ দৰে ডাকো জ্যোতিষী। ইয়াৰ পৰা দেখা যায় যে, ডাক আৰু ভড্ডৰীৰ মাজত নিশ্চিত ভাৱৰ সম্বন্ধ আৰু সম্পৰ্ক বৰ্তমান। এই ক্ষেত্ৰত ডাক আৰু ভড্ডৰী একেটা পৰম্পৰাৰেই আঞ্চলিক নাম ৰূপে অভিহিত কৰিলে বোধকৰো অপ্ৰাসঙ্গিক নহ'ব।

ঘাঘৰ বচনৰ লগত অসমত প্ৰচলিত ডাক-প্ৰবচনৰ সাদৃশ্য থকাৰ নিচিনাকৈ ভড্ডৰী-প্ৰবচনৰ লগত ডাকৰ বচনবোৰ মিল দেখা যায়। যেনে:

ডা. প্ৰ: মাঘৰ শেষত যদি বৰিষে পানি।
তেবে অন্ন বৃষ্টি আগলৈ জানি॥ (পৃ: ৪৪)

ভড্ডৰী: মাঘ অঘেৰী সপ্তমী মেহ বিজ্জু চমকন্ত।
মাস চাৰি বৰসৈ সহী মত সোচৈ তু কন্ত॥[100]

ডা. প্ৰ: আকাশত ভাসে পানিৰ গচ।
পৃথিবি বুৰিব জানিবা সচ্চা॥ (পৃ: ৪৫)

ভড্ডৰী: বাদৰ উপৰ বাদৰ ধাৱৈ।
কহ ভড্ডৰ জল আতুৰ আৱৈ॥[101]

ডা. প্ৰ: শ্ৰাৱণ মাসত ৰোহিণী ঋক্ষত যদি নবৰিষে দেৱ।
হাল তুল বেচি কৰ সব লোক দেখি মহাদেৱ সেৱ॥ (প্ৰ: ৪৪)

---

৯৯ ত্ৰিপাঠী, পৃ: ২৬
১০০ ত্ৰিপাঠী, পৃ: ৯০
১০১ ত্ৰিপাঠী, পৃ: ৯৫

ভড্ডরী: সাবন পহিল পাখ মে দসমী রোহিণি হোই।
মহঁগ নাজ অরু অন্ন জল বিরলা বিলসৈ কোই।।[১০২]

ডা. প্র: পঞ্চ দেওবার দ্বিপক্ষ দিনে।
নরক সগুনে নাথাই খিনে॥ (পৃ: ৭৩)

ভড্ডরী: পাঁচ সনীচর পাঁচ রবি পাঁচ মঁগর জো হোয়।
ছত্র টুটি ধরণী পরৈ অন্ন মহঁগো হোয়॥[১০৩]

ডা. প্র: পূবে শনৈচ্চরে পাতিলা ফান্দ।
অগ্নি দিসক বান্ধিলা চান্দ॥
দক্ষিন দিসক বান্ধিলা বুধে।
নৈঋতে শুকএ মরণ সাধে॥
পচিমে আকা বায়বো স্থকা।
উত্তরে মঙ্গল করিবা সঙ্কা। (পৃ: ৭৭)

ভড্ডরী: সোম সনীচর পুরব ন চাল।
মংগর বুদ্ধ উত্তর দিসি কাল।
জো বিহফৈ কো দক্ষিন জায়।
বিনা গুনাহে পনহী খায়।।[১০৪]

ডা. প্র: দধি মধু ঘৃত স্থক্ল তণ্ডুল।
স্থক্ল চামর স্থক্লবর্ণ ফুল।।
বেস্থা নারি স্থন্দরি কন্যা।
জাত্রা কালে ইসব ধন্যা।। (পৃ: ৭৬)

ভড্ডরী: নারি স্থহাগিন জল ঘট লাবৈ দধি মছলী জো সনমুখ আবৈ।
সনমুখ ধেনু পি আবৈ বাছা। য়হী সগুন হৈ সব সে আচ্ছা[১০৫]

ডা. প্র: সোমা স্থকা বুধা বামে।
হলাএ লঙ্কা জিনিলা রামে।। (পৃ: ৭৭, পা. টী)

---

১০২ ত্রিপাঠী, পৃ: ১০৩
১০৩ ত্রিপাঠী, পৃ: ১১৩
১০৪ ত্রিপাঠী, „ ১১৬
১০৫ ত্রিপাঠী, পৃ: ১১৮

ভড্ডৰী : সুকে সোমে বুধে বাম।
যহি স্বৰ লঙ্কা জীতে ৰাম।।[১০৬]

ডা. প্ৰঃ পুবে গধুলি পচিমে উষা
উত্তৰে মধ্যাহ্ন দখিনে নিষা ।।
আক গুৰু শনি মঙ্গলবাৰ।
দখিন দিসে পয়ানক সাৰ॥ (পৃঃ ৭৭, পা. টী)

ভড্ডৰী : পুৰুব গধূলী পশ্চিম প্ৰাত।
উত্তৰ দুপহৰ দকিখন ৰাত ।।
কা কৰৈ ভদ্ৰা কা দৃগশূল।
কহে ভড্ডৰ সব চকনাচুৰ ।[১০৭]

এনেদৰে ডাকৰ বচনৰ লগত ভড্ডৰী-প্ৰবচনৰ সাদৃশ্য দেখুৱাব পাৰি। উভয় প্ৰবচনৰ মাজত থকা এই সাদৃশ্যৰ পৰা আমি সিদ্ধান্তত উপনীত হ'ব পাৰোঁ যে, ডাক-পৰম্পৰা আৰু ভড্ডৰী-পৰম্পৰা মূলতঃ এটা পৰম্পৰাৰেই বিকীৰণ মাথোন।

## ৰাজস্থানত প্ৰচলিত ডাক-পৰম্পৰা :

ৰাজস্থানত ভড্ডৰ আৰু ভডড্ৰী-পৰম্পৰা প্ৰবহমান হৈ থকাৰ ওপৰিও 'ডংক'-পৰম্পৰাও প্ৰচলিত। ৰাজস্থানৰ কেনো কোনো অঞ্চলত বিশেষকৈ মাৰোৱাৰ অঞ্চলত প্ৰচলিত পৰম্পৰা মতে ভড্ডলী পুৰুষ নহয়, স্ত্ৰীহে। তেওঁ বিকলাঙ্গ আৰু শকুন অৰ্থাৎ শুভাশুভ নিৰ্ণয় বিদ্যাত পাৰদৰ্শিনী। ডংক ব্ৰাহ্মণ জ্যোতিষী। উভয়ে বিচাৰ-বিনিময় কৰিছিল। যেনে :

'তীতৰ বৰনী বাদৰী ৰহৈ গগন পৰ ছায়।
কহে ডংক সুনু ভড্ডৰী বিন বৰসে ন জায়।।'[১০৮]

জনশ্ৰুতি প্ৰচলিত আছে যে, ডংক আৰু ভড্ডৰী উভয়ে স্বামী-স্ত্ৰী ৰূপে বাস কৰিছিল। ডংক আৰু ভড্ডৰীৰ সন্তি-সন্ততিসকল 'ডাকোত' নামেৰে আজিও প্ৰসিদ্ধ। ডাকোত সকলৰ মতে ভড্ডলী বৈদ্য ধন্বন্তৰিৰ কন্যা।[১০৯]

---

১০৬ ত্ৰিপাঠী, পৃঃ ১২০
১০৭ ত্ৰিপাঠী, „ ১২০
১০৮ ত্ৰিপাঠী, „ ১০৬
১০৯ ত্ৰিপাঠী, „ ২৬

মাৰোৱাৰ অঞ্চলত প্ৰচলিত পৰম্পৰা মতে মহাভাৰত-বিখ্যাত নৃপতি পৰীক্ষিতৰ সময়ত ডংক নামৰ এগৰাকী প্ৰসিদ্ধ ঋষিৰ জন্ম হৈছিল। তেওঁ প্ৰখ্যাত জ্যোতিষী আছিল। তেওঁ বৈদ্য ধন্বন্তৰিৰ কন্যা সাবিত্ৰী ওৰফে ভড়্ডলীক বিয়া কৰাইছিল। সাবিত্ৰীও আছিল জ্যোতিষবিদ্যাত সুদক্ষা। ডংকৰ ঔৰসত সাবিত্ৰী ওৰফে ভড্ডলীৰ গৰ্ভত জন্ম হোৱা সন্তান সকল ৰাজস্থানত ডাকোত ৰূপে পৰিচিত।[১১০] ডাকোত পদটো 'ডংকপুত্ৰ' শব্দৰ পৰা বিকাশ হ'ব পাৰে। গতিকে ডংক-পৰম্পৰাৰ লগত ডাক-পৰম্পৰাৰ নিবিড় সম্পৰ্ক বৰ্তমান।

আন এক পৰম্পৰা মতে ডংক, বৰাহমিহিৰৰ পুত্ৰ। কিন্তু বৰাহমিহিৰ, পৰীক্ষিত আৰু বৈদ্য ধন্বন্তৰিৰ সময়ৰ বৈ প্ৰমাণত পৰিবৰ্জনীয়া হয়। 'পঞ্চ-সিদ্ধান্তিকা' অনুসৰি খ্ৰীঃ ৫০৫ চনৰ ওচৰে পাজৰে বৰাহমিহিৰৰ কাল নিৰ্ণয় কৰিব পাৰি। পৰীক্ষিত মহাভাৰত বৰ্ণিত নৃপতি। তেওঁৰ সময় নিৰূপণ কৰিব পাৰি খ্ৰীঃ পূ তৃতীয় শতিকাৰ পূৰ্বে। বৈদ্য ধন্বন্তৰি অতিকথাৰ (myth) পৰিসীমাত পৰে। গতিকে এই তিনিওজনকে সমসাময়িক ৰূপে স্থাপন কৰা যুক্তিযুক্ত নহয়, অসম্ভৱো। এই সন্দৰ্ভত ডি. চি. চৰকাৰে এনেদৰে লিখিছে :

.. ......the contemporaneity of Parikṣita, Dhanvantari and Varāhamihir is as absurd as the Bengal legend ascribing Bengali aphorisms to the pen of Varāha's daughter-in-law'.[১১১]

গতিকে ডংক আৰু ভড্ডলী-পৰম্পৰাৰ প্ৰাচীনত্ব সূচিত কৰাৰ প্ৰয়াসেৰে যে, সেই পৰম্পৰাৰ লগত পৰীক্ষিত, ধন্বন্তৰি আৰু বৰাহমিহিৰৰ নাম সংযোগ কৰি দিয়া হৈছে--তাত দ্বিমত থাকিব নোৱাৰে। উজ্জয়িনীৰ ওচৰৰ মালৱাৰৰ প্ৰথিত যশা জ্যোতিষীৰ পুত্ৰবধুক ৰাজস্থানত নাম দিয়া হৈছে ভড্লী বা ভড্ডলী আৰু বঙ্গদেশ, উৰিষ্যা আৰু পশ্চিম অসমত তেওঁৰ নাম খনা। 'খনা'ৰ প্ৰকৃত অৰ্থ জ্যোতিষী। ভড্লী আৰু ভড্ডলী পদৰ অৰ্থও জ্যোতিষী হ'ব পাৰে।[১১২] ৰাজস্থানৰ জ্যোতিষী সম্প্ৰদায়ক সূচিত কৰিবলৈ বৰ্তমানো ভড্লী বা ভড্ডলী পদটো ব্যৱহাৰ কৰা দেখা যায়। অৱশ্যে জ্যোতিষী-গোষ্ঠীক সূচিত

---

১১০ ত্ৰিপাঠী, পৃঃ ২৬

১১১ D. C. Sircar, *Op-cit*, P. 194

১১২ D. C. Sircar, *Loc-cit.*

কৰিবৰ বাবে ভড্ডলী, ভাডলী অথবা ভড্ডলী পদৰ বাহিৰেও ডাকোত, ভৰ্ড্ডে, থৰ্ৰিয়া, শনিছৰিয়া, দিশন্তৰি আৰু যোশী আদি উপাধিও প্ৰয়োগ হোৱা দেখা যায়। গতিকে খনা, ভড্ডলী অথবা ভাডলী বা ভড্ডলী আদি মূলতঃ পুৰুষ সূচক শব্দ ; অৰ্থ জ্যোতিষী ; কিন্তু লোকসমাজত স্ত্ৰীলিংগ বোধক পদৰূপে ব্যৱহৃত হবলৈ ধৰিলে। ইয়াতেই ক্ষান্ত নাথাকি লোকমানসে বৰাহৰ পুত্ৰ মিহিৰৰ পত্নী ৰূপে অথবা বৰাহমিহিৰৰ পুত্ৰ ডাকৰ পত্নী ৰূপে নাইবা বাবৰ পত্নী ৰূপে কল্পনা কৰি ঘটনা চক্ৰৰ পৰিসৰ বৃদ্ধি কৰাৰ লগে লগে কাহিনীচক্ৰত গাম্ভীৰ্য্য প্ৰদান কৰিবলৈ চেষ্টা নকৰাকৈ নাথাকিল।

ৰাজস্থানী ডংক-পৰম্পৰা আৰু পূৰ্ব ভাৰতত প্ৰচলিত ডাক-পৰম্পৰাৰ মাজত কোনো পাৰ্থক্য নাই। ৰাজস্থানী ডংক শব্দেই মিথিলা, বিহাৰ, বঙ্গদেশ, উৰিষ্যা আৰু অসমত 'ডাক'ৰূপ গ্ৰহণ কৰা স্বাভাৱিক।

ৰাজস্থানত প্ৰচলিত ডংক-প্ৰবচনৰ লগত অসমত প্ৰচলিত ডাক-বচনৰ সাদৃশ্য নথকা নহয়। উদাহৰণ স্বৰূপে দুটি প্ৰবচনৰ তুলনা তলত দিয়া হ'ল :

ডা. প্ৰঃ উদয়ে সিন্দুৰ পচিমে কালা।
তেবে জানা বহু বাৰিসাৰ মালা॥ (পৃঃ ৪৪)

ডংক-প্ৰবচন : আভা ৰাতা। মেহ মাতা॥[১১৩]

ডা. প্ৰঃ গৰ্জ্জে দেৱে বৰিসে থাবে। পৰ্বত বুৰাএ একে বাবে।
আউল বাউল বহে বাও। ডাকে বোলে বিনাসেৰ ভাও॥
দক্ষিনে গৰ্জ্জে পূবে বৰিসে পচিমে দিএ ধেনু।
ডাকে বোলে পৰ্ব্বত বুৰাএ জানো॥ (পৃঃ ৪৬, পা. টী)

ডংক-প্ৰবচন : পৱন গিৰী ছুটৈ পৰৱাঈ। উঠ ঘটা ছটা চড় আঈ॥
সাৰো নাজ কৰৈ সৰসাঈ। ঘৰগিৰ ছোলাঁ ইন্দ্ৰ ধপাঈ।[১১৪]

অসমত প্ৰচলিত ডাক-প্ৰবচন আৰু ৰাজস্থানত ব্যৱহৃত ডংক-বচনৰ মাজত মিল দেখা যায়। ৰাজস্থানাদিত প্ৰচলিত ডংক, ভড্ডলী বা ভাডলী অথবা ভড্ডলী ঐতিহাসিক ব্যক্তি নহয়, হোৱাহেঁতেন তেওঁলোকৰ স্থান-কালক কেন্দ্ৰ কৰি ইমান মতানৈক্যৰ সৃষ্টি নহ'লহেঁতেন আৰু তেওঁলোকৰ জীৱন বৃত্তৰ লগত নানা ধৰণৰ অসম্ভৱ আৰু অবাস্তৱ জনশ্ৰুতি সম্পৃক্ত নহ'লহেঁতেন। সাধা-

---

১১৩. ত্ৰিপাঠী, পৃঃ ১২২

১১৪. ত্ৰিপাঠী, পৃঃ ১২৪

ৰূপতে ইতিহাস নিৰপেক্ষ ঘটনা বা ব্যক্তিৰ লগত নানা ধৰণৰ কিংবদন্তী, দন্তকথা, সংযোজিত হোৱা দেখা যায়। ঐতিহাসিক ব্যক্তিৰ জীৱন-বৃত্ত বা তেওঁৰ লগত জৰিত ঘটনা-বৃত্তত এনে ধৰণৰ সংযোজনৰ পৰিমাণ, তুলনামূলক ভাৱে কম। গতিকে ঘাঘ, ভড্ডল, ভড্ডৰী, ভাড্ডী, ডংক আদি ঐতিহাসিক ব্যক্তি নোহোৱাই স্বাভাৱিক।

কনৈক পণ্ডিতৰ মতে গুজৰাট প্ৰদেশতো ডংক, ডাক, ঘাঘ, ভডভৰ আদি চৰিত্ৰৰ লগত জৰিত কৃষি আৰু জ্যোতিষ বিষয়ক অনেক প্ৰবচন পোৱা যায়।[১১৫] দাক্ষিণ ভাৰতত বিশেষকৈ তামিলনাদত ডাক, খনা বা ঘাঘৰ বচনৰ দৰে কৃষি, জ্যোতিষ আৰু শকুন বিষয়ক কিছুমান প্ৰবচন মুখ পৰম্পৰা প্ৰচলিত। এই প্ৰবচনবোৰক 'অগস্তি বচন' অৰ্থাৎ Sayings of Agasti [১১৬] বোলা হয়, যদিও দৰাচলতে এই প্ৰবচনবোৰ অগস্তি মুনিৰ উক্তি নহয়, কিন্তু লোক-সমাজত সদা সৰ্বদাই প্ৰচলিত লোকোক্তিবোৰৰ লগত অগস্তি মুনিক সংযোগ কৰি দিয়া হৈছে। এনেধৰণৰ প্ৰৱণতা সৰ্বকালৰ, সৰ্বদেশৰ সৰ্ব-সমাজত পৰিদৃষ্ট হোৱা স্বাভাৱিক।

নেপালতো ডাক প্ৰবচনৰ সদৃশ কিছুমান লোকোক্তিৰ প্ৰচলন লক্ষ্য কৰা যায়। এই বচনবোৰো বিশেষ ভাৱে কৃষি আৰু জ্যোতিষ বিষয়ক। নেপালৰ সংস্কৃতিৰ লগত ভাৰতৰ সংস্কৃতিৰ নিবিড় সম্পৰ্ক। গতিকে জন-প্ৰব্ৰজন আৰু সাংস্কৃতিক সমাহৰণ প্ৰক্ৰিয়াৰ ফল স্বৰূপে ডাক-পৰম্পৰা নেপাললৈ প্ৰব্ৰজন কৰা অস্বাভাৱিক নহয়। অৱশ্যে এই প্ৰসংগত উল্লেখ কৰা ভাল যে, নেপালৰ ৰাজ-ভৱনৰ গ্ৰন্থাগাৰৰ পৰা উদ্ধাৰ কৰা 'ডাকাৰ্ণৱ' গ্ৰন্থৰ লগত 'ডাক-বচন'ৰ বিষয়গত (thematic) বা উদ্দেশ্যগত, ভাৱগত আৰু সাংযুতিক মিল নাই।*

বাংলাদেশতো ডাক আৰু খনা-পৰম্পৰা প্ৰবহমান। বাংলাদেশত কৃষি বিষয়ক বচনখিনিক খনাৰ লগত সাঙোৰা হয় আৰু জ্যোতিষ বিষয়ক বচনবোৰ ডাকৰ লগত জৰিত কৰি দিয়া দেখা যায়। বাংলাদেশত 'খনা' শব্দৰ

---

১১৫. শশিশেখৰ তিৱাৰী, প্ৰা. গ্ৰ. পৃঃ ২৩১

১১৬. সংবাদ দাতা : আৰ. চন্দ্ৰশেখৰ, তামিলনাদ
: জ্যোতিষ ভাগৱতী, ছিলং।

* ইতিমধ্যে এই বিষয়ে আলোচনা কৰি অহা হৈছে।

প্ৰতিশব্দ ৰূপে খোনা পদৰ ব্যৱহাৰো দেখা যায়। বাংলাদেশত গৃহ-নিৰ্মাণ পদ্ধতি, কপাহ, মুলা, ধান, তামোল-পাণ আদিৰ খেতি সম্বন্ধীয় প্ৰবচন বোৰেই খনা বা খোনাৰ বচনৰ অন্তৰ্গত। আলি নাৱাজৰ মতে ডাক আৰু খনাৰ বচনবোৰ একে নহয়—।[১১৭] অৱশ্যে সামগ্ৰিক ভাৱে অসমত ডাক আৰু খনাৰ বচন একাকাৰ হৈ পৰিছে, যদিও নামনি অসমত উভয়ৰে স্বকীয়া অস্তিত্ব বৰ্তমান। বাংলাদেশত প্ৰচলিত পৰম্পৰা মতেও ডাক গোৱালৰ পুত্ৰ, অৰ্থাৎ গোৱালা (milk-man)।[১১৮] আলি নাৱাজৰ মতে শ্ৰীহট্টৰ ওচৰতো লেহিডঙৰা নামৰ এখন গাঁও আছে, যিখন গাৱঁত ডাকৰ জন্ম হৈছিল বুলি কিংবদন্তী প্ৰচলিত আছে।[১১৯]

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে, বাংলাদেশত প্ৰচলিত ডাক আৰু খনা পৰম্পৰাৰ লগত বংগদেশত প্ৰবহমান ডাক আৰু খনা-পৰম্পৰাৰ কোনো বৈসাদৃশ্য নাই। বাংলাদেশ বংগদেশৰ অংগ বিশেষ আছিল, সেই বাবে সংস্কৃতিৰ ক্ষেত্ৰত বংগদেশৰ লগত বাংলাদেশৰ সাদৃশ্য থকা স্বাভাৱিক। গতিকে বাংলা-দেশীয় ডাক আৰু খনা পৰম্পৰা আৰু অসমত প্ৰচলিত ডাক-পৰম্পৰা একেটা পৰম্পৰাৰেই আঞ্চলিক ৰূপ ম'থোন।

## ২য় অধ্যায়

**ডাক' পদৰ অৰ্থ :** ডংক, ডাক, খনা, খোনা, ঘাঘ, ভড ডৰ, ভড্ডৰী আদি পদৰ অৰ্থ বিচাৰৰ প্ৰয়োজনীয়তা ডাক-পৰম্পৰাৰ অধ্যয়নৰ প্ৰসংগত পৰিহাৰ কৰিব নোৱাৰি।

'ডাকাৰ্ণৱ' গ্ৰন্থত 'ডাক' পদৰ প্ৰয়োগ একাধিক বাৰ পৰিদৃষ্ট নোহো-ৱাকৈ নাথাকে। যেনে :

---

১১৭. বাংলাদেশ কৃষি বিশ্ববিদ্যালয়ৰ অধ্যাপক আলি নাৱাজে গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোকসংস্কৃতি গৱেষণা বিভাগৰ মুখ্য অধ্যাপক ড° প্ৰফুল্লদত্ত গোস্বামীলৈ ২১.৭.৭৬ তাৰিখে দিয়া চিঠিখনৰ পৰা।

১১৮. উক্ত চিঠি

১১৯ উক্ত চিঠি

ক] "ডাকঃ সম্ভবতে তস্মাৎ মহামণ্ডলযোগতঃ।"[১]

অৰ্থাৎ, মহামণ্ডলৰ সংযোগৰ পৰা 'ডাক'ৰ জন্ম হয়।

খ] 'সৰ্ব্বডাকিনীময়ঃ সত্ত্বো বজ্ৰডাকঃ পৰংসুখ।'[২]

অৰ্থাৎ, প্ৰাণ ডাকিনীময়, বজ্ৰডাকহে পৰম সুখৰ আধাৰ।

গ] 'ইত্যাহ ভগবান্ ডাকঃ সৰ্ব্বযোগঃ প্ৰপূৰিতঃ'।[৩]

অৰ্থাৎ, এইদৰে ভগবান্ ডাকে সৰ্ব্বযোগৰ বিষয়ে সম্পূৰ্ণ ভাবে কলে। ইয়াত ডাক' পদে সহজজ্ঞানী (বৌদ্ধ সহজীয়া) সিদ্ধ পুৰুষক সূচিত কৰিছে।

অসমত প্ৰচলিত জনশ্ৰুতি অনুসৰি ভূমিষ্ঠ হৈয়েই ডাক দিয়াৰ বাবে শিশুটিৰ নাম হ'ল ডাক। অসমীয়া ভাষাত কুকুৰাই ডাক দিয়া, চৰাই ডাক দিয়া, দাউকে ডাক দিয়া আদিৰ প্ৰসংগত ডাক' পদৰ ব্যৱহাৰ লক্ষ্য কৰিব পাৰি।

তেনেদৰে দংশন কৰ (সং. দংশ), চিঠি আদি প্ৰেৰণ কৰাৰ উপায়; যান বাহন 'ডাক-গাড়ী); উচ্চশব্দ, বৰকৈ মাত, ডাং খেল (—খেল) আদি অৰ্থ সূচিত কৰিবলৈ 'ডাক শব্দ প্ৰয়োগ কৰা দেখা যায়। বঙলাত পিশাচ, সিদ্ধপুৰুষ' চিঠি বিলোৱাৰ চৰকাৰী ব্যৱস্থা; চিংকাৰ; সম্বোধন; আহ্বান আদি অৰ্থ বুজাবৰ বাবে 'ডাক' শব্দৰ প্ৰয়োগ লক্ষ্য কৰা যায়। তেনেদৰে হিন্দীতো চিঠিপত্ৰ বিতৰণৰ চৰকাৰী ব্যৱস্থা; বিশ্ৰাম গৃহ (ডাক বংগল'; ঘোঁৰা সলনিৰ স্থান (ডাক চৌকী) আদি অৰ্থ সূচিত কৰাৰ প্ৰসংগতো 'ডাক" পদৰ ব্যৱহাৰ লক্ষ্য কৰিব পাৰি।

সংস্কৃত 'ডঃ' শব্দৰ অৰ্থ ধ্বনি। যিজনে ধ্বনি কৰে তেৱেঁই ডাক; অথবা যি জনে ঘোষণা কৰে তেৱেঁই ডাক। যিজন সিদ্ধ পুৰুষে ভৱিষ্যতৰ বিষয়ে কব পাৰে অৰ্থাৎ ভৱিষ্যবাণী কৰিব পাৰে তেৱেঁই ডাক-পুৰুষ। গতিকে ডাকপুৰুষ সমাসবদ্ধ পদটোৰ প্ৰয়োগ বিশেষণ ৰূপেহে, বিশেষ্যৰূপে নহয়।

ইংৰাজীৰ 'ডংক পদৰ লগতে ডাক' পদৰ সম্বন্ধ নথকা নহয়। ভাষাতাত্ত্বিক দৃষ্টিভংগীৰ ফালৰ পৰা বিচাৰ কৰি চালে ডংক ৰূপৰ (form)

১. হৰপ্ৰসাদ শাস্ত্ৰী (সম্পা) • ডাকাৰ্ণৱ, পৃঃ ১২৯

২. উঃ গ্ৰ, পৃঃ ১৩১

৩. উঃ গ্ৰঃ পৃঃ ১৩৭

পৰা ডাক পদৰ বিকাশ হব পাৰে। 'ডংক' পদৰ অৰ্থ ৰাজস্থানী ভাষাত জ্যোতিষী। বংগদেশত ডাক, জ্যোতিষী ৰূপেহে প্ৰসিদ্ধ। গতিকে জ্যোতিষী অৰ্থাৎ ডংক বা ডাকৰ ঘোষণা বা উক্তিয়েই ডাকৰ বচন বা ডাক-প্ৰবচন।

তৃতীয়তে, তিব্বতীভাষাত ডাকৰ অৰ্থ জ্ঞান। গতিকে ডাকৰ বচন মানে জ্ঞান বচন অৰ্থাৎ জ্ঞানীজনৰ প্ৰবচন।[৪]

ডংকা (অৰ্থাৎ ঢোল জাতীয় অৱনদ্ধ বাদ্যযন্ত্ৰ) পদৰ লগতো ডংক বা ডাক শব্দৰ কিবা সম্পৰ্ক থাকিব পাৰে। পূৰ্বি কালত ভাৰতবৰ্ষ আৰু আন আন দেশত ঢোল বজাইহে ঘোষণাদি প্ৰচাৰ কৰিছিল।[৫] গতিকে যি বাণী বা বচন জন সাধাৰণৰ মাজত প্ৰচাৰ কৰা হৈছিল সেয়ে ডাকৰ বাণী বা ডাকৰ বচন।

'খনা' বা 'খোনা' শব্দ সংস্কৃত ক্ষণদ[৬] পদৰ পৰা উদ্ভৱ হ'ব পাৰে। ক্ষণদ পদৰ অৰ্থ জ্যোতিষী (an astrologer)। ক্ষণদ পদৰ পৰা খনা বা খোনা শব্দৰ বিকাশ হোৱা অসম্ভৱ নহয়।[৭] গতিকে খনা বা খোনা কোনো ব্যক্তি বিশেষৰ নাম হ'ব নোৱাৰে, জ্যোতিষীক সূচিত কৰাৰ ক্ষেত্ৰতহে খনা বা খোনা পদ ব্যৱহাৰ কৰা হৈছে। এই প্ৰসংগত ডি. চি. চৰকাৰৰ এটি মন্তব্য প্ৰণিধানযোগ্য: "……there is reason to believe that Dāk and Khanā could not have been personal names."[৮]

তেনেদৰে 'ঘাঘ' পদৰ অৰ্থ সীয়ান লোক বা জ্ঞানী মানুহ। 'ভাৰ্গৱ আদৰ্শ হিন্দী শব্দকোশ'ত ঘাঘ শব্দৰ অৰ্থ এনেদৰে ব্যাখ্যা কৰিছে: 'অতি চতুৰ মনুষ্য, সয়ানা।' ইয়াতো ঘাঘ পদটো বিশেষ্য ৰূপে প্ৰয়োগ হোৱা নাই, বিশেষণ ৰূপেহে ব্যৱহাৰ কৰা হৈছে; অৰ্থাৎ এই পদটোৱে ব্যক্তিবিশেষৰ

---

৪. সত্যেন্দ্ৰ নাথ শৰ্মা: অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃঃ ৫৩

৫. "Of course, it is difficult to say whether the name Daṅka has anything to do with *daṅkā* (a drum). But we know that proclamations were made in ancient and medieval India by the beatings of drums."
D. C. Sircar, *op cit*, p. 164

৬. সং ক্ষণদ > প্ৰা, খণ > ন.ভা. খনা, খোনা।

৭. D. C. Sircar, *Loc-cit*, P. 162

৮. D. C. Sircar, *Loc-cit*,

নাম সূচিত নকৰি গুণহে সূচিত কৰিছে। ডাকৰ অৰ্থও জ্ঞানী লোক আৰু ঘাঘৰ অৰ্থও জ্ঞানীলোক। গতিকে সংযুক্তিৰ ফালৰ পৰা পদ দুটাৰ বিভিন্নতা দেখা গলেও অৰ্থৰ দিশৰ ফালৰপৰা দুয়োটাৰ মাজত সাদৃশ্য বৰ্তমান।

ভড্ডৰ, ভড্ডৰী আৰু ভাড্* এই তিনিটা পদৰো পাৰম্পৰিক সম্বন্ধ অস্বীকাৰ কৰিব নোৱাৰি। ভড্ডৰ শব্দৰ পৰা 'ভাড' পদৰ বিকাশ হোৱা স্বাভাৱিক। উত্তৰ প্ৰদেশত পৰিচিত নাম ঘাঘেই, বিহাৰ অঞ্চলত ডাক, খোনা, আৰু ভাড নামেৰে পৰিচিত।[৯] ভড্ডৰ শব্দৰ সমাৰ্থক শব্দ ভড্ডুৰ। নিম্ন শ্ৰেণীৰ ব্ৰাহ্মণ এশ্ৰেণীক সূচিত কৰিবলৈ ভড্ডৰ বা ভড্ডুৰ শব্দৰ প্ৰয়োগ হিন্দী ভাষী অঞ্চলত লক্ষ্য কৰা যায়। এই শ্ৰেণীৰ ব্ৰাহ্মণে গ্ৰহৰ ফলাফল নিৰ্ণয় কৰে আৰু গ্ৰহাদিৰ বাবে কৰা দানাদি গ্ৰহণ কৰে। তেওঁলোকে যাত্ৰা নিৰ্ণয়াদিও সম্পাদন কৰে।[১০] ভড্ডৰী পদ ভড্ডৰ পদৰ সম্প্ৰসাৰণ মাথোন। ভড্ডৰ আৰু ভড্ডৰী উভয় পদে জ্যোতিষ চৰ্চাকাৰী জাতি বিশেষক ইংগিত কৰে।

ডংক আৰু তেওঁৰ পত্নী ভড্ডলীয়ে বংগদেশ, উৰিষ্যা আদিত প্ৰচলিত পৰম্পৰা খনা আৰু তেওঁৰ স্বামী মিহিৰলৈ মনত পেলায়। ডংক আৰু ভড্ডলী উভয়ে জ্যোতিষী। তেনেদৰে খনা আৰু তেওঁৰ স্বামী মিহিৰ উভয়ে জ্যোতিষী। ভড্ডলী পদে ৰাজস্থানত বাস কৰা এশ্ৰেণীৰ জ্যোতিষীক বুজায়। গতিকে খনা, ভড্ডলী বা ভড্ডৰী আদি স্ত্ৰীলিঙ্গ বাচক শব্দ নহয়, পুংলিঙ্গ বাচকহে আৰু জ্যোতিষী অৰ্থ সূচিত কৰিবলৈহে এই পদ দুটাৰ প্ৰয়োগ সণ্ডালনি ভাবে চলি আহিছে। লোকমানসে খনা আৰু ভড্ডৰীক স্ত্ৰীৰূপে কল্পনা কৰি ক্ৰমে মিহিৰ আৰু ডংক নামৰ দুগৰাকী জ্যোতিষীৰ লগত তেওঁলোকৰ বিয়া হোৱা দেখুৱাইছে।[১১] ইয়াৰ পৰা অতি সহজেই অনুমান কৰিব পাৰি

* <সং ভদ্র

৯ ঘাঘ কে অন্য কই নাম মী বিহারবালোঁ মেঁ প্ৰচলিত হৈঁ। জৈসে ডাক, খোনা, মাড আদি।' ত্ৰিপাঠী, পৃঃ ২৬

১০. ভাৰ্গৱ আদৰ্শ হিন্দী শব্দকোশ

১১. "Thus the masculine words khanā and Bhadlī, etc., meaning 'an astrologer', were popularly conceived as the names of a female astrologer married to Varāha's son called Mihira in Bengal and Daṅka (Dāk) in Rajasthan, the same as Ghāgh of Uttarpradesh." D. C. Sircar, *op-cit*, pp 164-65

যে, ডংক, ভড্ডৰী, ডাক, খনা, মিহিৰ আদি সম্পূৰ্ণভাবে জনশ্ৰুতি আশ্ৰিত; ইতিহাসৰ বাস্তৱতাৰ লগত এইবোৰ চৰিত্ৰৰ কোনো সম্পৰ্ক নাই।

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে, ডাক, খনা, ঘাঘ, ভড্ডৰ, ভাড্ড, ভড্ডৰী, ভড্ডলী আৰু ডংক আদি শব্দৰ সাদৃশ্য—অৰ্থৰ ফালৰ পৰা সুস্পষ্ট। জ্যোতিষী অৰ্থ বুজাবৰ বাবেই যে, এই পদবোৰ ব্যৱহৃত হৈ আহিছে তাত সন্দেহ নাই।

দ্বিতীয়তে, ডাক, খনা, ঘাঘ, ভড্ডৰ, ভাড, ভড্ডৰী, ভড্ডলী আৰু ডংকৰ লগত জৰিত বিভিন্ন জনশ্ৰুতি আৰু বিশ্বাসৰ লগতো পাৰম্পৰিক সাদৃশ্য আৰু মিল আছে।

ক) ডাক ৱৰাহমিহিৰৰ পুত্ৰ, জন্ম কুমাৰণীৰ গৰ্ভত। অন্যহাতে উত্তম ব্ৰাহ্মণ ঘৰত তেওঁৰ জন্ম হোৱা বুলিও কোৱা হৈছে; ডাকৰ জীৱন-বৃত্তৰ লগত শ্ৰীৰামৰ কথাও সম্পৃক্ত। ডাক প্ৰসিদ্ধ জ্যোতিষী।

খ) ডংক ৱৰাহমিহিৰৰ পুত্ৰ, জন্ম ব্ৰাহ্মণৰ ঘৰত, প্ৰসিদ্ধ জ্যোতিষী; ৰজা পৰীক্ষিত আৰু বৈদ্য ধন্বন্তৰিৰ লগত ডংকৰ কথা-বৃত্ত বিজৰিত; এগৰাকী প্ৰসিদ্ধ জ্যোতিষী।

গ) ঘাঘ ৱৰাহমিহিৰৰ পুত্ৰ, জন্ম গোৱালনীৰ গৰ্ভত, গণনাকাৰী বা জ্যোতিষী, ডাকৰ দৰে ঘাঘৰো পানীত পৰি অপঘাত মৃত্যু হৈছিল।

ঘ) ভড্ডৰী ৱৰাহমিহিৰৰ বীৰ্য্য সম্ভূত পুত্ৰ, জন্ম অহীৰ-পত্নীৰ গৰ্ভত, প্ৰসিদ্ধ জ্যোতিষী।

ঙ) মিথিলা, বংগদেশ, বাংলাদেশ, উৰিষ্যা আৰু বিহাৰৰ কোনো কোনো অঞ্চলত প্ৰচলিত পৰম্পৰা মতে ডাক, ৱৰাহমিহিৰৰ পুত্ৰ, জন্ম গোৱালৰ ঘৰত, তেওঁ জ্যোতিষী। মৈথিল ডাকৰ মৃত্যু হৈছিল পানীত পৰি।

চ) খনা ৱৰাহৰ পুত্ৰ মিহিৰৰ পত্নী, ভড্ডলী বৈদ্য ধন্বন্তৰিৰ কন্যা আৰু ডংকৰ পত্নী। ভড্ডলী আৰু খনা দুয়ো জ্যোতিষ-শাস্ত্ৰত পাৰদৰ্শিনী। ডাকৰ নিচিনাকৈ খনায়ো ষড়যন্ত্ৰ মূলক মৃত্যুৰ মুখত পৰিব লগা হৈছিল।

ডংক, ডাক, ভড্ডৰ, ভাড্, ভড্ডলী, খনা আদিৰ লগত ৱৰাহমিহিৰ বিশেষ ভাবে জৰিত। যদি জনশ্ৰুতিৰ ওপৰত আশ্ৰয় কৰা হয় তেন্তে কব লাগিব যে, ডাক, ঘাঘ, ভড্ডৰ, ভাড, ভড্ডৰী, খনা আদি খ্ৰীঃ ষষ্ঠ শতিকাৰ লোক। কিন্তু এই সকলৰ নামত প্ৰচলিত প্ৰবচনবোৰৰ ভাষা, বিষয়

বস্ত আদি বিশ্লেষণ কৰি চালে এইবোৰক খ্ৰীঃ ষোড়শ শতিকাৰ পিছলৈ ঠেলিব নোৱাৰি। দ্বিতীয়তে, বৰাহমিহিৰৰ পুত্ৰ পুত্ৰবধূ আদিয়ে খ্ৰীঃ ৬ষ্ঠ শতিকাতে অসমীয়া, বঙলা, উৰিয়া, ভোজপুৰী, অৱধি, ব্ৰজভাষা, ৰাজস্থানী, পাঞ্জাবী, গুজৰাটী আদি ভাষাত প্ৰবচন ৰচনা কৰা কথাটো যুক্তিৰ ওপৰত-প্ৰতিষ্ঠিত হ'ব নোৱাৰে। লোকমানসে নিজ নিজ অঞ্চলত প্ৰচলিত জ্যোতিষ পৰম্পৰাৰ লগত ভাৰত বিখ্যাত জ্যোতিষী বৰাহমিহিৰৰ কথা-বৃত্ত সংযোগ কৰাৰ গুৰিতে আছে—সেই সেই পৰম্পৰা বোৰত আভিজাত্য আৰু প্ৰাচীনত্ব প্ৰদানৰ প্ৰৱণতা।

দ্বিতীয়তে, খেতি বা কৃষি সম্পৰ্কীয় বচনৰ পৰম্পৰা ভাৰতবৰ্ষত যে ডাক, খনা, ঘাঘ, ভড্ডৰ, ভড্ডৰী, ডংক আদিৰ বচনৰ লগে লগেহে আৰম্ভ হৈছে তেনে নহয়। ভাৰতবৰ্ষত কৃষিৰ পৰম্পৰা কেইবা হাজাৰ বছৰ পূৰ্বৰেপৰা প্ৰবহমান। গতিকে কৃষি বিষয়ক প্ৰবচনবোৰ লোকসমাজত কেইবা হাজাৰ বছৰ অতীতৰে পৰা চলি আহিছে। লোকসমাজত কৃষি সম্পৰ্কীয় প্ৰবচন, কৃষি-জীৱন আৰু কৃষি ভিত্তিক সমাজৰ আৰম্ভণিৰ পৰাই চলি আহিছে। এতাদৃশ প্ৰবচন বোৰকেই পৰৱৰ্তীকালৰ ঋষি, মুনি সকলে শিষ্ট বা অভিজাত সমাজোপযোগী শ্লোক ৰূপ প্ৰদান কৰিছিল। সেই হে পৰাশৰ কৃত শ্লোকত আমি পাওঁ কৃষি আৰু কৃষকৰ যশোগান:

"অৱস্ত্ৰত্বং নিৰন্নত্বং কৃষিতোনৈৱ জায়তে ।।
অনাতিথ্যঞ্চদুংখিত্বং গোমতো ন কদাচন।", ৫/১৮৬ ৮৭

অৰ্থাৎ কৃষকৰ কাপোৰ আৰু ভাতৰ কষ্ট নহয়। অতিথি সেৱা কৰিবলৈ অসমৰ্থাদি দুঃখৰদ্বাৰা তেওঁলোকৰ মন কোনো দিনে ব্যথিত নহয়।

অন্য এটি শ্লোকতো ঋষি পৰাশৰে কৃষকৰ গুণানুকীৰ্ত্তন কৰিছে।

'সুৱৰ্ণ ৰৌপ্যমাণিক্যবসনৈৰপিপুৰিতাঃ।
তথাপি প্ৰাৰ্থ্যন্ত্যেৱ কৃষকান্ ভক্ততৃষ্ণায়া ।।'

অৰ্থাৎ সোণা, ৰূপা, মাণিক আৰু বস্ত্ৰ আদি বিষয়ত ধনী লোকেও খোৱা মুঠাৰ বাবে খেতিয়কক প্ৰাৰ্থনা কৰিবলৈ বাধ্য হয়।
ডাকৰ নামত প্ৰচলিত এটা প্ৰবচনতো এই শ্লোকটোৰ বিষয়বস্তুৰ প্ৰতিধ্বনি শুনা যায়:

সোণা ৰূপা কিবা কৰি। ভাত নাখালে ভোকতে মৰি।।
হিৰা মানিক থাকে অপাৰ। খুদ গাল নহলে মৰনে সাৰ।।

ধনৰ মধ্যত ধান্য সোভন। ধান্য নহলে মৰে তেখন॥
এতেকে কৃষি কৰিবা সাৰ। দুৰ্ভিক্ষত কৃষি কৰে নিস্তাৰ॥ (পৃঃ ৪৯)

প্ৰাণ ধাৰণৰ বাবে ভোজন অপৰিহাৰ্য্য। অন্ন ব্যতিৰেক ভোজন-ব্যাপাৰ অসম্ভৱ। অন্নৰ উৎস আকৌ কৃষি। গতিকে জীৱন-ধাৰণৰ প্ৰধান মাধ্যম কৃষিৰ ওপৰত সৰ্বাধিক গুৰুত্ব প্ৰদান কৰা বিধেয়। পৰাশৰ ভাষাত:

"অন্নং তু ধান্যসংভূতং ধান্যং কৃষ্যা বিনা ন চ।
তস্মাৎসৰ্বম্পৰিত্যজ্য কৃষিং যত্নেন কাৰয়েৎ॥" (বৃহৎ পৰাশৰস্মৃতি)

পৰাশৰ শ্লোকত নাঙল-জোঙেলি, বিধা, ফাল আদিৰ আকাৰ, গঠন আৰু জোখৰ বৰ্ণনাও পোৱা যায়। যেনে:

'ঈষা যুগোহলস্থাণুৰ্নিৰ্যোলস্তস্যপাশিকা।
অড্ডচল্লশ্চশৈলশ্চ পদ্যনীচহলাষ্টকম্॥
পঞ্চহস্তাভৱেদীষাস্থাণুঃ পঞ্চবিতস্তিকঃ।
সাৰ্দ্ধহস্তস্তনিৰ্যোলোযুগ : কৰ্ণসমানকঃ॥
নিৰ্যোলপাশিকা চৈৱ অড্ডচল্লস্তথৈৱ চ।
দ্বাদশাংগুলমানো হি শৈলোৰত্নিপ্ৰমাণক :॥'

অৰ্থাৎ হালৰ অংগ আঠ প্ৰকাৰৰ, যেনে: মুঠি, জুৱলি, কুঢ়, ফাল, পাশিকা অৰ্থাৎ জৰী, ডিলামাৰি, জুৱলি, শল্মাৰি আৰু পাচন জৰী। মুঠিৰ পৰিমাণ পাঁচ হাত, আঢ়ৈ হাত কুঢ়ৰ দীঘ, ফাল লগোৱা কাঠৰ দীঘ ডেৰ হাত আৰু হালোৱা গৰুৰ কান্ধৰ সমান ডিলামাৰিৰ উচ্চতা হোৱা উচিত। ফাল, পাশিকা, কাঠ বা বাঁহৰ শলা এই তিনিওবিধৰ প্ৰত্যেকৰে জোখ বাৰ আঙুলী হোৱা উচিত। ফাল লগোৱা স্থানৰ পৰা বাৰ মুঠি বা নও মুঠিৰ ওপৰৰ আগ ভাগত লোহাৰে সংযুক্ত পুষ্ট বাঁহৰ ডিলামাৰি লগোৱা বিধেয়। জুৱলিৰ মাজত পোন্ধৰ আঙুলী পৰিমাণৰ গোলাকাৰ আবদ্ধ থকা উচিত। জুৱলিৰ পৰিমাণ চাৰি হাত হোৱা বিধেয় আৰু জোটনি পাঁচ হাত দৈৰ্ঘ্য বিশিষ্ট হোৱা বিধেয়। ফালৰ দৈৰ্ঘ্য এহাত পাঁচ আঙুলী বা এহাত হোৱা ভাল। পাশিকাৰ দৈৰ্ঘ্য নও আঙুলী।

বিধা, মৈ আদিৰ জোখ আৰু বৈশিষ্ট্যৰ বিষয়েও কবলৈ ঋষি পৰাশৰে পাহৰা নাই। ইয়াৰ উপৰিও বিভিন্ন মাহত খেতিৰ মাটিয়ে নৈসৰ্গিক ভাবে লাভ

কৰা গুণৰ কথাও তেওঁ উল্লেখ কৰিছে। যেনে :

'মৃৎসুবৰ্ণসমা মাঘে পৌষে ৰজতসন্নিভা।
চৈত্ৰে তাম্ৰ সমাখ্যাতাধান্যতুল্যা চ মাধৱে॥'

অৰ্থাৎ মাঘৰ মাটি সোণাৰ তুল্য, পুহৰ মাটি ৰূপাৰ সমান, চ'ত মাহৰ মাটি তামৰ দৰে আৰু ব'হাগৰ মাটি অন্নৰ নিচিনা ফলপ্ৰদ।
ডাকৰ নামত প্ৰচলিত প্ৰবচনতো পৰাশৰ শ্লোকৰ বিষয়বস্তুৰ প্ৰতিধ্বনি স্পষ্ট :

"ফাগুনৰ মাটি সোণাৰ মাটি। চৈত্ৰৰ মাটি ৰূপাৰ পাটি॥
বৈসাগৰ মাটি গুণ্ডাগুণ্ডি। জেঠৰ মাটি বাঙ্গৰ গুড়ি॥ (পৃ: ৪৭)

ডাক, ডংক, ঘাঘ আদিৰ নামত প্ৰচলিত প্ৰবচনবোৰ অতি প্ৰাচীন কালৰে পৰা কৃষিজীৱি সমাজত, সমাজৰ উমৈহতীয়া সম্পত্তিৰূপে ব্যক্তি নিৰপেক্ষ ৰচনা হিচাপে চলি আহিছে। কৃষকৰ সূক্ষ্ম পৰ্য্যবেক্ষণ জীৱন আৰু বৃত্তি সম্ভূত গভীৰ অভিজ্ঞতা, যাদু মূলক ক্ৰিয়া-কাণ্ডৰ ওপৰত আস্থা স্থাপন আদিৰ ওপৰত নিৰ্ভৰ কৰি জন্ম লাভ কৰিছে বচনবোৰে। আকৌ এই বচনবোৰেই পৰাশৰ, বশিষ্ঠ, যাজ্ঞবল্ক আদি ঋষি-মুনিৰ হাতত দ্বিজত্ব লাভ কৰিছে—শ্লোক ৰূপে, শাস্ত্ৰবাক্যৰূপে, আপ্ত বচন ৰূপে। আৰু সেই পৰম্পৰাৰ গতি-প্ৰগতিয়েই সৈ লোক-মানসৰ হাতত ধৰা দিছে—ডাকৰ বচন, খনাৰ বচন, ঘাঘৰ বচন, ডংক-ভড্ডৰ-ভড্ডৰীৰ বচন ৰূপে। গতিকে ডাক, ঘাঘ, খনা, ডংক, ভডডৰ, ভডডৰী আদি ঐতিহাসিক ব্যক্তি নহয়,—এইবোৰ লোকমানসৰ সৃষ্টি।

অন্যহাতে পৰাশৰ, যাজ্ঞবল্ক্য, বশিষ্ঠ আদি ঋষি মুনিৰ দ্বাৰা ৰচিত শিষ্ট-সমাজোপযোগী বচন-প্ৰবচন-আপ্তবাক্য আদি লোকায়ত পটভূমিত বিবৰ্ত্তিত হৈ আঞ্চলিক প্ৰবচন, বচন আদিৰ ৰূপ পৰিগ্ৰহ কৰিব পাৰে। বাল্মীকি, ব্যাসৰ ৰামায়ণ, মহাভাৰতৰ কাহিনী, ঘটনা, উপকাহিনী আদিয়ে লোকসমাজত ৰূপ সলোৱাৰ নিচিনাকৈ পৰাশৰ, যাজ্ঞবল্ক্য আদিৰ সংস্কৃত শ্লোক-প্ৰবচন আদিয়েও লোকসমাজৰ লগত সঙ্গতি ৰাখি ৰূপ সলাব পাৰে আৰু পৰম্পৰাগত ভাবে প্ৰবহমান এই বচন-প্ৰবচনবোৰে ডাকৰ বচন, খনাৰ বচন, ঘাঘৰ বচন, ভড্ডৰ বা ভড্ডৰী বা ভড্ডলীৰ বচন, ডংক-প্ৰবচন ৰূপে আত্ম প্ৰকাশ কৰিব পাৰে।

ডাক, খনা, ভড্ডৰ, ভড্ডৰী, ঘাঘ, ডংক আদিৰ ঐতিহাসিকতাকলৈ

পণ্ডিতসকল বিমোৰত পৰিছে। ডি. চি. চৰকাৰৰ মতে ডাক, খনা আদি ঐতিহাসিক ব্যক্তি নহয়। ডাক ঐতিহাসিক ব্যক্তি হোৱাহেঁতেন তেওঁৰ বচন-বোৰ ভাৰতৰ মাত্র এটা আঞ্চলিক ভাষাত ৰচিত হ'ব লাগিছিল; কিন্তু কাৰ্য্যতঃ তেনে হোৱা নাই, কাৰণ ডাকৰ বচনৰ প্রচলন অসমৰ বাহিৰেও বংগদেশ, উৰিষ্যা, বাংলাদেশ, নেপাল, বিহাৰ, মিথিলা, ৰাজস্থান, ভোজপুৰীক্ষেত্র, পঞ্জাব আদিতো দেখা যায়। গতিকে ডাক ঐতিহাসিক ব্যক্তি হ'ব নোৱাৰে[১২] তেনেদৰে খনাকো ঐতিহাসিক ব্যক্তি বুলিব নোৱাৰি। খনাৰ বচন কেৱল বঙলা ভাষাতেই পৰিসীমিত নহয়, অসম (পশ্চিম অসম), উৰিষ্যা, বিহাৰ, বাংলাদেশ আদিতো খনাৰ বচন জনপ্রিয়। খনা ঐতিহাসিক ব্যক্তি হোৱা হেঁতেন তেওঁৰ নামত সাঙুৰি দিয়া বচনবোৰো ভাৰতৰ বিশেষ এটা আঞ্চলিক ভাষাত আবদ্ধ থাকিব লাগিছিল।

অন্যহাতে ডাক, ঘাঘ, ভড্ডৰ, ভড্ডৰী, ডংক আদিক বৰাহমিহিৰৰ পুত্র বোলা হৈছে। বৰাহমিহিৰ অতিথি ৰূপে কুমাৰ, গোৱাল, মেষপালক আদিৰ ঘৰত আশ্রয় লোৱা অৱস্থাত কুমাৰণী বা গোৱালনী বা মেষ পালকৰ যুৱতী কন্যাৰ লগত তেওঁৰ যৌন মিলনৰ পৰিণতি স্বৰূপে ডাক, ডংক, ঘাঘ, ভড্ডৰী, ভড্ডৰ আদিৰ জন্ম। এইটো যদি সত্য হয় তেনেহলে ডাক, ডংক, ঘাঘ, ভড্ডৰ আদিৰ জন্ম হব লাগিব খৃঃ ৬ষ্ঠ শতিকাত; কাৰণ বৰাহমিহিৰ এই শতিকাৰ লোক। কিন্তু কাৰ্যতঃ ডাক, ডংক, ঘাঘ ভড্ডৰ আদি সমসাময়িক নহয়; আনকি ডংক, ডাক, খনা, ভড্ডৰ, ভড্ডৰী আদিৰ সময় সঠিক ভাবে কোনো পণ্ডিতেই স্থিৰ কৰিব পৰা নাই। ডাক, ডংক ঘাঘ আদি যদি ঐতিহাসিক ব্যক্তি হ'লহেঁতেন তেনেহলে এজনৰ নহয় এজনৰ সময় সঠিক ভাবে স্থিৰ কৰিব পৰা গ'লহেঁতেন। গতিকে আমি নিশ্চিত ভাবে কব পাৰোঁ যে, ডাক, ঘাঘ, খনা, মিহিৰ, ভড্ডৰ, ভড্ডৰী আদি ঐতিহাসিক ব্যক্তি নহয়।

ডাক, ডংক, ঘাঘ আদিযে ঐতিহাসিক ব্যক্তি নহয়, মৌখিক পৰম্পৰাহে এই অনুমানৰ অনুকূলে শশিশেখৰ তিৱাৰীৰ এটি মন্তব্য উল্লেখ কৰিব পাৰি: "...ঘাঘ, ভড্ডৰ, ভড্ডৰী আৰু ডাকৰ জন্মস্থান, জন্মতিথি, মৃত্যু তিথি, প্রামাণিক নাম আৰু তেওঁলোকৰ প্রবচনৰ মূল ভাষাৰ প্রসংগত নিশ্চিত

১২ D. C. Sircar, *op-cit*, p 163

ভাবে একো কব নোৱাৰি। অসমৰ পৰা গুজৰাট পৰ্য্যন্ত প্ৰায়বিলাক আঞ্চলিক ভাষাত আৰু উপভাষাত এই কবিসকলৰ নামত প্ৰচলিত প্ৰবচন বা লোকোক্তি পোৱা যায়। এই লোকোক্তিবিলাকৰ ওপৰত নিৰ্ভৰ কৰি ভাৰতবৰ্ষৰ বিভিন্ন ভাষা-ভাষী ক্ষেত্ৰৰ লোকে এই কবিসকলক নিজৰ নিজৰ ক্ষেত্ৰ আৰু ভাষাৰ কবি ৰূপে প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰি আহিছে।"[১৩] ডাক-ঘাঘ আদি ঐতিহাসিক ব্যক্তি হোৱাহেঁতেন তেওঁলোকৰ স্থান-কাল আদিৰ বিষয়ে নিশ্চিত হ'ব পৰা গলহেঁতেন।

জয় কান্ত মিশ্ৰই ডাকৰ ৰহস্য ভেদ কৰিবলৈ অক্ষম হৈ কবলৈ বাধ্য হৈছে: "প্ৰহেলিকাবৃত্ত ব্যক্তিসকলৰ ভিতৰত ডাকও এজন, যি জনে সম্ভৱ কেতিয়াও ৰহস্যৰ পৰিসীমা অতিক্ৰম কৰিব নোৱাৰিব।"[১৪] অৱশেষত তেওঁ কবলৈ বাধ্য হৈছে যে, ডাক উত্তৰ-পূব ভাৰতৰ লোক।[১৫] অৱশ্যে তেওঁ ৰাজস্থানী ডংক পৰম্পৰাৰ বিষয়ে উল্লেখ কৰা নাই। আন যি কি নহওক জয়কান্ত মিশ্ৰয়ো ডাকক ঐতিহাসিক ব্যক্তি ৰূপে ব্যাখ্যা দিবলৈ চেষ্টা কৰা নাই।

---

১৩ "घाघ, भड्डर, भड्डरी और डाक के जन्मस्थान, जन्मतिथि, मृत्युतिथि, प्रामाणिक नाम और इनकी सूक्तियों की मूलभाषा के सम्बन्ध में निश्चित रूपसे कुछ नहीं कहा जा सकता। असम से गुजरात तक की प्रायः सभी भाषाओं और बोलियों में इन कवियों के नाम से प्रचलित सूक्तियाँ मिलती हैं। इसी आधार पर भारतवर्ष के कई भाषा-भाषी क्षेत्र एक साथ इन कवियों को अपने-अपने क्षेत्र और भाषाके कवि सिद्ध करने की कोशिश करते हैं।"

भोजपुरी लोकोक्तियाँ, पृ: 231

১৪ "Dāka is one of those enigmatic figures who will never probably cross the frontiers of mystery." *Introduction to the Folk Literature of Mithilā* P. 44

১৫ "It appears that Dāka belonged to North-East India." *Ibid* P. 45

ঘাঘৰ সম্পৰ্কেও কব পাৰি যে, ঘাঘে প্ৰবচনৰ কোনো পুথি ৰচনা কৰা নাই অথবা তেওঁৰ নামত চলা প্ৰবচনবোৰ তেওঁ যে কাৰোবাক কৈছিল তাৰো প্ৰমাণ নাই। গতিকে ঘাঘকো ঐতিহাসিক ব্যক্তি বোলাৰ কোনো ভিত্তি নাই। ভড্‌ডৰীৰ প্ৰবচনৰ লগত ডংক আৰু ডাক-প্ৰবচনৰ সাদৃশ্য আছে; ভড্‌ডৰীৰ বচন বাজি বিহাৰ, মধ্যপ্ৰদেশ, উত্তৰ প্ৰদেশ, ৰাজপুতনা, পঞ্জাব আদি প্ৰদেশত চলে। গতিকে ভড্‌ডৰী কোন ঠাইৰ ব্যক্তি তাক সঠিকভাৱে নিৰ্ণয় কৰা অসম্ভৱেই, অথবা কোন প্ৰদেশৰ ভাষাত পোনতে ভড্‌ডৰীয়ে তেওঁৰ প্ৰবচনবোৰ কৈছিল তাকো নিৰ্ণয় কৰিব নোৱাৰি। পঞ্জাবত প্ৰচলিত ভড্‌ডৰীৰ বচনৰ লগত অন্য প্ৰদেশত প্ৰচলিত সেই জাতীয় প্ৰবচনৰ পাৰ্থক্য মূলতঃ নাই।[১৬] গতিকে ডাক, ঘাঘ আদিৰ দৰে ভড্‌ডৰ, ভড্‌ডৰীও ঐতিহাসিক ব্যক্তি নহয়, মৌখিক পৰম্পৰাহে।

সত্যেন্দ্ৰ নাথ শৰ্মাৰ মতেও ডাক ঐতিহাসিক ব্যক্তি নহয়। তেওঁৰ ভাষাত: "ডাক চৰিত আৰু জন প্ৰবাদৰ পৰস্পৰ বিৰোধী বৰ্ণনা আৰু অলৌকিক আৰু অবিশ্বাস্য ঘটনাৰ উল্লেখে উক্ত চৰিতক বুৰঞ্জীমূলক সত্য নিৰ্ধাৰণৰ অনুপযোগী সমলৰূপে প্ৰতিপন্ন কৰিছে। অজ্ঞাত লেখকৰ 'ডাক-চৰিত' অৰ্বাচীন ৰচনা। গতিকে সেই চৰিত পুথিৰ কথাত একান্ত নিৰ্ভৰ কৰি ডাকক নিৰ্দিষ্ট স্থানত আৰু নিৰ্দিষ্ট ঘৰত জন্মলাভ কৰা ঐতিহাসিক ব্যক্তি ৰূপে মানি লোৱা টান। ডাক শব্দৰ অৰ্থ হ'ল উচ্চাৰণ কৰা, সম্বোধন কৰা বা আহ্বান কৰা, গতিকে যিবোৰ উপদেশে সমাজত কেনেকৈ চলিব লাগে সকিয়াই দিয়ে, সিয়ে হয়তো ডাক ৰচনাৰূপে প্ৰসিদ্ধি লভে। কাল-ক্ৰমত সেই ডাক বচনবোৰৰ এজন উদ্ভাৱক কল্পনা কৰি ললে।"[১৭]

অতুলচন্দ্ৰ বৰুৱাই ডাকক ইতিহাস নিৰপেক্ষ ব্যক্তি ৰূপে অভিহিত কৰিছে। তেওঁৰ মতে ডাক নামৰ কোনো ব্যক্তিৰ অস্তিত্ব স্বীকাৰ কৰি লোৱা দুৰূহ। পৰম্পৰাগত ভাৱে সঞ্চিত আৰু প্ৰবহমান অৰ্থ পূৰ্ণ প্ৰবচনবোৰ ডাক নামৰ এগৰাকী কাল্পনিক ব্যক্তিৰ নামত সংযোগ কৰি দিয়া হৈছে মাথোন।[১৮]

ওপৰৰ আলোচনাৰ পৰা আমি নিৰ্ভুলভাৱে কব পাৰোঁ যে, ডাক, ডংক, ঘাঘ, ভড্‌ডৰ, ভড্‌ডৰী আদি ঐতিহাসিক ব্যক্তি নহয়। দূৰ অতীতৰ

১৬ ত্ৰিপাঠী, পৃঃ ৯—১১
১৭ সত্যেন্দ্ৰ নাথ শৰ্মা, প্ৰা. প্ৰ. পৃঃ ৫০-৫১
১৮ অতুল চন্দ্ৰ বৰুৱা: ডাকে বোলে শুনা উপায়, পৃঃ ৫

পৰা মুখ পৰম্পৰা চলি অহা কৃষি, জ্যোতিষ, শুভাশুভনিৰ্ণয়, যাত্ৰা বিচাৰ আদি সম্পৰ্কীয় প্ৰবচনবোৰ লোকমানসে ডাক, ডংক, ঘাঘ, ভড্ডৰ, ভড্ডৰী আদিৰ নামত সংযোগ কৰি দিছে—সেই প্ৰবচনবোৰৰ মূল্য আৰু গাম্ভীৰ্য্য বঢ়াবলৈ। লোক মনস্তত্বই ব্যক্তি নিৰপেক্ষ ৰচনাতকৈ ব্যক্তি সাপেক্ষ ৰচনাত গুৰুত্ব দিবলৈ প্ৰবৃত্তিগতভাবে ভাল পায়। ব্যক্তি নিৰপেক্ষ মৌখিক বা বাচিক কলাৰ জন্ম নীড় কৃষিজীবি লোক সমাজ, কিন্তু সেই লোক-সমাজেই কোনো জ্ঞানী লোকৰ ৰচনা বুলি নকলে অৰ্থাৎ প্ৰামাণ্য (authority) বিহীন ৰচনা বা প্ৰবচন সৰ্বান্তকৰণে গ্ৰহণ কৰিবলৈ টান পায়—আৰু সেয়েহে ফলশ্ৰুতিত জন্ম লাভ কৰিছে ডাক, ডংক, খনা, মিহিৰ, ঘাঘ, ভড্ডৰ, ভড্ডৰী, ভডডৰী আদি কাল্পনিক ব্যক্তিয়ে।

সুদীৰ্ঘ অবিচ্ছেদতা (Continuity) বিশিষ্ট ভাৰতীয় লোকোক্তি বা প্ৰবচনৰ পৰম্পৰাই ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত, বিভিন্ন অঞ্চলত, বিভিন্ন ভাষা-উপভাষাত ডাক, ডংক, ঘাঘ, ভড্ডৰ, ভাড, ভড্ডৰী, ভড্ডলী, খনা মিহিৰ আদি নানা শাখা প্ৰশাখাত বিকীৰ্ণ (diffuse) হোৱা স্বাভাৱিক।

কাশ্মীৰৰ পৰা কন্যাকুমাৰীকালৈ আৰু দ্বাৰকাৰ পৰা দূৰ নগাভূমিলৈ এই বিশাল ভূখণ্ডত প্ৰবহমান লোকোক্তিবিলাক বিভিন্ন ভাষা আৰু উপভাষাত পোৱা গলেও সেইবিলাকৰ বিষয়বস্তু, ভাব আৰু অনুভৱৰ মাজত বিভিন্নতা নাই। কাশ্মীৰ, পঞ্জাব, ৰাজপুতনা, কাঠিয়াৱাড়, গুজৰাট, মহাৰাষ্ট্ৰ, দক্ষিণ ভাৰত, উৰিষ্যা, বংগদেশ, অসম, বিহাৰ, মধ্যপ্ৰদেশ আৰু অন্য প্ৰান্তৰ প্ৰবচনবোৰ সেই সেই প্ৰান্তৰ ভাষা-উপভাষাত ৰচিত হোৱা বাবে বেলেগ বেলেগ যেন লাগে, কিন্তু সেইবিলাকৰ মাজত উপলব্ধ হোৱা অনুভৱ মূলতঃ একেই।[১১]

এই সাদৃশ্যৰ মূল কাৰণ জন প্ৰব্ৰজন আৰু সাংস্কৃতিক সম্পৰ্ক (Cultural Contact)। অসমত প্ৰচলিত অনেক ডাক বচন, জন প্ৰব্ৰজন আৰু সাংস্কৃতিক সম্পৰ্কৰ মাধ্যমেৰে পশ্চিমৰ পৰা আহিছে। প্ৰব্ৰজিত প্ৰবচনবোৰে অসমৰ ভৌগোলিক আৰু সাংস্কৃতিক পৰিবেশ (Cultural milieu) অনুসৰি ৰূপ সলাইছে। অনেক প্ৰবচনে আকৌ স্থানীয় ভাৱেই (locally) বিকাশ লাভ কৰিছে। অৱশেষত ডাকৰ নামত মৌখিক পৰম্পৰাত প্ৰচলিত এই প্ৰবচনবোৰৰ কিছুমানে লিখিত ৰূপ পাইছে আৰু কিছুমান যেনে প্ৰবচন মুখে মুখে প্ৰচলিত হৈয়ে আছে।

১১ ত্ৰিপাঠী, পৃঃ ৬

# ৩য় অধ্যায়

## অসমীয়া ডাক-প্ৰবচন

ডাক, ডক, ঘাঘ, ভাড, ভড্ডৰ, ভড্ডৰী, খনা, মিহিৰ আদিৰ নামত প্ৰচলিত প্ৰবচনবোৰ মৌখিক পৰম্পৰা ৰূপে প্ৰবহমান হৈ আহি বৰ্তমান লিখিত ৰূপ পৰিগ্ৰহ কৰিছে যদিও অনেক প্ৰবচন বৰ্তমানো লোক জীৱনত মুখ পৰম্পৰা প্ৰচলিত হৈয়ে আছে। আনকি বৰ্তমানো দুই চাৰিজনলোকে মৌখিক ভাবে প্ৰচলিত ডাক- প্ৰবচনবোৰক লিখিত ৰূপ দিবলৈ চেষ্টা চলাই আছে। দ্বিতীয়তে, তুলনামূলকভাবে পুৰণি প্ৰবচনবোৰৰ লগত অপেক্ষাকৃতভাবে নতুন প্ৰবচন সংযোগ কৰাৰ প্ৰৱণতাও সুস্পষ্ট। গতিকে ডাক-প্ৰবচন সম্বলিত পুথিৰ পাঠ আৰু সংখ্যাৰ ক্ষেত্ৰত তাৰতম্য দেখা যায়। এই প্ৰসংগত মহেশ্বৰ নেওগৰ এটি মন্তব্য প্ৰণিধানযোগ্য: '...ডাকৰ বচনৰ যিবোৰ পুথি পোৱা যায় তাত পাঠ আৰু সংখ্যাৰ তাৰতম্যলৈ লক্ষ্য কৰিলে সংগ্ৰহখন (এক প্ৰকাৰ compendium) বিভিন্ন সময়ত কোনোৱে সংকলন কৰা সংস্কৰণ (redaction) যেন লাগে।"[১]

তৃতীয়তে, ডাকৰ বচন সংকলকসকলে অনেক ক্ষেত্ৰত কোনো বিশেষ পুথিৰ পৰা ডাক-প্ৰবচনসমূহ গ্ৰহণ নকৰি পৰম্পৰাগতভাবে শিকি অহা বা শুনা বচনবোৰহে লিপিবদ্ধ কৰে। সেয়েহে ডাকৰ বচনৰ এটা পাঠৰ লগত আন এটা পাঠৰ প্ৰায়ে মিল পোৱা নাযায়।

বৰ্তমান চলি থকা এই প্ৰৱণতাৰ পৰিণতিতেই ডাক-চৰিত বা ডাক-ভণিতা পুথিবোৰৰ জন্ম সম্ভৱ হৈছে। মৌখিকভাবে প্ৰচলিত এই প্ৰবচন-বোৰে এনেদৰেহে লিখিত ৰূপ পাইছে। বংগদেশত ডাক বা খনাৰ বচনে লিখিত ৰূপ পাবলৈ এশবছৰো ওপৰ হোৱা নাই. বাংলাদেশতো ডাক আৰু খনাৰ বচনে লিখিতৰূপ পাবলৈ সহজ দিন হোৱা নাই। উৰিষ্যাত মুখ পৰম্পৰা প্ৰচলিত ডাক-বচনসমূহ সংগ্ৰহ কৰিছে কুঞ্জবিহাৰী দাসে। মৈথিল ভাষাত প্ৰচলিত ডাক-বচনৰ পুথি উদ্ধাৰ হোৱা নাই, যদিও তালপত্ৰত লিখা জ্যোতিষ বিষয়ক পুথিত ডাকৰ নাম পোৱা যায়। জীৱানন্দ

---

১ মহেশ্বৰ নেওগ (সম্পা): অসমীয়া খণ্ডবাক্য কোষ, ভূমিকা, পৃঃ ৩৪

ঠাকুৰে প্ৰাচীন হাতেলিখা পুথিৰ পৰা কিছুমান ডাক-বচন উদ্ধাৰ কৰিছে।[২] ইয়াৰ বাহিৰেও মৈথিল ভাষাত ৰচিত 'বিশুদ্ধ ডাক বচন' নামৰ এখন পুৰণি পুথি (তাল পাতত লিখা) পোৱা হৈছে।[৩] পুথিখন এশ, ডেৰশ বছৰতকৈ বেছি পুৰণি নহয় যেন লাগে। এই পুথিখনকে মূল পুথি স্বৰূপে লৈ কপিলেশ্বৰ ঝাই খ্ৰীঃ ১৯২৭ চনত 'ডাকবচনামৃত' নামৰ পুথিখন সম্পাদন কৰিছিল।[৪] ওপৰোল্লিখিত তালপত্ৰত ৰচিত পুথিখনকেই আধাৰ গ্ৰন্থ ৰূপে গ্ৰহণ কৰি খ্ৰীঃ ১৯৫০ চনত জীৱানন্দ ঠাকুৰে 'মৈথিল ডাক' সম্পাদন কৰে।[৫]

মিথিলাৰ বাহিৰে বিহাৰৰ অন্য অঞ্চলত আৰু ভোজপুৰী ক্ষেত্ৰত প্ৰচলিত 'ডাক-বচন' অথবা 'ভাডৰ-বচন' মুখ পৰম্পৰা প্ৰচলিত। অসমীয়া ভাষা অথবা মৈথিল ভাষাৰ নিচিনাকৈ সেইবোৰ অঞ্চলত ডাক-বচন বা ভাডৰ-বচন সম্বলিত হাতে লিখা পুথি এতিয়ালৈকে উদ্ধাৰ হোৱা নাই।

ঘাঘ আৰু ভড্ডৰ অথবা ভড্ডৰীৰ প্ৰবচনবোৰো মুখ পৰম্পৰাহে প্ৰচলিত। সাম্প্ৰতিক কালত অৱশ্যে এই প্ৰবচনবোৰে লিখিতৰূপ পালেও এশ, ডেৰশ বছৰৰ পূৰ্বে ৰচিত হোৱা ঘাঘ আৰু ভড্ডৰ-ভড্ডৰীৰ প্ৰবচন সম্বলিত পুথি পোৱা নাযায়। ৰাম নৰেশ ত্ৰিপাঠীয়ে প্ৰায় এবছৰ কাল গাঁৱে-ভূঞে ফুৰিহে এই প্ৰবচনবোৰ সংগ্ৰহ কৰিছে।[৬] ভড্ডৰী-প্ৰবচন বাছি সম্বলিত এখন সৰু পুস্তিকা 'শকুন-বিচাৰ' নামেৰে ছপা হৈছে।[৭] এই পুথি খন হাতেলিখা পুথিৰ ওপৰত নিৰ্ভৰশীল নহয়। মুখ পৰম্পৰা প্ৰচলিত ভড্ডৰী-প্ৰবচনবোৰ সংগ্ৰহ কৰিহে উক্ত পুস্তিকা খনি প্ৰস্তুত কৰা হৈছে।

ৰাজপুতনাত প্ৰচলিত ভড্ডলী-বচন সম্বলিত এখন পুথি অৱশ্যে পোৱা গৈছে। পুথিখনৰ নাম 'ভড্ডলী-পুৰাণ'। কিন্তু এই পুথিখনৰ প্ৰাচীনত্ব সম্পৰ্কে জনা নাযায়।

---

২. Sri Jivananda Thakur······quotes a number of Dāka's verses from very old manuscripts.···" মৈথিল ডাক, পৃঃ খ

৩. মৈথিল ডাক, পৃঃ গ

৪. কল্লোলাল কৃষ্ণলাল, ৰামেশ্বৰ প্ৰেছ, দাৰভংগা।

৫. মৈথিলী-সাহিত্য-পৰিষদ, দাৰভংগা।

৬. ত্ৰিপাঠী পৃঃ ১১

৭. ত্ৰিপাঠী, পৃঃ ২৭

অসমীয়া ভাষাত ৰচিত কেইবা খনিও ডাক-বচন সম্বলিত পুথি বিভিন্ন অনুষ্ঠান আৰু ব্যক্তি বিশেষৰ ঘৰত সংৰক্ষিত অৱস্থাত পোৱা গৈছে। লণ্ডনৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীত 'ডাক-ভণিতা' নাম বিশিষ্ট এখন হাতে লিখা পুথি সংৰক্ষিত থকাৰ সম্বাদ সূৰ্য্যকুমাৰ ভূঞাদেৱে, ৺দণ্ডীৰাম দত্তক দিছিল আৰু সেই পুথিখন দত্তদেৱে পঢ়িবলৈও সুবিধা লাভ কৰিছিল। পুথিখন মুঠতে যোলটা ফলক সম্বলিত।[৮] ইয়াৰ বাহিৰেও সৰ্থেবাৰীৰ হৰি-ঘাট; উত্তৰ লখীমপুৰৰ ঘাৰমৰা সত্ৰ আদিত সংৰক্ষিত 'ডাক-ভণিতা' পুথিৰ সম্বাদো দত্তদেৱে আমাক দিছে।[৯]

গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুৰণি পুথি সংৰক্ষণ বিভাগ; বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ, গুৱাহাটী; অনুসন্ধান সমিতি, গুৱাহাটী আদিত কেইবা খনিও 'ডাক-বচন বা 'ডাক-ভণিতা' পুথি ৰক্ষিত হৈছে। এই হাতে লিখা পুথি বিলাকৰ ভিতৰত কেইখনমান পুথিতহে লিপিকাৰৰ নাম, ধাম আৰু সময়ৰ উল্লেখ আছে। কেইখনমান পুথিত লিপিকাৰৰ নাম-ধাম আৰু লিপ্যন্তৰৰ সময়ৰ উল্লেখ নাই।

বুৰঞ্জী আৰু পুৰাতত্ব বিভাগত ১৪০৫ ক্ৰমাঙ্ক বিশিষ্ট 'ডাক-বচন' পুথি খনিৰ লিপিকাৰ দেৱজয় কাকতি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুৰণি পুথি সংৰক্ষণ বিভাগত সংৰক্ষিত ২৮৮৭ ক্ৰমাঙ্কৰ 'ডাক-চৰিত' পুথি খনি বিষ্ণুৰাম ডেকা বৰুৱাই লিখিছিল। লিখাৰ সময় ১৭৮৬ শকৰ ১২ পুহ (অৰ্থাৎ ১৭৮৬+৭৮= ১৮৬৪ চন)। বুৰঞ্জী আৰু পুৰাতত্ব বিভাগত সংৰক্ষিত (ক্ৰমাঙ্ক ৫২৭) 'ডাক-বচন' পুথিখনৰ ৰচনাৰ সময় ১৭২৮ শকৰ ১৫ আহিন (অৰ্থাৎ ১৮০৬ চন)। লিপিকাৰৰ নাম আৰু সময়ৰ উল্লেখ নথকা 'ডাক-চৰিত' পুথি কেইখনো এশ, ডেৰশ বছৰৰ পূৰ্বেহে ৰচিত। গতিকে অতি সহজেই অনুমান কৰিব পাৰিযে, 'ডাক-চৰিত' পুথি সমূহ অৰ্বাচীন। পুথিৰ ভাষা, লিখন শৈলী, বাননৰীতি আদিৰ ফালৰ পৰাও অতি সহজেই অনুমান কৰিব পাৰিযে, 'ডাক-বচন' সম্বলিত পুথি সমূহ বৰ বেছি পুৰণি নহয়। অন্য হাতে 'ডাক চৰিত' পুথিৰ মূল ৰচয়িতা কোন তাক জনাৰ উপায় নাই। দ্বিতীয়তে, লিপিকাৰ সকলে যে আন আন পুথি লিপ্যন্তৰ কৰাৰ নিচিনাকৈ এখন মূল পুথি আগত ৰাখি

---

৮. দণ্ডীৰাম দত্ত (সম্পা): ডাকৰ বচন, পাতনি, পৃঃ ৫

৯. উঃ গ্ৰঃ

নকল কৰিছিল তেনে নহয়। লিপিকাৰৰ মনত থকা বচন যোৰহে এফালৰ পৰা লিখি গৈছিল। সেইহে অন্য হাতে লিখা পুথিৰ নিচিনাকৈ 'ডাক-বচন' পুথিৰ বিষয় বস্তুৰ ক্ষেত্ৰত হুবহু মিল বা সাদৃশ্য থকা দেখা নাযায়। এখন 'ডাক-বচন' পুথিৰ বিষয় বস্তু, আৰু বিষয়বস্তু বিভাজনৰ ৰীতিৰ লগত আনখন 'ডাক-ভণিতা' 'পুথিৰ বিষয়বস্তু আৰু ইয়াৰ বিভাজন-ক্ৰমৰ অমিল দেখা যায়। আনকি নামৰ ক্ষেত্ৰতেই বিভিন্নতা দেখা যায়, যেনে : 'ডাকৰ বচন', 'ডাক চৰিত', 'ডাক-ভণিতা', ডাক-প্ৰবচন' ইত্যাদি। কোনো কোনো পুথিত বিশেষকৈ জ্যোতিষ প্ৰকৰণ, গৃহলক্ষণ, দ্ৰব্যগুণ কথন আদিত পণ্ডিতী ৰচনাৰ গোন্ধ পোৱা যায়। এই বিলাকত পৰম্পৰাগত ফলিত জ্যোতিষীৰ স্থূল হস্তাৱলেপৰ নিদৰ্শন স্পষ্ট। আনকি এখন ছপা 'ডাকৰ বচন'ত, পুৰাণৰ নিচিনাকৈ কাহিনী, উপ-কাহিনী আদি সংযোজন কৰাৰ প্ৰৱণতা পৰিলক্ষিত। উদাহৰণ স্বৰূপে 'সুপুৰুষ-লক্ষণ' প্ৰকৰণত বৈশ্যপুত্ৰ সৰ্ব-ৰাজলক্ষণ যুক্ত হোৱা সত্বেও 'অঙ্গাৰ বৰণ' বিশিষ্ট জিহ্বা আৰু তালুত 'কাকৰ চৰণ' চিহ্ন থকাৰ বাবে কিদৰে ভিক্ষা বৃত্তি অৱলম্বন কৰিবলগীয়া হৈছিল তাৰ বৰ্ণনা পৰিবেশন কৰা হৈছে।[১০] এনে ধৰণৰ 'চৰিত্ত কথা' আন হাতে লিখা বা ছপা ডাকৰ বচন পুথিত পাবলৈ নাই।

সাধাৰণতে মূলপাঠ বিশিষ্ট পুথিত এনে ধৰণৰ সংযোজনৰ প্ৰৱণতা তুলনামূলক ভাবে কম। ইয়াৰ বিপৰীতে মূলপাঠ নোহোৱা পুথিৰ ক্ষেত্ৰত নতুন সংযোজনৰ মাত্ৰা সদায়েই বেছি। গতিকে মূলপাঠ নোহোৱা 'ডাক-বচন'ত নতুন সংযোজনৰ প্ৰক্ৰিয়া প্ৰতিজন লিখকৰ কাপৰ জৰিয়তে বাঢি যোৱা অস্বাভাবিক নহয়। আকৌ অঞ্চল বিশেষেও 'ডাক-বচন'ৰ ক্ষেত্ৰত বিভিন্নতা পৰিলক্ষিত।

উজনি-নামনিত প্ৰচলিত ডাক-বচনৰ ভাষা আৰু বিষয়বস্তুৰ ক্ষেত্ৰত পাৰ্থক্য নথকা নহয়। তেনেদৰে পুৰণি কামৰূপ জিলাৰ বিভিন্ন অঞ্চলৰ লোক জীৱনত সদা-সৰ্বদাই ব্যৱহৃত ডাক-প্ৰবচনৰ মাজতো তাৰতম্য লক্ষ্য কৰিব পাৰি; তদ্ৰূপ কামৰূপ আৰু দৰঙত প্ৰচলিত ডাকৰ বচনৰ মাজতো বিভিন্নতা নথকা নহয়। এই বিভিন্নতা বিশেষ ভাবে পাঠ আৰু জমিনৰ প্ৰসঙ্গত হলেও অনেক স্থলত বিষয়বস্তুৰ ক্ষেত্ৰতো দেখা যায়। মৌখিক সাহিত্য বা বাচিক কলাৰ

১০ দণ্ডীৰাম দত্ত (সম্পা) : ডাকৰ বচন, পৃঃ ৪১-৪৬

প্ৰসংগত বিদ্বে অকলছেদে পাঠ, অন্বিন, বিষয়বস্তুৰ ক্ষেত্ৰত তাৰতম্য দেখা যায় তদ্ৰূপ 'ডাকৰ বচন'ৰ ক্ষেত্ৰতো এই তাৰতম্য স্পষ্ট। গতিকে 'ডাকৰ বচন' যে মৌখিক কলাৰ অন্তৰ্ভূত তাত দ্বিমত থাকিব নোৱাৰে, মৌখিক কলাই লিখিত ৰূপ পৰিগ্ৰহ কৰাৰ নিচিনাকৈ 'ডাকৰ বচনে'ও লিখিত ৰূপ গ্ৰহণ কৰিছে।

ডাকৰ বচনৰ যি পাঠ পোৱা যায় সেই পাঠবোৰ বিশেষ কোনো পাঠৰ পৰা নকল কৰা যেন নালাগে। বানান, ভাষা, আঞ্চলিক ৰূপ আদিৰ ফালৰ পৰা বিচাৰ কৰি চালে দেখা যায় যে, 'ডাকৰ বচন'ৰ পাঠবোৰ মৌখিক সঞ্চাৰণৰ ( oral transmission ) ওপৰতহে প্ৰতিষ্ঠিত।

'ডাকৰ বচন'ৰ পাঠত উল্লেখ থকা চন-তাৰিখ, ইয়াৰ বানন-ৰীতি, ভাষা শৈলী আদি বিশ্লেষণ কৰি চাই কব পাৰি যে, ডাকৰ বচন সমূহে এশ, ডেৰশ বছৰৰ ভিতৰতে লিখিত ৰূপ গ্ৰহণ কৰিছে। ইয়াতকৈ পুৰণি ডাকৰ বচনৰ পাঠ নথকাৰ অনুকূলে মত পোষণ কৰাই যুক্তি সঙ্গত। আমাৰ অনুমানৰ সপক্ষে প্ৰফুল্লদত্ত গোস্বামীৰ এটি মন্তব্য উল্লেখ কৰিব পাৰি: "ডাকৰ বচনৰ বয়স নিৰ্ণয় কৰিবলৈ বহুতে চেষ্টা কৰিছে আৰু প্ৰায় বিফলো হৈছে। অসমত চলা ডাকৰ বচন ডেৰশ দুশ বছৰতকৈ পুৰণি যেন নালাগে আৰু তাত বাহিৰৰ প্ৰভাৱ আওকান কৰিব নোৱাৰি। বচনৰ বেছি পুৰণি পুথিও পোৱা নাযায়। সুখ বাগৰি পুৰণি মাত-কথা বিলাকে আধুনিক গঢ় লয়; বহুত সময়ত সেইবিলাকে আজি কালিৰ সামাজিক আচাৰ ব্যৱহাৰৰ সাঁচো লয়।"[১১]

## ডাকৰ বচনৰ ভাষাতাত্ত্বিক দিশ:

ডাকৰ বচন মুখে মুখে প্ৰচলিত। মুখ পৰম্পৰা প্ৰচলিত গীত-পদ আদিৰ ভাষাৰ স্থিৰ ৰূপ ৰক্ষিত নহয়; তদ্ৰূপ 'ডাকৰ বচন'ৰ ভাষায়ো স্থিৰ ৰূপ পোৱা নাই। মৌখিক কলাৰ কোনো এটি শ্ৰেণীৰ (genre) অন্বিন (texture) যথাৰ্থভাৱে ৰক্ষিত নহলে তাৰ কাল নিৰ্ণয় কৰা অসম্ভৱ।

১.১ "ডাকৰ বচন'ৰ পুথিৰ বিষয়বস্তু যে, সম্পূৰ্ণ ভাৱে মৌখিক পৰম্পৰাৰ ওপৰত প্ৰতিষ্ঠিত তাৰ সাক্ষ্য এই পুথিৰ ভাষাতাত্ত্বিক বৈশিষ্ট্যয়ো দিব পাৰে।

১১. প্ৰফুল্লদত্ত গোস্বামী: অসমীয়া জন-সাহিত্য, পৃ: ৮৮

আথব জোঁটনি বা বানন-পদ্ধতিৰ (orthography) প্ৰসংগত 'ডাক প্ৰবচন'ৰ পাঠে কথিত ৰূপৰ ওপৰত তুলনামূলক ভাবে অধিক গুৰুত্ব দিয়া দেখা যায়। সাধাৰণতে কথিত ৰূপত বা মৌখিক ৰূপত যিদৰে ই, ঈ; উ, ঊ; চ, ছ; জ, ঝ; ট, ত; ঠ, থ; ড, দ, ঢ, ধ; ণ, ন; শ, ষ, স বৰ্ণৰ প্ৰয়োগত প্ৰায়ে পাৰ্থক্য দেখা নাযায়; তদ্ৰূপ 'ডাক-প্ৰবচন'ৰ পাঠতো' হ্ৰস্ব-দীৰ্ঘ, দন্ত্য- মূৰ্দ্ধন্য বৰ্ণৰ মাজত প্ৰায়ে পাৰ্থক্য দেখুৱাবলৈ চেষ্টা কৰা নাই। 'য' বৰ্ণৰ ব্যৱহাৰ নথকা নহয় যদিও 'জ' বৰ্ণৰ প্ৰয়োগ নিশ্চিত ভাবে তাৎপৰ্য্যপূৰ্ণ: জেৰে (যেৰে), জেনে (যেনে), জতন (যতন), জিতো (যিটো), জদি (যদি), জুদ্ধ (যুদ্ধ), জেবে (যেবে), জেই (যেই), জি (যি), জতনে (যতনে), জাই (যাই, জত (যত), জাত্ৰা (যাত্ৰা), জাইবেক (যাইবেক), জতেক (যতেক), জাহাৰ (যাহাৰ), জিৱন (জীৱন), জসি (যশী), জস (যশ), জেদুৰ (যেদুৰ) জাও (যাওঁ), জাচি (যাচি), জে (যে), জাবা (যাব), জিএ (জীৱ), জম (যম), কাৰ্জ (কাৰ্য্য) ইত্যাদি।

১.২ মূৰ্দ্ধন্য 'ণ' ৰ ব্যৱহাৰ নাই বুলিয়েই কব পাৰি। দন্ত্য 'ন' ৰ প্ৰয়োগৰ পৰিমাণেই অধিক। ণত্ব বিধানৰ ৰীতি প্ৰায়ে পালন কৰা হোৱা নাই: লোন (লোণ), ব্ৰাহ্মন (ব্ৰাহ্মণ), গন (গণ), কৰন (কৰণ), ৰোপন (ৰোপণ), সোনা (সোণ), ঋন (ঋণ), চৰন (চৰণ), শ্ৰাবন (শ্ৰাৱণ), গুনিয়াক [গুণীয়াক], দক্ষিনা (দক্ষিণা), বানি (বাণী), ঘৰিনি [ঘৰিণী] ধৰনি (ধৰণী), তৃন (তৃণ), পান (পাণ), মানিক (মাণিক), স্মৰন (স্মৰণ), বামুন (বামুণ), বৰিষন (বৰিষণ), সোনাৰি (সোণাৰী), সৰন (শৰণ), ভৰন (ভৰণ), পৰিমান (পৰিমাণ), লোন (লোণ), দুগুন (দুগুণ), নাৰায়ন (নাৰায়ণ), লক্ষন (লক্ষণ), মৰন (মৰণ), গুন (গুণ) ইত্যাদি।

১.৩ নামনি অসমৰ উপভাষাত 'জ' ৰ ঠাই 'ঝ'ৰ প্ৰয়োগ বেছি। 'ডাক-প্ৰবচন'ৰ পাঠত 'ঝ'ৰ প্ৰয়োগহে বিশেষ ভাবে লক্ষ্য কৰা যায়: ঝালুক (জালুক), ঝাল (জাল), মাঝে মাঝে (মাজে মাজে), বাঝে (বাজে), বুঝিয়া (বুজিয়া), শুঝিয়া (সুজিয়া), বাঝ (বাজ), ঝোকাৰি (জোকাৰি), ঝাপত (জাপত), জুঝাৰ (যুজাৰ), ঝাও (জাও), ঝোল (জোল), বুঝি (বুজি), বুঝিব (বুজিব,) ঝাৰি (জাৰি), ঝুঝে (যুজে), বুঝাই বুঝাই (বুজাই বুজাই), সাঝিবা (সাজিবা) ইত্যাদি।

১.৪ 'ক'ৰ ঠাইত 'খ'ৰ প্ৰয়োগ দেখা যায় : খুদ্ৰ (ক্ষুদ্ৰ), দখিনে (দক্ষিণে), খয়ঙ্কৰ (ক্ষয়ঙ্কৰ), খীন (ক্ষীণ), খিন (ক্ষীণ), খুধা (ক্ষুধা), পখে (পক্ষে), সাখি (সাক্ষী) ইত্যাদি।

১.৫ কোনো কোনো ক্ষেত্ৰত খ>ক্ষ হোৱাও দেখা যায় ; দ্বিতিয়তে সনিয়ে হবে খ্যাতি। (ডা. প্ৰ. পৃঃ ৫৫ )

১.৬ কোনো কোনো শব্দ ৰূপত (form) ক>খ লৈ পৰিবৰ্তিত হোৱাৰ উদাহৰণো পৰিদৃষ্ট হয় :

ক) স্থখুতাৰ পাত বেমুয়াৰৰ জোল। ( ডা. প্ৰ. পৃঃ ২৯ )

খ) ভোজনৰ ৰস ভুঞ্জে ভোখে। ( ডা. প্ৰ. পৃঃ ২২ )

গ) বাহৰ আগত সুখাই তেবে। ( ডা. প্ৰ. পৃ. ৫৬ )

ঘ) ৰৌদ্ৰত কাটি থই সুখাই। ( ডা. প্ৰ. পৃঃ ৩৩ )

ঙ) ভোজনৰ ৰস ভুঞ্জে ভোখে। ( ডা. প্ৰ. পৃঃ ২২ )

১.৭ কোনো কোনো ক্ষেত্ৰত খ>ক লৈ পৰিবৰ্তিত হোৱাৰ উদাহৰণো নেদেখাকৈ থকা নাযায় :

লাকুতিত বান্ধিবা ভাব। ( ডা. প্ৰ. পৃঃ ৯৩ )

১.৮ ষ>খ ধ্বনিলৈ পৰিবৰ্তিত হোৱাৰ প্ৰৱণতা বিশেষ ভাবে নামনি অসমৰ কথিত ভাষাৰ এটা অন্যতম বিশেষত্ব। 'ডাক-প্ৰবচন'ৰ পাঠৰ ভাষাতো এই বৈশিষ্ট্যটো লক্ষ্য কৰিব পাৰি :

ক) কাখত কলচি জলক জাই। ( ডা. প্ৰ. পৃঃ ৩৩ )

খ) কাখত কলচি কহন্ত কথা। ( পৃঃ ৮৯ )

গ) স্থতিকাৰ কাখে ৰাখিব জুই। ( পৃঃ ৩ )

ঘ) স্থতিকা কাখৰে নথৈবা পানি। ( পৃঃ ৪ )

ঙ) কাখত লোকে হাই নকৰিব। ( পৃঃ ৫ )

১.৯ (1) শ্চ>চ, (ii) ঠ>থ>ত হোৱাৰ দৃষ্টান্তও 'ডাক-প্ৰবচন'ৰ পাঠত নোপোৱাকৈ থকা নাযায় :

ক) পচিমে গাজিলে আনে। ( পৃঃ ২৭ )

খ) সিৰচেদ তাৰ হুইব নিচিত। ( পৃঃ ৬৩ )

গ) সিতো ধনবন্ত হোৱে নিচয়। ( পৃঃ ৬৪ )

(II) ক) আতত (আঠত) তিতা দাতত লোন। ( পৃঃ ৮৪ )

১.১০ 'ডাক-প্ৰবচন'ৰ পাঠত সংযুক্ত 'ষ্ঠ' আৰু 'স্থ' ধ্বনি ক্ৰমে 'ষ্ট' আৰু 'স্ত' ধ্ব'নলৈ পৰিবৰ্তন হোৱা দেখা যায়। যেনে :

শ্ৰেষ্ট, বলিষ্ট ; গৃহস্তালি, গৃহস্ত ইত্যাদি।

১.১১ শ, ষ, স—এই তিনিওটা উষ্ম ধ্বনিৰ (fricative or spirant) মাজত 'স' ধ্বনিৰ প্ৰয়োগ আপেক্ষিক ভাবে বেছি : দসমূল (দশমূল), সিস্তুক (শিশুক), সিৰে (শিৰে, সুধাইব (শুধাইব), নিসা (নিশা), সালি (শালি), সোভন (শোভন), আস (আশ), সাৰি (শাৰী), প্ৰসংসে (প্ৰশংসে), সালা (শালা), সক্ৰ (শক্ৰ), সুনা (শুনা), সপত (শপত), সংসয় (সংশয়), দোস (দোষ), প্ৰায়স্বিত্ত (প্ৰায়শ্চিত্ত), সাঠি (ষাঠি), বিস (বিষ), সিত (শীত), সব (শব), বেস্যা (বেশ্যা), পশু (পশু), কেসৰি (কেশৰী), সাক (শাক), ইস (ইষ), সন্তোস (সন্তোষ) ইত্যাদি।

১.১২ 'ষত্ব বিধান'ৰ নিয়ম প্ৰায়ে ৰক্ষিত হোৱা নাই : তৃসাৰ্ত্ত (তৃষাৰ্ত্ত), বৃস্তি (বৃষ্টি), পুস্ত (পুষ্ট), কৃসি (কৃষি) ইত্যাদি।

১. ১৩ সংযুক্ত ধ্বনিৰ ক্ষেত্ৰত 'য' (্য) ধ্বনি 'এ'লৈ ৰূপান্তৰিত হোৱাৰ উদাহৰণো পোৱা যায়। যেনে :

ক) সেই বেঞ্জন সাৰ বোলে ডাক। (পৃঃ ৩০)

খ) এই বেঞ্জন জিজনে খাই। (পৃঃ ৩১)

গ) আন বেঞ্জনক কৰিব দূৰ। (পৃঃ ৩১)

ঘ) পৰিহৰ বাহি ভৈলে বেঞ্জনৰ সুখ। (পৃঃ ৪২)

ঙ) তাহাৰ অঙ্গ হৈব বেথিত। (পৃঃ ৬৩)

১. ১৪. 'চ' আৰু 'ছ' ধ্বনিৰ মাজত 'চ' ধ্বনিৰ প্ৰয়োগ পৰিদৃষ্ট হয় : চিঙ্গে (ছিঙ্গে), মাচ (মাছ), চাগ (ছাগ), চাই (ছাই), চোৱালি (ছোৱালী), চমাহ (ছমাহ), মিচা (মিছা), চলে (ছলে), চেদয় (ছেদয়) ইত্যাদি।

১. ১৫ 'ট' ধ্বনিৰ ঠাইত 'ত' ধ্বনিৰ ব্যৱহাৰ হোৱাৰো প্ৰমাণ পোৱা যায় : তোকেৰি (টোকৰি), জিতো (ঘিটো) ইত্যাদি।

১. ১৬. 'প' ধ্বনিৰ ঘোষীভূত ৰূপ 'ব'ৰ প্ৰয়োগো মাজে মাজে চকুত নপৰাকৈ নাথাকে :

নবৰ লঘু লেবলেবোৱা (লেপলেপোৱা)। (পৃঃ ২৩)

১. ১৭. 'স' ধ্বনি আৰু ইয়াৰ পৰিবৰ্তিত ৰূপ 'হ'ৰ প্ৰয়োগো লক্ষ্য কৰিব পাৰি :

ক) বেহা কৰিবা লো কপাহ। (পৃঃ ২৩)

খ) ততে লাভ পাই কলা কপাহে। (পৃঃ ৬৬)

গ) জি নাৰিৰ আলাস কপাহ সুতাৰ কাজে। (পৃঃ ৪১)

১. ১৮. নামনি অসমৰ বিশেষকৈ কামৰূপী উপভাষাত 'জ্যো' সংযুক্ত ধ্বনি 'জো' ৰূপে উচ্চাৰিত হোৱা দেখা যায়। 'ডাক-প্ৰবচন'ৰ ভাষাতো এই প্ৰৱণতাৰ দৃষ্টান্ত নোপোৱাকৈ থকা নাযায় :

ক) চোৰে ভাল নেদেখে চন্দ্ৰৰ জ্যোতি। (পৃঃ ১৩)

১. ১৯. মান্য অসমীয়াত ব্যৱহৃত 'যোৱা বছৰ' পদৰ অৰ্থ সূচিত কৰিবলৈ নামনি অসমৰ বিশেষকৈ দৰঙী কথিত ভাষাত 'আৰ বছৰা' পদৰ (term) ব্যৱহাৰ দেখা যায়। 'ডাক-প্ৰবচন'ৰ ভাষাতো এই পদটোৰ প্ৰয়োগ লক্ষ্য কৰিব পাৰি :

'আৰ বছৰত পৰ বাৰ পাই।' (পৃঃ ৭৪)

১. ২০. কথিত ৰূপত একেটা শব্দৰে বিভিন্ন ৰূপ দেখাৰ নিচিনাকৈ 'ডাক-প্ৰবচন'ৰ ভাষাত কিছুমান পদৰ একাধিক ৰূপ দেখা যায়। যেনে :

উশাহ, উয়াহ, উশাস, উসাস।

কুষ্ঠি, কৌষ্টি, কোষ্টি।

পৈ, পই ; নৈ, নই।

তিবোতা, তিকতা, তিৰতা।

পোৱাতী, পোয়াতি, পোঞাতি।

এৱা, আঞ, এঞা।

সাওন, সাৱন, সাঞন।

১. ২১. নিষেধাত্মক উপসৰ্গ (negative Particle) 'ন'ৰ পৰৱৰ্তী ক্ৰিয়াৰ সৈতে অসমীভূত আৰু সমীভূত উভয় ৰূপৰে প্ৰয়োগ 'ডাক-প্ৰবচন'ৰ ভাষাত পৰিলক্ষ্যণীয়। যেনে : অসমীভূত ৰূপ :

ক) বটিয়া থুৱাইব নথাকে বাহ্মি। ( পৃঃ ৩ )

খ) ঘন পোৱাতিৰ নহৈবা জোয়াই। (পৃঃ ১৮)

গ) তিনি তিৰতাৰ পৈ নপাই ভাত। (পৃঃ ২৬)

ঘ) এঞা ভাজিলে নখাবা এৱা চৈই। (পৃঃ ২০), ইত্যাদি

সমীভূত ৰূপ : ক) অহিতে সিন্নুক জনে নেদেখি। (পৃ: ৩)
খ) দিনত সিন্নুক নাচাখিব জনে। (পৃ: ৩)
গ) সপুত্ৰনি নাৰি সঙ্গে নেডিব। (পৃ: ৩)
ঙ) পানিৰ ঘাটত সুহিবা আগা। (পৃ: ১৭)

১. ২২. 'ডাক-প্ৰবচন' পুথিত 'বৎসৰ' আৰু 'মৎস্য' শব্দ দুটিৰ সমীভূত ৰূপ যথাক্ৰমে 'বচ্ছৰ' আৰু 'মচ্ছৰ' প্ৰয়োগ উল্লেখ কৰিব পাৰি। যেনে :

ভিক্ষা মাগি ভুঞ্জিব বাৰে বচ্ছৰে। (পৃ: ১০)
সাঠি বোচ্চৰত বোলে আই। ( পৃ: ১১)
বচ্ছৰকে তাৰ নিমিলে ৰঙ্গ। (পৃ: ৪৮)

আৰু, মচ্ছ মাংস যদি হোৱে প্ৰচুৰ। (পৃ: ৪০)

'শিক্ত' শব্দৰ সমীভূত আৰু তাৰ সম্প্ৰসাৰিত ৰূপ 'সিচ'ৰ প্ৰয়োগ দেখা যায়। যেনে :

'ভকতি আতাই তাই সিচো কপটিয়া গুৰু আসাধাৰী। (পৃ: ২৩)

১. ২৩ স্বতঃস্ফূৰ্ত আনুনাসিক্যীভবনৰ উদাহৰণো দুই এটা দেখা যায় :

ক) বটিয়া খুৱাইব নথাকে বাঙ্কি। (পৃ: ৩)
খ) পালে ৰস্ত পুত্ৰেকলৈ সাঞ্চে। (পৃ: ১৭)
গ) চয়ে তামোল নন্দন বন্দন। (পৃ: ৫১)

১. ২৪. কথিত পৰম্পৰাত দীৰ্ঘ স্বৰধ্বনিৰ প্ৰয়োগ কম। 'ডাক-প্ৰবচন'ৰ ভাষাতো ঈ, ঊ আদিৰ প্ৰয়োগ নিচেই কম। যেনে: কাহিনি (কাহিনী), জিব ( জীৱ ), পৰিক্ষা ( পৰীক্ষা ), পানি ( পানী ), নিতি (নীতি), হিৰা (হীৰা), তিৰ্থ (তীৰ্থ), স্বামি (স্বামী), ক্ষিৰ ( ক্ষীৰ) গিতাল (গীতাল), সিত (শীত), ধনি (ধনী), মূল (মূল), পুৰবৈ (পূৰবৈ), কপা (কূপা), সুদ্ৰ (শূদ্ৰ), সুতা (সূতা), দুৰ (দূৰ), পুজে (পূজে), মুৰুখ (মূৰুখ) ইত্যাদি।

১. ২৫. স্ত্ৰীবাচক পদবোৰো প্ৰায়ে ইকাৰান্ত হোৱা দেখা যায় : জননি (জননী), নাৰি (নাৰী), ঘৰিনি (ঘৰিণী), ধৰনি (ধৰণী), বোৱনি (বোৱনী), তিৰি (তিৰী), লক্ষি (লক্ষ্মী), চোৱালি (ছোৱালী), নটিনি (নটিনী), বুঢ়ি (বুঢ়ী), স্ত্ৰি (স্ত্ৰী), ধুবুনি (ধুবুনী), মালিনি (মালিনী), গোআলি (গোৱালী), ইত্যাদি।

১. ২৬. সংস্কৃতৰ নিচিনাকৈ 'আ'ৰ সহায়ত লিঙ্গ পৰিবৰ্তন কৰাৰ দৃষ্টান্ত নথকা নহয় :

ডাকে বোলে দুইা জানিবা তাই। (পৃ: ৩৭)

১.২৭ 'অ' ধ্বনি 'এ' লৈ পৰিবৰ্তিত হোৱাৰ উদাহৰণ 'ডাক-প্ৰবচন'ত পোৱা যায়:

ক) পানিৰ ঘাটক একলে জাই। (পৃঃ ৮৯)

খ) এঞা ভাঙ্গিলে নথাবা এদা চৈই। (পৃঃ ২৭), ইত্যাদি

১.২৮ 'অ' ধ্বনি 'ও' লৈ পৰিবৰ্তিত হোৱাৰ উদাহৰণ লক্ষ্য কৰিব পাৰি: সাগোৰ (সাগৰ), ওলোট (ওলট), বিপোৰিত (বিপৰীত), সোমান (সমান), গোৰখিয়া (গৰখীয়া), তেলো (তেল), মাচোক (মাছক), ইত্যাদি

১.২৯ কোনো কোনো শব্দ ৰূপত 'আ' ধ্বনিৰ সলনি 'অ' ধ্বনিৰ প্ৰয়োগ দেখা যায়। যেনে:

ঔষচ বাঝে মঙ্গল্য কৰি। (পৃঃ ৪)

ইয়াৰ বিপৰীতে 'অ' ধ্বনিও 'আ' ধ্বনিলৈ ৰূপান্তৰিত হোৱাও দেখা যায়। যেনে:

অভ্যান্তৰে খৈবা সুহৃদ ৰাখি। (পৃঃ ৩)

তেবেযে ৰাজাৰ দায়াক পাই। (পৃঃ ২৯), ইত্যাদি

১.৩০ কথিত ৰূপত সঘনে দেখা বিশেষত্ব যেনে:

(ক) ও>উ, (খ) ও>অ, (গ) অ>এ, (ঘ) উ>ও আদি বৈশিষ্ট্যও 'ডাক-প্ৰবচন'ত পৰিদৃষ্ট হয়। যেনে:

ক) বুলয়, বুলে, কছ, উত্যুগ, কাপুৰ, মনুৰথ, ইত্যাদি

খ) তিৰতা, 'পোলগা তিৰতা ঘৰলৈ নানি।' (পৃঃ ১৭)

গ) ক্ষেত্ৰিয়, 'ক্ষেত্ৰিয়গনৰ জুদ্ধ কৰণ।' (পৃঃ ৫)

ঘ) অমোল্য, ভোবন, 'কথাৰ ৰস ভোৱনত সাৰ।' (পৃঃ ২২)

১.৩১ নামনি অসমৰ কথিত ভাষাত মধ্যবৰ্তী 'ই' ধ্বনি 'উ' লৈ পৰিবৰ্তিত হোৱাৰ নিচিনাকৈ 'ডাক-প্ৰবচন'ৰ পুথিৰ ভাষাতো মধ্যবৰ্তী 'ই' ধ্বনি, 'উ' ধ্বনিলৈ পৰিবৰ্তিত হোৱা দেখা যায়। যেনে:

বৰুসন হলে তিনিকো নাপাই। (পৃঃ ২৫)

১.৩২ ঋ>ৰি, যেনে:

ক) ৰিনৰ সাখি জদি নাই থত। (পৃ. ১০)

খ) ৰিক্ত তিথি জেবে তুয়োভুল। (পৃঃ ৪৫)

১.৩৩ 'ডাক-প্ৰবচন'ৰ পুথিৰ ভাষাত 'ঋ' আৰু ৰ্ (্ৰ) ধ্বনিৰ মাজত পাৰ্থক্য ৰখা দেখা নাযায়। যেনে:

গৃম (গ্ৰীষ্ম), ত্ৰিতিয়া (তৃতীয়া), ৰাত্ৰ (ৰাত্ৰি), ইত্যাদি।

১.৩৪ বৰ্ণ বিপৰ্য্যয়ৰ পৰিণতি স্বৰূপে 'অশৌচ' শব্দ 'ঔসচ' ৰূপলৈ ৰূপান্তৰিত হৈছে : "ঔসচ বাঝে মঙ্গল্য কৰি।' (পৃ: ৪)

১.৩৫ শ্ৰুতিধ্বনিৰ বিকাশ কোনো কোনো ক্ষেত্ৰত দেখা গলেও অনেক ক্ষেত্ৰত শ্ৰুতিধ্বনিৰ বিকাশ হোৱা দেখা নাযায়। যেনে :

ক) চাগ চাঞ চাই। (পৃ: ২৫)

খ) কাটোক নকাটোক লোঞ।
পোহোক নোপোহোক পোঞ।। (পৃ: ২৬)

গ) জদি দৈৱ বসে হঞ শনিবাৰ। (পৃ: ৪৫)

ঘ) বোয়াৰি থাকে মুখলৈ চাই। (পৃ: ১৬)

ঙ) ঘন পোৱাত্তিৰ নহৈবা জোয়াই। (পৃ: ১৮)

চ) কায়ৈ মাচক কচি কুটিয়া। (পৃ: ৩০)

ছ) পুয়া হলি জাবা নিঅাৰ সাৰি। (পৃ: ৯৩)

জ) চিত্ত জোৰআ চলি কাত্তি। (পৃ: ২৯)

ঝ) ধুবুনি মালিনি নটি গোআলি। (পৃ: ৩৬)

ঞ) পুআ জাবি গধুলি য়াহিবি। (পৃ: ৫১)

ট) গলত বেথা কুকুআ কান। (পৃ ৮৭)

ঠ) গলত বেথা পসিআ থাকয়। (পৃ: ৯০)

ড) বোলন্ত ডাকে বিধোআ স্থল। (পৃ: ৯৫), ইত্যাদি।

১.৩৬. কথিত ৰূপত 'ই' ধ্বনি আৰু 'য়' ধ্বনিৰ প্ৰয়োগত প্ৰায়ে পাৰ্থক্য নাথাকে। 'ডাক-প্ৰবচন'ৰ পুথিৰ ভাষাতো কথিত ৰূপৰ এই বৈশিষ্ট্যটো ৰক্ষিত হৈছে। যেনে :

ক) গকয় নাজানে গৃহস্তৰ ধান। ( পৃ: ২০ )

খ) আগে বই পাচে বাই।
সেহি গৃহস্তৰ লাথেক বই॥ ( পৃ: ২১ )

গ) জাত্ৰাৰ ৰস আনে বই ভাৰ। ( পৃ: ২২ )

ঘ) জি ৰাজায় প্ৰজাক পালে। ( পৃ: ২৮ )

ঙ) আই নাচাই ব্যয় কৰে প্ৰচুৰ। ( পৃ: ৩৪ )

চ) তাহাক সক্ৰয় জিনিব জেবে। ( পৃ: ৬০ )

১.৩৭. স্বৰভক্তিৰ সহায়ত সংযুক্ত ব্যঞ্জন ধ্বনি বিশ্লিষ্ট কৰাৰ উদাহৰণ 'ডাক-প্ৰবচন'ৰ পাঠত পোৱা যায়। যেনে :

ক) কিৰিসি পান পুত্ৰ ধন। (পৃঃ ২৫)

খ) কিৰিসি কৰিবা চাহ পুৰনা। (পৃঃ ৫১)

গ) ভেৰেসে কৰিসিৰ ফলক পাই। (পৃঃ ৫১)

ঘ) মৰনক যদি আছে তৰাস। (পৃঃ ৮১)

ঙ) উদফাই চিত্ত সবঙ্গ জেৰে। (পৃঃ ৮৩)

চ) সিত্তো গৃহস্তৰ নাহিকে চিৰি। (পৃঃ ৯০)

১.৩৮ 'ডাক-প্ৰবচন'ৰ পুথিৰ ভাষাত ১মাদি বিভিন্ন বিভক্তিৰ প্ৰয়োগ দেখা যায়। যেনে :

১মা-এ : ক) উপজিয়া ডাকে বোলন্ত বাক। (পৃঃ ২)

খ) বোলন্ত ডাকে দৈবে বাধা নাই। (পৃঃ ৮)

গ) চোৰে ভাল নেদেখে চন্দ্ৰৰ জ্যোতি। (পৃঃ ১৩)

ঘ) বাপে-পোৱে যদি কন্দল বাজে। (পৃঃ ১০)

ঙ) শুকএ যদি দেখে লগ্নক। (পৃঃ ৫৭), ইত্যাদি

২য়া-ক : ক) পোঞাতি ৰাখি চাৱ পুত্ৰাক। (পৃঃ ২)

খ) অহিত্তে সিস্থক জনে নেদেখি। (পৃঃ ৩)

গ) সূৰ্য্যক দেখাইবা নয়ন ভৰি। (পৃঃ ৪)

ঘ) ডাকে বোলে তাইক খেদা নিকালি। (পৃঃ ৩৩)

৩য়া-এ : ক) তাৰ মুখে কথা হৈবেক বাৰ। (পৃঃ ৭)

খ) স্বামিৰ দোষে ভৃত্যৰ দণ্ড। (পৃঃ ১০)

গ) প্ৰত্যেক দিবসে ভোজন কিৰে। (পৃঃ ১১)

ঘ) পৰৰ ভাতে জাই দিন। (পৃঃ ৬০)

ঙ) আদাএ ভোজন সিলিখাএ মুক্তি। (পৃঃ ৮৪)

৪ৰ্থী-লৈ : ক) পুবলৈ সিৰে সিস্থ সুয়াইব। (পৃঃ ৩)

খ) বোৱাৰি থাকে মুখলৈ চাই। (পৃঃ ১৬)

গ) পালে বস্ত্ৰ পুত্ৰেকলৈ সাকে। (পৃঃ ১৭)

ঘ) সিজা ভাত্তো এড়ি ৰাজলতালৈ জাবা। (পৃঃ ২৬)

—লে : ক) মিত্তিৰৰ ঘৰলে চমাহে বৎসৰেকে জাবা। (পৃঃ ২৭)

৫মী-হস্তে : ক) পৰ গৃহ হস্তে ৰাখিবা নাৰি। (পৃঃ ৩৬)
খ) ৰিপু হস্তে তাৰ মিলে সংসয়। (পৃঃ ৬৭)
—ৰ : সদায় হাসি মুখৰ নেৰে। (পৃঃ ৩৭)
—পৰা : ক) কৈৰ পৰা আহে চহাল কুকুৰ। (পৃঃ ১৫)
খ) তিনি দিনৰ পৰা চুৰানিৰ কুকুৰ। (পৃঃ ১৬)
৬ষ্ঠী-ৰ : ক) কলা তুলসি বেলৰ পাত। (পৃঃ ৩)
খ) কালিৰ ভাগক ৰাখে জতনে। (পৃঃ ৬)
গ) প্ৰসংসে তাহাক ৰবিৰ নন্দনে। (পৃঃ ৬)
ঘ) সোনাৰ তুল্য কন্যা দান। (পৃঃ ৬)
৭মী-ত : ক) মুথা সমে খুন্দি পটাত। (পৃঃ ৩)
খ) নিসাত ৰাখিব মাৱে জতনে। (পৃঃ ৩)
গ) ঋনৰ সাখি যদি নাই থওত। (পৃঃ ১০)
ঘ) মাঘি সপ্তমিত গহজে দেৱ। (পৃঃ ৭৪)
ঙ) উদৰত নকৰে ৰোগ নিবাস। (পৃঃ ৮৬)
—এ : ক) ধুৱাই পথলাই কোলে লৈব জেবে। (পৃঃ ২)
খ) উৎপত্তি কালে তৃসা্ঠ জানি। (পৃঃ ৪)
গ) প্ৰত্যেক দিবসে ভোজন কৰিবে। (পৃঃ ১১)
ঘ) ঘৰে ঢেকি পৰ ঠাই জাই। (পৃঃ ৩৬)

কোনো কোনো ক্ষেত্ৰত ২য়া বিভক্তিৰ সলনি ৭মী বিভক্তিৰ প্ৰয়োগ কৰা দেখা যায়। যেনে :

সাস্থৰিত পুচ কৰে আয় বায়। (পৃঃ ৩২)

তেনেদৰে ৬ষ্ঠী বিভক্তিৰ সলনি ৭মী বিভক্তি প্ৰয়োগ কৰা হৈছে। যেনে :

উকৰা ঘৰত চালত লাউ। (পৃঃ ২৩)

১.৩৯ বৰ্তমান কালৰ ধাতুত-'অন্ত' যোগ কৰি সমাপিকা ক্ৰিয়া সিদ্ধ কৰাৰ উদাহৰণ 'ডাক-প্ৰবচন'ৰ পাঠৰ ভাষাত পৰিদৃষ্ট হয়। যেনে :

ক) উপজিয়া ডাকে বোলন্ত বাক। (পৃঃ ১)
খ) ধৰ্ম্ম কৰি কথা সোধন্ত ৰাজ। (পৃঃ ৭)
গ) বোলন্ত ডাক সাৰ্থক জিবন। (পৃঃ ১১)

১.৪০ ৰেফ্ যুক্ত বৰ্ণ সাধাৰণতে দ্বিত্বৰূপত দেখা যায়। যেনে : ধৰ্ম্ম, কৰ্ম্ম, নৰ্ক্কে, সৰ্ব্ব, গৰ্ব্ব, ইত্যাদি।

১.৪১ বৰ্তমান, অতীত আৰু ভবিষ্যত-তিনিওটি কালৰ প্ৰয়োগ 'ডাক-প্ৰবচন'ৰ ভাষাত লক্ষ্য কৰিব পাৰি। নিত্য বৰ্তমান কালৰ তৃতীয় পুৰুষত 'এ'ৰ প্ৰয়োগ দেখা যায়। যেনে :

ক) ধনি জাই (যায়) গাৱ ঝোকাৰি। (পৃ: ১৫)

খ) পৰৰ স্ত্ৰীত কৰে চিত্ত। (পৃ: ১৯)

স্বৰূপ ভূত কালৰ তৃতীয় পুৰুষত 'ইলে'ৰ প্ৰয়োগ লক্ষ্য কৰিব পাৰি। যেনে :

লাজ কৰিলে হৰাই কাৰ্য্য। (পৃ: ২৩)

ভবিষ্যত কাল সূচিত কৰিবলৈ ধাতুৰ পিছত-'ইব' বিভক্তি প্ৰয়োগ হোৱা দেখা যায়। যেনে :

ক) ডালে ডালে ফুল পৰিব তেবে। (পৃ: ২)

খ) পত্ৰত নাম লিখি ৰাখিব। (পৃ: ৯)

অনুজ্ঞাৰ সম্মানাৰ্থত—'আ' বিভক্তিৰ প্ৰয়োগ লক্ষ্য কৰিব পাৰি :

ক) হৰিধ্বনি কৰি নাভি কাটিবা। (পৃ: ২)

খ) বাৰিসা বুমাৰৰ নিকিনিবা চৰু। (পৃ: ২৫)

অনুজ্ঞাৰ তুচ্চাৰ্থত 'অ' বিভক্তিৰ প্ৰয়োগ পৰিদৃষ্ট হয় :

ক) পোঞাতি ৰাখি চাৱ পুতাক। (পৃ: ২)

খ) বহু ঘৰ বহু নৰ। ডাকে বোলে নকৰ নকৰ। (পৃ: ৭৯)

১.৪২ 'ডাক-প্ৰবচন'ৰ পাঠৰ ভাষাত মান্য অসমীয়াত অপ্ৰচলিত অথচ নামনি অসমৰ কথিত ভাষাত ব্যৱহৃত কিছুমান ৰূপৰ (form) প্ৰয়োগ সহজে লক্ষ্য কৰিব পাৰি, যেনে : বিদিচাই, গাভি, টেলেঙ্গা, ভৰা, চাহি, চহলিয়া, পথৰ, ভোচা, সৰখিয়া, পনেইথুৰ, বাউমুৰা, গৰিয়াগুটি, মেচি, বিতাৰমুৰা, দিগি, ঘন্নিয়াক, মেচা, হাপামুখি, চোতালহানপিঠি, হেঙ্গৰাদাভি, পাতাল (লঘু), হাদিৰ মেল, চকলামুখি, ধাৰাহান পিঠি, বটেলি, ইত্যাদি।

১.৪৩ 'ডাক-প্ৰবচন'ৰ পাঠত নামনি অসমৰ কথিত ভাষাৰ অনেক শব্দৰূপৰ ব্যৱহাৰ থকাৰ ওপৰিও অনেক বাক্য ৰূপৰো প্ৰয়োগ লক্ষ্য কৰিব পাৰি। যেনে :

ক) সকলো বন এড়ি পকা ধান দাবা। (পৃ: ১৬)

খ) বেলি পৰি গেল নহল সোধোতা। (পৃঃ ২৬)

গ) পোৰা মাচ নষ্ট গেল চমচমিয়া জুই।
জি নষ্ট গেল পৰৰ ঘৰত থই॥
চাল নষ্ট গেল কাণ্ডি সভাত।
ঘৰ নষ্ট গেল ভুৰভুৰিয়া কথাত॥ (পৃঃ ২৬)

ঘ) আখেৰ তপত। তিৰিখ সপত॥ (পৃঃ ২৭)

ঙ) খাবাৰ বেলা মুণ্ড নোতোল। (পৃঃ ৩১)

চ) স্বামিৰ বাক্য কিচো নেপেলাই। (পৃঃ ৩২)

ছ) ডাকে বোলে হৈল নাৰ। (পৃঃ ৩৬)

জ) বিগুতি বজে কৰে ধৈমালি। (পৃঃ ৩৮)

ঝ) পানিৰ ঘাটক থৰ কৰি জাই। (পৃঃ ৪০)

ঞ) ঘৰৰ ঢেকি আচোতে পৰৰ ঢেকি জাই। (পৃঃ ৩৬)

ট) কষ্ট পুষ্ট যদি হোৱে মুৰ। (পৃঃ ৪৭)

ঠ) ভাল কাপুৰ নষ্ট গেল নিতে ললে ঝাপত। (পৃঃ ১৭)

ড) ঝকৰা পন্তা কৰিবা গ্ৰাহ। (পৃঃ ৭৯)

ঢ) বাই ভোকেৰি বাই ভাল। (পৃঃ ৮৬)

১.৪৪ বিদেশী শব্দৰ ভিতৰত ফাৰ্চী 'হাৰামখোৰ' পদটোৰ প্ৰয়োগ দেখা যায়:

জাককৰা খলিহা হাৰামখোৰ। (পৃঃ ২৫)

জুইৰ পৰিৱৰ্তে অন্ততঃ এঠাইত 'আগুন' পদৰ প্ৰয়োগ লক্ষ্য কৰিব পাৰি:

পিৰিক পাৰাক কৰে আগুন। (পৃঃ ২)

১.৪৫ সংস্কৃতীয়া ঠাঁচৰ বাক্যও দুই এটা নথকা নহয়। যেনে:

ৰাজ্য হস্তি বিহাৰে মন্ত্ৰি। বিনাযুদ্ধে প্ৰজা মৰন্তি। (পৃঃ ৭৩)

১.৪৬ 'ডাক-প্ৰবচন'ৰ পাঠৰ ভাষাত আধুনিকতাৰ স্পষ্ট প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। মুখ-পৰম্পৰা প্ৰবহমান অথচ জনপ্ৰিয় গীত, পদ, লোকোক্তিৰ ভাষাত আধুনিকতাৰ প্ৰভাৱ পৰা স্বাভাৱিক। সেয়েহে 'ডাক-প্ৰবচন'ৰ পাঠৰ ভাষাতো আধুনিকতাই স্থান লাভ কৰিবলৈ সক্ষম হৈছে। যেনে:

ক) লোন ঝালুক দি খুৱাৰ ঝোল। (পৃঃ ২)

খ) মুখ চাই ৰান্ধনি নেদিয়ে ভাত। (পৃঃ ১৬)

গ) খালা নাখালা সোধোতা নাই। (পৃঃ ১৬)

ঘ) পালে বস্তু পুতেকলৈ সাকে । ( পৃঃ ১৭ )

ঙ) বুঢ়া গৰুৰ শিঙে ভাৰ। ( পৃঃ ১৭ )

চ) এদিনৰ মিতিৰ দুদিনৰ মিতিৰ।
তিনি দিনৰ পৰা চুৰানিৰ কুকুৰ। ( পৃঃ ২৬ )

ছ) আজৰি পালে ওলাই জাই। ( পৃঃ ৩৮ )

জ) শুক্ৰবাৰে খাব আথৈ ॥ ( পৃঃ ৮৫ )

ঞ) ফাগুনৰ মাটি সোনাৰ মাটি। ( পৃঃ ৪৭ )

ট) যেনেকৈ বজাই পালে বাঁশীক। ( পৃঃ ৫০ ),

ঠ)` গৰু কিনিবা চিত্ৰা পথৰা। ( পৃঃ ৪৭ ), ইত্যাদি।

ওপৰৰ আলোচনাৰ পৰা দেখা যায় যে, 'ডাক-প্ৰবচন'ৰ পাঠৰ ভাষাৰ বানন পদ্ধতি, শব্দৰূপ আদিৰ ক্ষেত্ৰত সমৰূপতা (Uniformity) মুঠেই ৰক্ষিত হোৱা নাই। লিখিত পৰম্পৰাৰ ওপৰত প্ৰতিষ্ঠিত পুথিৰ ভাষাত ন্যূনতম সমৰূপতা ৰক্ষিত নোহোৱাকৈ নাথাকে। অন্যহাতে মৌখিক পৰম্পৰাৰ ওপৰত প্ৰতিষ্ঠিত পাঠত সমৰূপতা নথকাই স্বাভাৱিক, যদিহে লিখক বা লিপিকাৰ ভাষাৰ সমৰূপতাৰ প্ৰতি সচেতন আৰু সজাগ নহয়। 'ডাক-প্ৰবচন' পুথিৰ লিখক বা লিপিকাৰ সকলে 'ডাক-প্ৰবচন'ৰ মূল পুথিৰ ওপৰত নিৰ্ভৰ কৰি 'ডাক-প্ৰবচনৰ বিভিন্ন পুথিবোৰ লিখাহেঁতেন সেইবোৰৰ পাঠৰ মাজতো ন্যূনতম সমৰূপতা ৰক্ষিত হ'লহেঁতেন; কিন্তু কাৰ্য্যতঃ তেনে হোৱা নাই। 'ডাক-প্ৰবচন'ৰ পুথিৰ ভাষাত কথিত ভাষাৰ বিশেষকৈ লোক ভাষাৰ প্ৰভাৱ স্পষ্ট। মৌখিক পৰম্পৰাৰ ওপৰত নিৰ্ভৰ কৰি 'ডাক-প্ৰবচন'ৰ পুথি ৰচনা কৰিব-লগীয়া হোৱা বাবেই ইয়াৰ ভাষাত কথিত ৰূপৰ প্ৰভাৱৰ গভীৰতা আপেক্ষিক ভাবে ব্যাপক। 'ডাক-প্ৰবচন'ৰ ভাষাই খ্ৰীঃ ১৮ শ শতিকাৰ পূৰ্বৰ অসমীয়া ভাষাৰ নিদৰ্শন নিশ্চিত ভাৱে দাঙি ধৰিব নোৱাৰে।

'ডাক-প্ৰবচন'ৰ মূল পাঠ যে কোনো ব্যক্তি বিশেষৰ ৰচনা নহয় আৰু এই ৰচনবোৰ যে মুখ পৰম্পৰা প্ৰচলিত হৈ আহি এশ-ডেৰশ বছৰৰ পূৰ্বেহে লিখিত ৰূপ লৈছে তাত সন্দেহৰ অৱকাশ নাই। বাচিক কলাৰ (verbal art) অন্তৰ্গত এই লোকোক্তিবোৰ যুগে যুগে মুখ পৰম্পৰা সঞ্চাৰিত হৈ, এশ-ডেৰশ বছৰৰ পূৰ্বে এইবোৰে লিখিত ৰূপ পৰিগ্ৰহ কৰিলেও মৌখিক পৰম্পৰাৰ পৰিৱেশ আৰু গাঁথনি এৰিব পৰা নাই। এই সন্দৰ্ভত মহেশ্বৰ নেওগে সমীচীন মন্তব্য দাঙি ধৰিছে: "মুঠতে ডাক যদি বুৰঞ্জীসিদ্ধ পুৰুষো হয়, তেওঁৰ

বিষয়ে প্ৰচলিত বিশ্বাস আৰু তেওঁৰ নামত চলিত প্ৰবচনবোৰ লোকমনৰ মাজৰ পৰাহে জন্ম লোৱা যেন লাগে।"[১২]

ডাক, ডংক, খনা, ভড্ডৰ, ভড্ডৰী, ভড্ডলী আদিৰ নামত প্ৰচলিত বচনবোৰ স্বৰূপাৰ্থত নৈৰ্ব্যক্তিক (impersonal) ৰচনা। মৌখিক পৰম্পৰাৰ অন্তৰ্গত শ্ৰেণী বিশেষ ৰূপে মুখে মুখে চলি অহা এই বচনবোৰক পৰবৰ্তীকালত কাল্পনিক ব্যক্তি বিশেষৰ নামত সংযোগ কৰি লিখিত ৰূপ দিয়া হৈছে। লিখিত ৰূপ পালেই যে কোনো গীত-পদ-বচন আদি মৌখিক পৰম্পৰাৰ অঙ্গীভূত বিষয় হব নোৱাৰে তেনে কোনো কঠোৰ বাধা-নিষেধ নাই।[১৩] গতিকে 'ডাক-প্ৰবচন'বোৰে লিখিত ৰূপ পালেও সেইবোৰ মৌখিক পৰম্পৰাৰ অঙ্গীভূত বাচিক কলা ৰূপে পৰিগণিত হোৱা স্বাভাৱিক।

# ৪ৰ্থ অধ্যায়

## উপসংহাৰ

কৃষিজীৱি সমাজ ডাক, খনা, ভড্ডৰ, ভড্ডৰী, ভাড ভড্ডলী, ডংক আদিৰ নামত চলা বচন-প্ৰবচন-উক্তি আদিৰ জন্ম উৎস। এই বচন-প্ৰবচন-বোৰৰ প্ৰসঙ্গ (context) যদিও অনেক সময়ত নিৰ্ণয় কৰিব নোৱাৰি তথাচ যি বোৰ বচনৰ প্ৰসঙ্গ অনুমান কৰি লব পাৰি সেইবোৰ লোক জীৱন, খেতি-বাতি আদিৰ লগত সম্পৰ্কান্বিত। গতিকে ডাকৰ নামত জৰিত এই বচন প্ৰবচনবোৰক প্ৰাজ্ঞোক্তি ৰূপে অভিহিত নকৰি লোকোক্তি বোলাহে উচিত।

---

১২. মহেশ্বৰ নেওগ : অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ: ৪০

১৩. "One must not insist that all the transmission, or even the composition, be oral. ......But one may insist, I think, that a true folksong or folktale will always have some biography, traceable—or at least hypothetical—as tradition in a non-literate or semi-literate society, or must be preserved orally in a literate society because it is obscene or libelous or otherwise uncomfortable in print."
Francis Lee Utley : A Definition of Folklore.
( *American Folklore*, ed. Tristram Coffin, III ) P. 12

এই প্ৰসংগত উল্লেখ কৰিব পাৰি যে, প্ৰবাদ-বচন-প্ৰবচনৰ আদি স্ৰষ্টা লোকসমাজ। তেওঁলোকৰ সাধাৰণ বুদ্ধি আৰু জ্ঞানৰ বহুদৰ্শিতাৰ অৱলম্বনত প্ৰবাদ-প্ৰবচনৰ সৃষ্টি আৰু প্ৰচাৰ হৈছিল। পুৰুষ পৰম্পৰা মুখ বাগৰি আহি লাহে লাহে এইবোৰে সাহিত্যিক ৰচনাত স্থান লাভ কৰিবলৈ সক্ষম হ'ল আৰু তাৰ পৰিণতি স্বৰূপে প্ৰবাদ-প্ৰবচন-বচনবোৰে লাভ কৰিলে পৰিপুষ্টি আৰু স্থায়িত্ব।

লোকসমাজৰ সাধাৰণ মানুহ ব্যতিৰেক শিষ্ট বা জ্ঞানী সমাজৰ প্ৰতিনিধি স্বৰূপ জ্ঞানী ব্যক্তি বা Oracle সকলৰ সুবিবেচিত আৰু স্বল্পাক্ষৰদ্বাৰা সংক্ষিপ্ত আপ্তবাক্য বা বাক্যসূত্ৰ বান্ধিক জনসাধাৰণে জীৱন-প্ৰবাহৰ গতি-বিধি বুজি ধৰি লৈছিল। এইদৰেই সৃষ্টি হৈছিল চলোমনৰ প্ৰবচন বা হেছিয়ডৰ বচন। চলোমনৰ দ্বাৰা সংগৃহীত *Proverbs* গ্ৰন্থত উল্লেখ থকা 'words of the wise and their dark sayings' জাতীয় প্ৰবচনবোৰ প্ৰাজ্ঞ বচন বা প্ৰাজ্ঞোক্তি। লেটিন ভাষাত এই শ্ৰেণীৰ প্ৰাজ্ঞ বচনক বোলা হৈছে— *Sententia*। এই প্ৰাজ্ঞবচন বোৰক যথাৰ্থতে প্ৰকৃত প্ৰবচন বা প্ৰবাদ বা *Proverbium* বুলিব নোৱাৰি; প্ৰাজ্ঞবচন বাজি সদা-সৰ্বদাই জ্ঞানীৰ বিদ্যা আৰু জ্ঞানৰ নিকৰ্ষ, সুচিন্তিত, সুব্যক্ত আৰু উপদেশমূলক নীতি বাক্যদ্বাৰা সম্পৃক্ত; কিন্তু প্ৰকৃত প্ৰবাদ বা প্ৰবচনত পাণ্ডিত্য, চিন্তা বা উপদেশৰ কঠোৰতা নাথাকে।[১]

প্ৰাজ্ঞবচন অথবা প্ৰাজ্ঞোক্তিক প্ৰকৃতাৰ্থত প্ৰবাদ অথবা প্ৰবচন বুলিব নোৱাৰি, যদিহে সেইবোৰ লোকসমাজৰ দ্বাৰা গৃহীত নহয়। ব্যক্তি বিশেষৰ ৰচনাহৈও প্ৰবাদ, প্ৰবচনবোৰ নৈৰ্ব্যক্তিক ৰচনা, সমাজৰ উমৈহতীয়া সম্পত্তি, সেইবাবে প্ৰকৃত প্ৰবাদ-প্ৰবচনত নাথাকে ৰচয়িতাৰ নাম-ধাম কাল। প্ৰকৃত-প্ৰবাদ-প্ৰবচনবোৰ সাৰ্বকালিক। প্ৰবাদ-প্ৰবচনৰ সংযোগত কোনো এক নৃ-গোষ্ঠীৰ সাংস্কৃতিক আচৰণৰ বিষয়ে অৱগত হ'ব পাৰি। সেইহে প্ৰবাদ-প্ৰবচনক 'ethnography of speaking ৰূপে অভিহিত কৰা হৈছে।[২] অন্যহাতে প্ৰকৃত প্ৰবচন-প্ৰবাদ আদিয়ে যোগাযোগৰ মাধ্যম ৰূপে (medium of Communication) কাম কৰে। কোনো এক জাতিৰ মনস্তত্ত্ব আৰু আচাৰ-ব্যৱহাৰৰ প্ৰতিফলনো সেই জাতিৰ প্ৰবাদ-প্ৰবচনত পৰিদৃষ্ট নোহোৱাকৈ নাথাকে।

---

১ সুশীল কুমাৰ দে (সম্পা): বাংলা প্ৰবাদ, ভূমিকা, পৃ: ২
২ Alan Dundes: *Essays in Folkloristics*, P. 52

ডাকৰ নামত জৰিত অনেক প্ৰবচন-প্ৰবাদত ওপৰোল্লিখিত বৈশিষ্ট্য সমূহ বৰ্ত্তমান। গতিকে, ডাক বা খনা বা ভড্ডৰৰ নামত সংযোজিত প্ৰবচন-বোৰক প্ৰাজ্ঞোক্তি আখ্যা নিদি লোকোক্তি আখ্যা দিয়াহে সমীচীন; কাৰণ এই বচনবোৰৰ প্ৰসঙ্গ, প্ৰয়োগ আৰু ক্ৰিয়া (function) লিখা-পঢ়া নজনা লোকসমাজত (non-literate society) সীমিত। সেইহে ডাকৰ নামত চলা প্ৰবচনবোৰত প্ৰাজ্ঞোক্তিৰ গুণ থাকিলেও সেইবোৰ মুখ্যতঃ লোকোক্তিহে।

অসমত প্ৰচলিত ডাক-প্ৰবচনবোৰৰ পাঠ (text) আৰু জমিন (texture) ৰক্ষিত হলেও অনেক ক্ষেত্ৰত সেইবোৰৰ প্ৰসঙ্গ (context) ৰক্ষিত হোৱা নাই। অৱশ্যে কিছুমান প্ৰবচনৰ প্ৰসঙ্গ অনুমান কৰিব লগীয়া হয়। কোনো কোনো প্ৰবচনৰ প্ৰসংগ লোককথাৰ লগত জৰিত যেন লাগে। উদাহৰণ স্বৰূপে 'কেনৰি নষ্ট গেল টিপচিক পুসি' (পৃঃ ২০) বচনটোৰ প্ৰসংগ নিশ্চিত ভাবে লোক-কাহিনী। তেনেদৰে 'মৰে নপাই টুলা, মৰে পচুলি সুলা' (পৃঃ ২৬) প্ৰবচনটোৰ প্ৰসঙ্গও সাধুকথা যেন লাগে। সেইদৰে 'পঢ়াই পঢ়ে ৰোৱে পান, এই তিনি নিচিন্তে আন' (পৃঃ ২২) প্ৰবচনটোৰ প্ৰসংগ কৃষিজীবি সমাজতে সীমিত নহয় আৰু এই বচনটো তুলনামূলক ভাবে আধুনিক যেন লাগে; কাৰণ ইয়াত শিষ্ট সমাজ বা শিক্ষিত সমাজৰ (elite or literate) গোন্ধ নথকা নহয়।

কিছুমান প্ৰবচনৰ প্ৰসঙ্গ নিৰ্ণয় কৰা টান। উদাহৰণ স্বৰূপে 'কাপ মহি পাত, তিনি মিলি আথৰৰ জাত' (পৃঃ ২৭), 'বৈদ্য হয়া মৰে আপুনি বিসে' (পৃঃ ১২), 'আছে ৰহে উকুৰ, কৈৰ পৰা আছে চহাল কুকুৰ' (পৃঃ ১৫), আদি উক্তিৰ প্ৰসঙ্গ বা সামাজিক পৰিৱেশ নিৰ্ণয় কৰা টান।

প্ৰসঙ্গ বা সামাজিক পৰিৱেশ অবিহনে প্ৰবাদ-প্ৰবচন-বচন-উক্তি আদিৰ পাঠ (text) বা জমিন (texture) অৰ্থশূন্য। এই সন্দৰ্ভত কোনোবাই প্ৰশ্নৰ অৱতাৰণা কৰিব পাৰে: পাঠৰ (text) লগত প্ৰসংগৰ কি প্ৰয়োজন? প্ৰত্যুত্তৰত কব পাৰি যে, প্ৰসংগ অবিহনে কোনো এক বিশেষ সামাজিক পৰিস্থিতিত কিয় বিশেষ এটি পাঠ ব্যৱহাৰ কৰা হয় তাৰ যৌক্তিকতা প্ৰদৰ্শন কৰিব নোৱাৰি।[৩] প্ৰবচনৰ অৰ্থ-ব্যাখ্যাৰ বাবে প্ৰসংগ অপৰিহাৰ্য্য, যিহেতু

৩. Alan Dundes, *Op-cit*, P. 28

প্ৰসংগ বিহীন প্ৰবচন স্বৰূপ ৰ্থত স্পন্দনহীন দেহ সদৃশ।[৪] প্ৰকৃত প্ৰসংগৰ অভাৱ হোৱা হেতু ডাকৰ নামত প্ৰচলিত বহুতো বচনৰ অৰ্থ ব্যাখ্যা কৰাৰ ক্ষেত্ৰত অসুবিধাৰ সন্মুখীন হ'ব লগীয়া হয়।

ডাকৰ নামত চলা আটাইবোৰ বচনক প্ৰকৃতাৰ্থত প্ৰবাদ বা প্ৰবচন অৰ্থাৎ Proverb বুলিব পাৰিনে নোৱাৰি—এই বিষয়েও আলোচনা হোৱা উচিত। প্ৰবচন বা Proverb ৰ অন্যান্য বৈশিষ্ট্যৰ প্ৰতি আওকান কৰি মাত্ৰ এটা বৈশিষ্ট্যৰ ওপৰত দৃষ্টিপাত কৰি কব পাৰিযে, ইয়াৰ এটা অন্তৰ্নিহিত অৰ্থ থাকে—যিটো বাহ্যিক অৰ্থতকৈ সম্পূৰ্ণ বেলেগ। ডাকৰ নামত চলা কিছুমান প্ৰবচনত অন্তৰ্নিহিত অৰ্থ অথবা ব্যঞ্জনা বিচাৰি পোৱা নাযায়। উদাহৰণ স্বৰূপে কেইটিমান প্ৰবচন তলত দিয়া হ'ল :

ক) ব্ৰাহ্মণৰ পিতৃ দেৱ অৰ্চন।
   ক্ষেত্ৰিয়গনৰ যুদ্ধ কৰণ ॥
খ) নৃপতি সবৰ প্ৰজা পালন।
গ) বৈশ্যৰ বাণিজ্য ধন আৰ্জন।
   শূদ্ৰৰ স্বধৰ্ম নিতি সেৱন ॥
ঘ) জেবে ধৰ্ম কৰিবা জানি।
   পুখুৰি খানিয়া বান্ধিবা পানি ॥
ঙ) বৃক্ষ ৰোপনত অধিক ধৰ্ম ॥
   মঠ মণ্ডপ সোভন কৰ্ম ॥ (পৃ° ৫)

ওপৰোল্লিখিত বচন কেইটিত প্ৰকৃত প্ৰবচনত বৰ্তমান থকাৰ দৰে প্ৰাসঙ্গিক অৰ্থ অন্তৰ্নিহিত হৈ থকা নাই। অৱশ্যে এই বচন কেইটিত নীতি বা উপদেশ মূলক শিক্ষা নিহিত আছে; কিন্তু উচ্চ আদৰ্শ, তত্বজ্ঞান বা লোকশিক্ষা প্ৰবাদ-প্ৰবচনৰ মূল লক্ষ্য নহয়। 'প্ৰবাদৰ প্ৰধান অনুপ্ৰেৰক নৈতিক জ্ঞান নহয়, সাংসাৰিক জ্ঞান, পৰোক্ষ চিন্তা নহয়, প্ৰত্যক্ষ অনুভূতি।'[৫] প্ৰবচনত সাধাৰণতে এটা ৰূপক (metaphor) থাকে যাৰ সহায়ত অভিপ্ৰেত অৰ্থটো প্ৰকাশ কৰা হয় : "Most of the commonly used proverbs are

৪. "The text, of course, is extremely important, but without the context it remains lifeless."

Bronislaw Malinowski : *Magic, Science and Religion*, P. 104

৫. সুশীল কুমাৰ দে (সম্পা) প্ৰা. প্ৰ. ভূমিকা, পৃ ৪

metaphors drawn from daily life or the observation of nature or are terse summeries of experience."[৬] ওপৰোল্লিখিত বচন কেইটিত ৰূপকৰ সহায়ত অন্তৰ্নিহিত অৰ্থ ব্যঞ্জিত হোৱা নাই; কাৰণ বচন কেইটাৰ অৰ্থ স্পষ্ট আৰু পোনপটীয়া।

অসমৰ সামাজিক আৰু ঘৰুৱা জীৱনত বিশেষকৈ কৃষিভিত্তিক সমাজত ডাকৰ বচনে 'বেদৰ বাণী'ৰ দৰে আস্থা আৰু শ্ৰদ্ধা লাভ কৰি আহিছে: 'ডাকৰ বচন বেদৰ বাণি" (পৃঃ ১৭)। খনাৰ বচন, ভড্ডৰ আৰু ভড্ডৰী-বচন, ডংক-বচন, অগস্তি-বচন আদিৰ ক্ষেত্ৰতো একেই মন্তব্যকে দাঙি ধৰিব পাৰি। অৱশ্যে এই আস্থা আৰু শ্ৰদ্ধা ডাকৰ বচন বা ভড্ডৰীৰ বচন ৰূপে নহয়, প্ৰৱচন ৰূপেহে। সৰ্ব যুগৰ, সৰ্ব দেশৰ সংস্কৃতিত সেই সেই সংস্কৃতিৰ প্ৰবচন বাজিয়ে শ্ৰদ্ধা, আস্থা আৰু গুৰুত্ব লাভ কৰা স্বাভাৱিক। আনকি আদালততো বিচাৰৰ প্ৰসংগত প্ৰবচনৰ গুৰুত্বপূৰ্ণ ভূমিকা অস্বীকাৰ কৰিব নোৱাৰি। বিশেষকৈ আফ্ৰিকাৰ ন্যায়ালয়ৰ প্ৰক্ৰিয়াত অংশ গ্ৰহণকাৰী সকলে প্ৰবচনৰ সহায়ত যুক্তিপূৰ্ণ তৰ্কত প্ৰবৃত্ত হয়।[৭] অসমৰ ন্যায়ালয়ত বিচাৰৰ প্ৰসংগত প্ৰবচনৰ ভূমিকা নাথাকিলেও লোকজীৱনত দেখা দিয়া নানা সমস্যাৰ সমাধানত প্ৰবচনৰ বাস্তৱ ভূমিকা কোনোৱে অস্বীকাৰ কৰিব নোৱাৰে। এই সন্দৰ্ভত ডাকৰ নামত চলা প্ৰবচনবোৰৰ ক্ৰিয়া (fuction) অত্যধিক।

ডাকৰ নামত চলা প্ৰবচনবোৰৰ প্ৰভাৱ অজনজাতীয় সমাজ-জীৱনতেহে যে সীমিত তেনে নহয়; জনজাতীয় জীৱন প্ৰবাহতো এই প্ৰবচনবোৰৰ স্থান মন কৰিব লগীয়া। অসমৰ চাহ মজদুৰ জনজাতি সকলৰ সাংস্কৃতিক জীৱনত 'শালুক বচন'[৮] অৰ্থাৎ প্ৰবচনৰ প্ৰভাৱ সুদূৰ প্ৰসাৰী। 'শালুক বচন'ত

---

৬. Maria Leach (ed): *Dictionary of Folklore, Mythology and Legend*, P. 902

৭ "The impersonal power of proverbs is perhaps most apparent in the well-known African judicial Processes in which the participants argue with proverbs intended to serve as past precedents for present actions." Alan Dundes, *op-cit*, p. 50

৮ মেঘৰাজ কৰ্মকাৰৰদ্বাৰা সংকলিত আৰু সম্পাদিত আৰু ভট্টাচাৰ্য্য এজেন্সীৰ দ্বাৰা প্ৰকাশিত (১৯৮৪) 'শালুক বচন' দ্ৰষ্টব্য।

সংগৃহীত প্ৰবচন বাজিৰ অন্তৰ্গত কিছুমান প্ৰবচন, ডাকৰ বচনবপৰা লোৱা হৈছে। যেনে :

ডা. ব: চোৰে ভাল নেদেখে চন্দ্ৰৰ জ্যোতি।
দুষ্টা স্ত্ৰীৰ নাই পুত্ৰত ৰতি॥ (পৃঃ ১৩)

শা. ব: চোৰ নিন্দে চান্দকে,
বেশ্যা নিন্দে ভাতাৰকে। (পৃঃ ১০০)

ডা. ব: খুৰাই পেলোৱা ঝাপৰ। (পৃঃ ২৪)

শা. ব: খুৰাই মেৰল দাড়ি, ঝড়ু কৰল অৰৰা। (পৃঃ ৭১)

ডা. ব: বামুণে শগুনে বিচাৰে মৰা।
আলু কচু বিচাৰে ৰৰা॥ (পৃঃ ২৬)

শা. ব: গহৰী খোজে কান্দা কচু,
বাহমন গিধিন খোজে মৃত্যু। (পৃঃ ৭৫)

ডা. ব: বাট বুলিবা দেখি, কৰি লবা লেখি। (পৃঃ ২১)

শা. ব: কড়ি লেবে গইন কে, ৰাস্তা চলবে ফুইককে। (পৃঃ ৪৭)

ডা. ব: অন্ন জল জানা অধিকে দান।
তাত কৰি শ্ৰেষ্ঠ নাহিকে আন॥ (পৃঃ ৫)

শা. ব: অন্নদান মহাদান, যে কৰে ও ভগবান। (পৃঃ ১৩)

ডা. ব: গৰু কিনিবা চিকন জালি।
দুই চাৰি চয় দন্তিয়া ভালি॥
হৰিনৰ সম জিহবা কান।
হেন বলধক বিচাৰি আন॥ (পৃঃ ৪৬)

শা. ব: গৰু কিনবে চিকন গাত,
দুই চাৰ ছয় গইনবে দাঁত,
হৰিণেৰ মতন যাৰ কাণ,
সে ৰকম বুঝে আন। (পৃঃ ৭৬)

ডা. ব: চক্ষুত অঞ্জন দান্তত লোণ।
উদৰ ভৰিব তিনি কোন॥ (পৃঃ ৮৪)

শা. ব: চইখে অঞ্জন, দাঁতে লৱণ,
পেট ভইৰবে তিন কোণ'...। (পৃঃ ৯৩)

ডা. ব: আঠত তিতা দাতত লোন।
পেট ভৰাবা তিনি কোন॥
কৰ্ণে কচু নাভিত তেল।
ডাকে বোলে বৈদ্য গেল বা নেগেল॥ (পৃঃ ৮৫)

শা. ব: আঠতে তিতা খায়, দাঁত ঘসে নিমকে,
কাণেতে কচু দেয়, তেল দেয় নাভিতে,
সে ঘৰে ভূত নাই, ডাক্তৰ নাই ডাকতে। (পৃঃ ২২)

ডা. ব: কাখত কলচি জলক জাই।
ভলমূৰ কৰি কাকো নাচাই॥
জেইপথে জাই সেই পথে আসে।
ডাকে বোলে ভাল মনত ভাসে॥ (পৃঃ ৩৩)

শা. ব: কাখে কলসী জলে যায়,
হেট মাথায় আসে যায়,
সে মেয়েৰ সবাই গুণ গায়। (পৃঃ ৫৭)

ডা. ব: চাগ পাবা পোহে হাস।
ছুই সিমাত বোৰে বাস॥
বোলন্ত ডাকে মোত দোস নাই।
নিতে নিতে আহুকালে জাই॥ (পৃঃ ৪১)

শা. ব: ছাগল পাৰ আৰ পালে হাঁস,
বাড়ীক ধাপে বোপে বাশ,
সে ঘৰে কিসেক উপাস? (পৃঃ ১০১)

ডা. ব: গাঁওৰ বলধ নিকটৰ ভুই।
ইহাক নেড়িবা জানন্তা হুই॥ (পৃঃ ৪৬)

শা. ব: গাৱঁৰ বলদ, সামনেৰ পাথাৰ।
এই দোনোকে নাই ছাড়বাৰ॥ (পৃঃ ৮০)

এইদৰে ডাকৰ বচনৰ লগত শালুক-বচনৰ সাদৃশ্যৰ তুলনাৰ সংযোগত সহজে অনুমান কৰিব পাৰি যে, ডাকৰ বচনৰ লোকপ্ৰিয়তাৰ পৰিসৰ অসমৰ সাংস্কৃতিক প্ৰবাহৰ প্ৰক্ৰিয়াৰ লগত সমীভূত জাতি-উপজাতিৰ সাংস্কৃতিক জীৱন পৰ্য্যন্ত সম্প্ৰসাৰিত। প্ৰবচনত বৰ্তমান থকা সাৰ্বজনিনতা, সঞ্চিত বাস্তৱ অভিজ্ঞতা আৰু জীৱন আৰু সমাজৰ লগত থকা নিবিড় সম্পৰ্কৰ বাবা এইবিধ

বাচিক কলাই লোকজীৱনত নৈৰ্ব্যক্তিক বাহনৰ ( impersonal vehicle ) ক্রিয়া (function) সম্পাদনৰ ভূমিকা গ্রহণ কৰিবলৈ সক্ষম হৈছে। ডাকৰ বচন, খনাৰ বচন, ভড্ডৰ-ভড্ডৰী-প্ৰবচন আদিয়ে পৰম্পৰাগত উক্তিৰ মাধ্যমত ( in traditional terms ), সাংস্কৃতিক অতীতৰ ( cultural Past ) পৰা সত্যক বিবৃত কৰে—সামাজিকক ( audience ) লক্ষ্য কৰি আৰু ইয়াতেই পৰ্য্যবসিত প্ৰবচনৰ স্থায়িত্ব।

ভাৰতীয় প্ৰবচন বা লোকোক্তি পৰম্পৰাৰ প্ৰত্যক্ষ বাহক ডাকৰ বচন বাজি অসমীয়া বাচিক-কলাৰ অন্তৰ্গত অতি প্ৰয়োজনীয় আৰু আকৰ্ষণীয় অঙ্গ। ডাকৰ বচন তথা প্ৰবচন বাজিৰ প্ৰণালীবদ্ধ অধ্যয়নে অসমীয়া তথা ভাৰতীয় সমাজ-জীৱন আৰু সাংস্কৃতিক-জীৱনৰ অনেক অজ্ঞাপিত সম্ভেদ যে দিব পাৰিব তাত সন্দেহ নাই।

—×—

## ঘ. গ্ৰন্থপঞ্জী

### অসমীয়া :


কটকী, ভীমকান্ত : পাৰিবাৰিক জ্যোতিষ-দৰ্পণ, মণি-মাণিক প্ৰকাশ, গুৱাহাটী, ১৯৮৬ ।

কৰ্মকাৰ, মেঘৰাজ [ সম্পা ] : শালুক বচন, ভট্টাচাৰ্য্য এজেন্সি, ডিব্ৰুগড়, ১৯৮৪

গোস্বামী, প্ৰফুল্লদত্ত : অসমীয়া জন-সাহিত্য, বাণী প্ৰকাশ, গুৱাহাটী, ১৯৮৬

(———) : বুৰঞ্জী আৰু সংস্কৃতি, বীণা লাইব্ৰেৰী, গুৱাহাটী, ১৯৮৫

গোস্বামী, সত্যেন্দ্ৰ নাৰায়ণ : নিবন্ধ গুচ্ছ, মণি-মাণিক প্ৰকাশ, গুৱাহাটী ১৯৭২

গোস্বামী, হেমচন্দ্ৰ [ সম্পা ] : অসমীয়া সাহিত্যৰ চানেকি, [ ১ম খণ্ড ] কলিকতা, ১৯২৯

চৌধাৰী, ৰঘুনাথ : হেমকোষৰ পৰিশিষ্ট, গুৱাহাটী, ১৯১৯

দত্ত, দণ্ডীৰাম ( সম্পা ) : ডাকৰ বচন, লয়াৰ্ছ বুক ষ্টল, ১৯৬৮

নেওগ, মহেশ্বৰ ( সম্পা ) : বেণুধৰ ৰাজখোৱাৰ অসমীয়া খণ্ডবাক্য কোষ, বৰুৱা বুক এজেন্সি, গুৱাহাটী, ১৯৮০

( ——— ) : অসমীয়া সাহিত্যৰ ৰূপৰেখা, নিউ বুক ষ্টল, গুৱাহাটী, ১৯৭৪

বৰুৱা, অতুলচন্দ্ৰ : ডাকে বোলে শুনা উপায়, নৱগিৰি, গুৱাহাটী, ১৮৬৪

(———) [সম্পা] : ৰঘুনাথ চৌধাৰী ৰচনাৱলী, অসম সাহিত্য সভা, যোৰহাট, ১৯৮০

বৰুৱা, প্ৰসন্ন চন্দ্ৰ (সম্পা) : পটন্তৰ মালা, আঠঘৰীয়া, ১৩৩৪ সাল

বৰুৱা, হেমচন্দ্ৰ : হেমকোষ, গুৱাহাটী, ১৯০০

বৰ্মণ, হেমৰথ [সম্পা] : সম্পূৰ্ণ ডাকৰ বচন, গুৱাহাটী বুকষ্টল, গুৱাহাটী, ১৯৮০

বেজবৰুৱা, দেবেন্দ্ৰ নাথ : অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী, যোৰহাট, ১৯১৩

ভট্টাচাৰ্য্য, শিৱনাথ [ সম্পা ] : ডাক-চৰিত্ৰ বা ডাক-ভণিতা, বিহাবাৰী, ডিব্ৰুগড, ১৯৩১

ভট্টাচাৰ্য্য, হৰেন্দ্ৰ নাথ [সম্পা] : ফকৰা যোজনা, ভট্টাচাৰ্য্য এজেন্সি, ডিব্ৰুগড়, ১৯৬৩

মহন্ত, হলিৰাম [সম্পা] : নাৰায়ণ দাস ঠাকুৰ আতা বিৰচিত ফকৰা পুথি, দত্তবৰুৱা এণ্ড কোং, নলবাৰী, ৫০৯ শঙ্কৰাব্দ

ৰাজগুৰু, সৰ্ব্বেশ্বৰ [সম্পা] : অসমীয়া প্ৰবাদ, নগাওঁ, ১৯৭২
শৰ্মা, গিৰিধৰ : অসমীয়া অভিধান, ৰাধা-প্ৰকাশন, বিহাবাৰী, গুৱাহাটী, ১৯৭১
শৰ্মা, সত্যেন্দ্ৰনাথ : অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, সৌমাৰ প্ৰিন্টিং এণ্ড পাব্লিছিং প্ৰা. লি. বিহাবাৰী, গুৱাহাটী, ১৯৮৪

আলোচনী—প্ৰবন্ধাদি

আৱাহন, ১ম বছৰ ২য় আৰু ৩য় সংখ্যা

প্ৰবন্ধ :

সোণাৰাম চৌধুৰী : ডাক পুৰুষৰ জীৱনী আৰু বচনাৱলী,
[ আৱাহন, ১ম বছৰ ২য় আৰু ৩য় সংখ্যা ]

বঙলা

দত্ত, ভোলানাথ [সম্পা] : ডাকেৰ কথা, কলিকতা, ১৩০৪ সাল
দাস, প্ৰভাত কুমাৰ [সম্পা] : খনাৰ বচন, কলিকতা, পঞ্চদশ মুদ্ৰণ
দাস, লক্ষেশ্বৰ [সম্পা] : খনাৰ বচন, তিনিচুকীয়া, ১ম তাঙৰণ
দে, সুশীল কুমাৰ [সম্পা] : বাংলা প্ৰবাদ, কলিকতা, ১৩৫৯ সাল
দেৱ, আশুতোষ : নূতন বাজালা অভিধান, কলিকতা, ১৯৭৬
ন্যায়ৰত্ন, বক্ৰেশ্বৰ [সম্পা] : ডাক পুৰুষেৰ বচন, কলিকতা, ১৯২৮
বসু, মণীন্দ্ৰ মোহন : সহজিয়া সাহিত্য, কলিকতা, ১৯৩২
বসু, ৰাজশেখৰ : চলন্তিকা, কলিকতা, ১৩৮৫ সাল
বিদ্যাৰত্ন, কালীমোহন [সম্পা] : বৰাহমিহিৰ ও খনা, কলিকতা, ১৩৩৩ সাল
বিশ্বাস, উজ্জল [সম্পা] : খনাৰ বচন, কলিকতা, ১৩৮৬ সাল
ভট্টাচাৰ্য্য, আশুতোষ [সম্পা] : বাংলাৰ লোক-সাহিত্য, ৫ম খণ্ড, কলিকতা, ১৯৭১

(———) [সম্পা] : বাংলাৰ লোক-সাহিত্য, ৬ষ্ঠ খণ্ড, কলিকতা, ১৯৭২
মুখোপাধ্যায়, দুৰ্গাগতি [সম্পা] : ডাক পুৰুষেৰ কথা, কলিকতা, ১৯০৪

হিন্দী :

তিৱাৰী, শশিশেখৰ : ভোজপুৰী লোকোক্তিয়াঁ, বিহাৰ ৰাষ্ট্ৰভাষা পৰিষদ, পাটনা, ১৯৭০
ত্ৰিপাঠী, ৰামনৰেশ [সম্পা] : ঘাঘ ঔৰ ভড্ডৰী, হিন্দুস্থানী একাডেমী, য়ু. পী. এলাহাবাদ, ১৯৪৯

পাঠক, আর. সী : ভার্গব আদর্শ হিন্দীকোশ, বারানসী, ১৯৮৬
মেহতা, বি. এন : যুক্ত প্রান্ত কী কৃষি সম্বন্ধী কহাবতে,
সহল, কন্হৈয়ালাল : রাজস্থানী কহাবতে, দিল্লী, ১৯৫৮

মৈথিল :

ঠাকুর, জীবানন্দ [সম্পা] : মৈথিল ডাক, মৈথিলী-সাহিত্য-পরিষদ, দারভঙ্গা, ১৯৪৯-৫০

সংস্কৃত :

অমরকোষ, শ্রীমদ্‌গুরুনাথ বিদ্যানিধিভট্টাচার্য্য সম্পাদিত, কলিকতা, ১৩৬৮ সাল

ডাকার্ণব, মহামহোপাধ্যায় হর প্রসাদ শাস্ত্রী সম্পাদিত ('হাজার বছরের পুরাণ বাঙ্গলা ভাষায় বৌদ্ধগান ও দোহা'র অন্তর্গত) বঙ্গীয় সাহিত্য পরিষৎ, কলিকতা, ১৩৮৮ সাল
ব্রহ্মবৈবর্ত্তপুরাণ, পঞ্চাননতর্ক রত্ন সম্পাদিত, কলিকতা, ১৩৩২ সাল
মনুস্মৃতি, পণ্ডিত রামেশ্বর ভট্ট সম্পাদিত, দিল্লী, ১৯৮৫
স্মৃতি-সন্দর্ভ, শ্রীমন্মহর্ষি প্রণীত, কলিকতা, ১৯৫১
(পরাশরস্মৃতি, বৃহৎ পরাশরস্মৃতি, লঘুহারীতস্মৃতি, বৃদ্ধহারীতস্মৃতি)

**ইংরাজী :**

Alan Dundes : *Essays in Folkloristics*, Folklore-Institute, Meerut, 1978
Apte, Vaman Shivram : *The Practical Sanskrit-English Dictionary*, Delhi, 1965
Coffin, Tristram (ed) : *American Folklore*, Voice of America, 1968

Das, Kunjabehari : *A Study of Orissan Folklore*, Visvabharati, Santiniketan, 1953
Goswami, Praphulla Datta : *Folk-Literature of Assam*, D. H. A. S, Gauhati, 1965
Goswami, Hemchandra : *Descriptive Catalogue of Assamese Manuscripts*, University of Calcutta, 1930

Leach, Maria (ed) *Dictionary of Folklore, Mythology and Legend*, Funk & Wagnalls Company, New York, 1950

Malinowski, Bronislaw : *Magic, Science and Religion* Garden City, 1954

Mansinha, Mayadhar : *History of Oriya Literature*, Sahitya Akademi, New Delhi, 1972

Mishra, Jayakanta : *History of Maithili Literature*, Sahitya Akademi, New Delhi, 1976

( ——— ) : *Introduction to the Folk Literature of Mithila*, University of Allahabad, 1950

Sen, Sukumar : *History of Bengali Literature*, Sahitya Akademi, New Delhi, 1960

Sharma, M. M : *Folklore of Nepal*, New Delhi, 1978

## Article

Sircar, D. C. : The Sayings of Dāk [ *Prāgjyotiṣa*, Souvenir of the All India Oriental Conference, XXII Session, Gauhati, 1965 ; *Dākar-bacan*, ed. D. Datta 1968 ]

Utley, F. L : A Definition of Folklore [*American Folklore*, ed, Coffin, T., Voice of America, 1968]

## ঙ. সংবাদ দাতা :

১. আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী
অৱসৰপ্ৰাপ্ত অধ্যক্ষ, নলবাৰী সংস্কৃত কলেজ, নলবাৰী

২. ড° প্ৰফুল্লদত্ত গোস্বামী
অৱসৰপ্ৰাপ্ত প্ৰফেছৰ, লোকসংস্কৃতি গৱেষণা বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়

৩. ড° সত্যেন্দ্ৰ নাথ শৰ্মা
অৱসৰপ্ৰাপ্ত ৰবীন্দ্ৰ প্ৰফেছৰ, আধুনিক ভাৰতীয়ভাষা বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়

৪. ড° বীৰেন্দ্ৰনাথ দত্ত
প্ৰফেছৰ, লোকসংস্কৃতি গৱেষণা বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়
৫. ড° প্ৰবীণ চন্দ্ৰ দাস
অধ্যাপক, লোকসংস্কৃতি গৱেষণা বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়
৬. ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী
ৰিডাৰ, আধুনিক ভাৰতীয় ভাষা বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়
৭. ড° পৰীক্ষিত হাজৰিকা
ৰিডাৰ, অসমীয়া বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়
৮. ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য
অৱসৰপ্ৰাপ্ত অধ্যক্ষ, বি. বৰুৱা কলেজ, নৱগিৰি, গুৱাহাটী
৯. শ্ৰীঅতুল চন্দ্ৰ বৰুৱা
প্ৰাক্তন সভাপতি, অসম সাহিত্য সভা, নৱগিৰি, গুৱাহাটী
১০. শ্ৰীহলিৰাম মিশ্ৰ, জ্যোতিষৰত্ন, ডাহী, দৰং
১১. শ্ৰীপুৰুষোত্তম ভট্টাচাৰ্য্য, নলবাৰী, অসম
১২. ড° মুকুন্দ মাধৱ শৰ্মা
প্ৰফেছৰ, সংস্কৃত বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়
১৩. ড° বাণীকান্ত শৰ্মা
ৰিডাৰ, আধুনিক ভাৰতীয় ভাষা, গুৱাহাটী বিশ্ববিদ্যালয়
১৪. অধ্যাপক নলিনীৰঞ্জন শৰ্মা,
সংস্কৃত বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়
১৫. ড° নলিনী দেৱী মিশ্ৰ
অধ্যাপিকা, সংস্কৃত বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়
১৬. ড° কৃষ্ণনাৰায়ণ প্ৰসাদ 'মাগধ'
প্ৰফেছৰ, হিন্দী বিভাগ, মণিপুৰ বিশ্ববিদ্যালয়
১৭. অধ্যাপক নন্দ কিশোৰ সিং
প্ৰাগজ্যোতিষ কলেজ, গুৱাহাটী
১৮. ড° হেমন্ত কুমাৰ শৰ্মা
প্ৰফেছৰ, কটন কলেজ, গুৱাহাটী
১৯. শ্ৰীভদ্ৰকান্ত শৰ্মা, বলদেৱপাৰা, দৰং
২০ শ্ৰীদিবাকৰ শৰ্মা, বি. এ. বি. টি. বলদেৱপাৰা, দৰং

২১. শ্ৰীশৰত শৰ্মা, [ বিয়াহৰ ওঝা ], ব্যাসপাৰা, দৰং
২২. শ্ৰীভাবিৰাম শৰ্মা, [ ,, ], ব্যাসপাৰা, দৰং
২২. ড° ভৃগুমোহন গোস্বামী
অধ্যাপক, উত্তৰ গুৱাহাটী কলেজ, গুৱাহাটী
২৩. শ্ৰীৰঞ্জিত ভট্টাচাৰ্য্য, ব্যাসপাৰা, দৰং
২৪. শ্ৰীঅৰুণ শৰ্মা, ৰঙাহাৰপাৰা, হাজৰিকাপাৰা, দৰং
২৫. শ্ৰীদেবেন শৰ্মা, পশ্চিমচুবা, নায়ক পাৰা, দৰং
২৬. শ্ৰীদুৰ্গাকান্ত শৰ্মা, বি.কম.এল.এল.বি. এড্ভোকেট, শান্তিপুৰ, গুৱাহাটী ৯
২৭. শ্ৰীমতী চাৰু ( মানী ) দেৱী, শান্তিপুৰ গুৱাহাটী ৯
২৮. শ্ৰীহংসনাথ শৰ্মা, শান্তিপুৰ, গুৱাহাটী ৯
২৯. শ্ৰীহেমোনাথ, পকাদলি, ছিপাঝাৰ, দৰং
৩০. শ্ৰীদুৰ্গানাথ ওঝা, পকাদলি, ছিপাঝাৰ, দৰং
৩১. শ্ৰীললিত চন্দ্ৰ নাথ ওঝা, ছিপাঝাৰ, দৰং
৩২. শ্ৰীহেমৰথ বৰ্মণ, গুৱাহাটী ১
৩৩. শ্ৰীহৰেকৃষ্ণ গোস্বামী, পাটবাউসী সত্ৰ, বৰপেটা
৩৪. শ্ৰীৰামচন্দ্ৰ কলিতা, হৰিপুৰ, পাঠশালা, বৰপেটা
৩৫. শ্ৰীধৰম কলিতা, বৰভাল্লা, পাঠশালা. বৰপেটা
৩৬. শ্ৰীকাশীচন্দ্ৰ দেৱ গোস্বামী, গোবিন্দপুৰ, বৰপেটা
৩৭. শ্ৰীমতী বাসন্তী দেৱী, শান্তিপুৰ, গুৱাহাটী ৯
৩৮. শ্ৰীমতী সুভদ্ৰাদেৱী, হাজৰিকাপাৰা, দৰং
৩৯. শ্ৰীৰমণীকান্ত শৰ্মা, হাজৰিকাপাৰা, দৰং
৪০. শ্ৰীউমাকান্ত শৰ্মা, হাজৰিকাপাৰা, দৰং
৪১. শ্ৰীজ্যোতিষ ভাগৱতী, অধ্যাপক, ছেণ্ট এড্মাণ্ডছ কলেজ, ছিলং
৪২. শ্ৰীলোকনাথ শৰ্মা, বৰৈগানীপাৰা, হাজৰিকাপাৰা, দৰং
৪৩. শ্ৰীঅৰবিন্দ তালুকদাৰ, দুৰ্গাসৰোবৰ, গুৱাহাটী ৯
৪৪. শ্ৰীজগদীশ শৰ্মা, গুৱাহাটী বিশ্ববিদ্যালয়
৪৫. শ্ৰীমতী চন্দ্ৰপ্ৰভা বৰুৱা চৌধাৰী, শান্তিপুৰ, গুৱাহাটী ৯
৪৬. ৺জোলেই শৰ্মা ওঝা, ব্যাসপাৰা, দৰং
৪৭. ৺থানুৰাম কলিতা ওঝা, পিঠাখোৰা, দৰং
৪৮. শ্ৰীপঙ্কজ শৰ্মা, বলদেৱপাৰা, দৰং

৪৯. শ্ৰীহেমচন্দ্ৰ গোস্বামী, কটাহী, দৰং

৫০. শ্ৰীমতী চাকদেৱী, বালি, চিহু, নলবাৰী

৫১. শ্ৰীকালীন্দ্ৰ শৰ্মা, দুধনৈ, গোৱালপাৰা

৫২. আৰ. চন্দ্ৰ. শেখৰম্, অধ্যাপক, ভাৰথিয়াৰ বিশ্ববিদ্যালয় কোইম্বাতুৰ, তামিলনাডু

৫৩. ড° এন. ছি. পাণ্ডা, সম্বলপুৰ বিশ্ববিদ্যালয়, জ্যোতিবিহাৰ, উৰিষ্যা

৫৪. ড° বৃন্দাবন চন্দ্ৰ আচাৰ্য্য, প্ৰফেছৰ, উড়িয়া বিভাগ, সম্বলপুৰ বিশ্ববিদ্যালয়, জ্যোতিবিহাৰ, উৰিষ্যা

## চ. পৰিশিষ্ট

'ডাক-প্ৰবচন' পুথিত সন্নিবিষ্ট প্ৰবচনবোৰৰ বাহিৰেও ডাকৰ নামত প্ৰচলিত কিছুমান বচন মুখপৰম্পৰা প্ৰচলিত হৈ থকা দেখা যায়। তেনে ধৰণৰ কেইটিমান প্ৰবচন তলত দিয়া হ'ল :

১। যোল চাসে মূলা, তাৰ আধা তুলা।
তাৰ আধা ধান, বিনা চাসে পান ॥

২। এক শাওণে ধান, তিনি শাওণে পান ॥

৩। এক আষোণে ধান, তিনি শাওণে পান।

৪। পচিমৰ ধেনু নিত্য খৰা, পুবৰ ধেনু বৰিষে ধাৰা।

৫। যদি বৰষে আঘণে, ৰাজা যায় মাগনে।
যদি বৰষে পুহে, ধান হয় তুঁহে।
যদি বৰষে মাঘৰ শেষে, ধন্য ৰাজা ধন্য দেশ।
যদি বৰষে ফাগুনে, চিটা ধান হয় দুগুণে।

৬। মাটি কিনবা থলপা বমপা, গৰু কিনবা গাই।
ঝীয়া আনবা হেকেৰী পেকেৰী চচকী কৰবো তাই ॥

৭। লিকিৰাই লিকিৰাই কথা পাতেই মাচাক মিচিক হাঁহেই।
বুঢ়াই বুঢ়াই কথা পাতেই ঠেংহৰ ঠেংহৰ কাহেই ॥

৮। মাটি কিনবা চিটা বাহুনী, গৰু কিনবা গাই।
ঝীয়া আনবা আলাই জাবেৰী, ঘৰ বাখবো তাই ॥

৯। দিলো লাউ বগাল পুৱে, লাগিল কোৱাভাতুৰী।
কাউৰীৰ বাহত কুলিয়ে ডিমা পাৰা জাগিল চুঙা বাদুলি ॥

১০। আহাৰ নিদ্ৰা মৈথুন, যিমানে বঢ়ায় সিমানে হয়।

১১। বামুণৰ ঝীয়া আনৃলি কাণত লাগেই সোণা।
গণকৰ ঝীয়া আনৃলি লাগেই দীঘল কোনা॥
কোচৰ ঝীয়া আনৃলি হৱই থাপাৰা থুপুৰা।
গৰিয়াৰ ঝীয়া আনৃলি হৱই ঝুঝৰ কুকুৰা॥

১২। প্ৰকাশিয়া ৰবি উঠিয়া নাসে।
উত্তৰৰ মেঘ দখিণে ভাসে॥
পূৰ্ব্ব দিশে প্ৰকাশে ধেনু।
ডাকে বোলে বৃষ্টি হৈব জানু॥

১৩। চন্দ্ৰ মণ্ডলৰ মাঝত তৰা।
মেঘে বৰষে মুষল ধাৰা॥

১৪। সুতিৰী গেঙ্কেলী।

১৫। সুতিৰী ফেন্দেলী

১৬। কাণ লটপট্ শিং লক।
লেঙুৰ চাই কিনৃবা গৰু॥
ঘাৰ কজলা কুকা ৰঙা।
কাণৰ সোণা বেচি আনা॥

১৭। ডিমা নাপ্‌ৰা হাঁহ, ডমা পৰা মাহ।
নদীৰ সিপাৰৰ ভূঁই, বুল্লিখেৰৰ জুই।
এই চাৰিটাৰ ভাৰৰা নাই।

১৮। ঝীৰ নাত্তি ঢোকোনা কাটি।
পোৰ নাত্তি মইঝাৰ মাটি॥

১৯। তিৰী মৰদৰ বোৰা নাই।
গৰু মৈহৰ বোৰা নাই॥

২০। ঢেকীৰ জোখ: আঢ়ে ডেবে গজে মুঠি।

২১। ঘন সৰিয়হ পাতাল মাহ।
তিলৰ তলত চৰেই হাঁহ॥

২২। ৰাজা কৰেই ধানে, ৰাজা কৰেই পাণে।

২৩। যাৰ নাই গৰু সি সবাতকৈ লৰু।

২৪। ঘৰৰ কথা নকৰি পৰক।
কথা হৱেই নৰক ফৰক॥

২৫। অজান জোন বুৰাৰ শেষ।
দধিৰ আদ্য ঘটৰ শেষ॥
শাকৰ চায় মাচৰ মায়।
যত পাৰা তত খায়॥

২৬। মাঘে তৰু, ফাগুনে গৰু।
চৈতে নৰ, বৈশাখে বানৰ।

২৭। সাপে খায় লেখি, বাঘে খায় দেখি।
যদি ধৰে কালে, মৰে নিজৰ কৰমৰ ফলে।

২৮। এক তিকতা হুকুৰ ছুকুৰ।
তিনি তিকতা কাঠিৰ কুকুৰ॥

২৯। চেঙেৰা কালৰ বেটা বেটী কান্ধে উঠাই ভাৰ।
বুঢ়া কালৰ বেটা বেটী চুমাটিয়ে সাৰ॥

৩০। আহিনত কল, কাতিত চানা।
তাক খালে নহয় বেমাৰ জানা॥

৩১। টকা-পইচা বাহুৰ বল।
পুত্ৰ কন্যা কৰ্মৰ ফল॥

৩২। পঢ়োৱা পণ্ডিত নপঢ়োৱা ওঝা।
নচোৱাই দাড়ি দিলা ডুমুনীৰ বোঝা॥

৩৩। বাচি দিয়ে ঔষধ যিটো।
অশ্বমেধৰ ফল পাৱে সিটো॥

৩৪। মাঘৰ আগ, পুহৰ শেষ।
তেহে দেখ্‌বা জাৰৰ ঠেহ॥

৩৫। পুহৰ পঙ্কা মাঘত খায়।
বাঘৰ সমান বল পায়॥

৩৬। মাঘৰ পঙ্কা বাঘৰ বল।

৩৭। সাত ভাই যাৰ কুহিয়াৰ খেতি তাৰ।

৩৮। সই শনি ফাটেফুটে দেৱে মঙ্গলে আয়ুস টুটে।

৩৯। সপ্তমত বাহু ভুঞ্জে তিনি শাঁহ।*

---

* ১—৫ : ৺থানুৰাম কলিতা, পিঠাখোৱাপাৰা, দৰং

৬—৮ : শ্ৰীপঙ্কজ শৰ্মা, বলদেৱপাৰা, দৰং

১০,২৬,৩৪-৩৬ : ড° ভৃগুমোহন গোস্বামী, উত্তৰ গুৱাহাটী কলেজ

৯, ১১ : শ্ৰীললিত চন্দ্ৰ নাথ, ছিপাঝাৰ, দৰং

১২, ১৩ : শ্ৰীউমাকান্ত শৰ্মা, হাজৰিকাপাৰা, দৰং

১৪, ১৫ : হেমো নাথ ( ডাইনাপালি, বিয়াহৰ ওজা ), পকাদলি, দৰং

১৬,১৭,১৯-২১ : শ্ৰীঅৰবিন্দ তালুকদাৰ, ভাপা, বৰপেটা,

( দুৰ্গা সৰোবৰ, গুৱাহাটী ৯ )

১৮ : শ্ৰীমতী সুভদ্ৰাদেৱী, হাজৰিকাপাৰা, দৰং

২২—২৪ : শ্ৰীভদ্ৰকান্ত শৰ্মা, বলদেৱপাৰা, দৰং

২৫ : শ্ৰীহৰিৰাম মিশ্ৰ, জ্যোতিষৰত্ন, ভাহী, দৰং

২৭—৩৩ : শ্ৰীভাবিৰাম শৰ্মা ওজা, ব্যাসপাৰা, দৰং

৩৭ : শ্ৰীহেমচন্দ্ৰ গোস্বামী, কটেহী, দৰং

৩৮ : শ্ৰীমতী চাৰু দেৱী, বালি, টিহু

৩৯ : শ্ৰীকালীন্দ্ৰ শৰ্মা, দুধনৈ

# ছ. নিৰ্ঘণ্ট

[ কাষত থকা সংখ্যাই পৃষ্ঠাৰ ক্ৰমাঙ্কনিৰ্দেশ কৰিছে। ]